# ছোবিগ

পুলিটজাৰ পুৰস্কাৰপ্ৰাপ্ত উপন্যাস

লিখিকা
এডনা ফাৰবাৰ

অনুবাদক
অধ্যাপক তাৰিণীকান্ত ভট্টাচাৰ্য






দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী : অসম

প্রকাশক
শ্রীমুনীন্দ্র নারায়ণ দত্তবরুৱা
দত্তবৰুৱা এণ্ড কোম্পানী
গুৱাহাটী

প্ৰথম প্ৰকাশ : এপ্ৰিল, ১৯৬৭

মূল্য—চাৰি টকা

মুদ্ৰাকৰ
শ্ৰীৰাধাৰমণ বসাক
শ্ৰীকান্ত প্ৰেছ
৭৫, বৈঠকখানা ৰোড,
কলিকতা-৯

# এক

তেওঁৰ বয়স প্ৰায় দহ বছৰ হোৱালৈকে এই নামটো চলি আছিল। এই নামটোৰপৰা অব্যাহতি পাবলৈকে তেওঁ যুদ্ধ কৰিবলগীয়া হৈছিল। 'ছো বিগ্' ( So Big—ইমান ডাঙৰ ), এই নামটো অজ্ঞ আৰু শিশুমতীয়া লোকে উদ্ভাৱনা কৰা। কিন্তু ইয়াক লগলগাই 'ছোবিগ' কৰা হ'ল। দহ বছৰীয়া স্কুলত পঢ়া ছাত্ৰ হৈ পৰা বয়সতো তেওঁৰ নাম ছোবিগ ডিজং হৈয়ে থাকিল। নামটো উচ্চাৰণ কৰোঁতে ব্যঞ্জন বৰ্ণৰ অসাম্যটো কাণত বাজে। তেওঁ যিখন স্কুলত পঢ়ে সেই স্কুলখন চিকাগোৰ দক্ষিণ পশ্চিমে থকা গোড়া হল্যাণ্ড ভাবাপন্ন জিলাত অৱস্থিত। প্ৰথমতে এই জিলা নতুন হল্যাণ্ড বুলি জনাজাত আছিল। পিচত ইয়াৰ নাম হাইপ্ৰেইৰি হয়গৈ। দহ বছৰ বয়সত তেওঁৰ প্ৰকৃত নাম, ডাৰ্ক্ ডিজংটো (Dirk Dejog) দহদহীয়া হয়। তেওঁৰ হাতৰ ঘোচা, দাঁত, তামৰ গোৰোহা লগোৱা বুট জোতা আৰু ৰাগ—এটাইবিলাকে তেওঁৰ প্ৰকৃত নামৰ পৰিচয় সূচনা কৰিছিল। মাজে সময়ে তেওঁৰ আগৰ উপ-নামো যে উজাৰ নিদিছিল, তেনে নহয়। কিন্তু তাক তেওঁ ক্ষিপ্ৰ অথচ তিক্ত প্ৰতিবাদৰ দ্বাৰা বন্ধ কৰি দিছিল। তেওঁৰ মাতৃৰপৰাই এই উপ-নামৰ জন্ম হৈছিল আৰু পিচলৈ তেওঁৰ মাতৃয়েই এই নামেৰে মাতি নিয়মৰ ব্যতিক্ৰম কৰিছিল। মাতৃৰ এই ত্ৰুটি-বিচ্যুতিত অৱশ্যে তেওঁ স্কুলঘৰৰ মাপ্-দণ্ড প্ৰয়োগ কৰি তিৰস্কাৰ কৰা নাছিল। কিন্তু উপ-নামেৰে মাতৃয়ে মাতিলে তেওঁ কোনো উত্তৰ নিদিয়াকৈ তলমূৰকৈ আঁতৰি গুচি গৈছিল। মাতৃয়ে যি স্নেহৰ সুৰত ছোবিগ বুলি মাতিছিল, সেই সুৰত অন্য যি কোনো সন্তানৰ হৃদয় গলি গ'লহেঁতেন। কিন্তু স্বভাৱ-প্ৰৱণ এই দহ বছৰীয়া ল'ৰাটিৰ তেনে অনুভূতি নজন্মিছিল।

শৈশৱ কালত শিশুক অশেষ ধৈৰ্য্য সহকাৰে অসংখ্য প্ৰশ্ন কৰা হয়।

শিশুৱেও সেইবিলাকৰ উত্তৰ দিয়ে। এই প্ৰশ্নবিলাকৰ কোনো যুক্তি-যুক্ততা হয়তো নাথাকে। শৈশৱৰ বিভিন্ন স্তৰত বিভিন্ন ধৰণৰ প্ৰশ্ন কৰা হয়। শিশুৰ উপ-নাম এইবিলাকৰ কোনোটোৰ উত্তৰৰপৰাই উদ্ভূত হয়।

চেলিনা ডিজঙৰ জীৱন কৰ্মব্যস্ত। এই চতুৰ গৃহিণীয়ে ৰান্ধনি ঘৰত ইফালে সিফালে চোঁ মাৰি হাত ধোৱা চৰিয়াৰপৰা ৰুটি সেকা চোকালৈ, চোকাৰপৰা মেজলৈ, সকলো কাম কৰি থাকে। অথবা, খেতিৰ পথাৰত কাম কৰি থাকিলে, গাঁজৰ, পালেং ইত্যাদিৰ ঘন ঘন শাৰীৰ ভিতৰত বহুত পৰ তলমূৰা কৰি থকাৰ কাৰণে কঁকাল পোনাবলৈ বুলি এখন্তেকৰ নিমিত্তে থিয় দি বাহুৰে নাক আৰু কপালৰ ঘামৰ টোপালবোৰ বেগতে মচি পেলায়। তেওঁৰ সেই ধুনীয়া ক'লা চকুযুৰিৰে তেওঁৰ শিশু পুত্ৰক চায়। ল ৰাটোৱে আলুৰ শূন্য থৈলা কেইখনমানৰ দমৰ ওপৰত চঞ্চলভাৱে বহি আছে। ইয়াৰ এটা থৈলাই শিশুৰ শৰীৰৰ আচ্ছাদনৰ কাম কৰিছে। শিশুটোৱে ঘনাই থৈলাৰ দমৰপৰা নামি আহি খাতৰ বাগিছাৰ ক'লা—সাৰুৱা মাটিত খাগৰি ফুৰিছে। মৰম দেখুৱাবলৈ চেলিনা ডিজঙৰ সমূলি সময় নাছিল। কামে তেওঁক সদায় পিচে পিচে খেদি ফুৰে। নীলা কেলিকো সাজপাৰ পিন্ধা এই গাভৰু তিৰোতাজনীৰ কাপোৰ মলিয়ন হৈছে। কাপোৰত মাটিৰ দাগো লাগিছে। তেওঁৰ খোজত ব্যস্ততা—যেন শৰীৰতকৈ তেওঁৰ মনে আগবাঢ়ি যাব খোজে। চকিত হৰিণৰ চকুৰ দৰে তেওঁৰ চকুত এই ব্যস্ততা মূৰ্তিমন্ত। তেওঁৰ মূৰৰ প্ৰচুৰ ক'লা চুলিবিলাকক মুঠিয়াই পিচৰ ফালে এটা কোঁচা কৰি বান্ধি থোৱা আছে। দুই এডাল চুলি বান্ধৰপৰা প্ৰায়ে ওলাই পৰে আৰু তেওঁ মূৰটো হলাই বাহুৰ ভাঁজেৰে পিচলৈ ঘূৰাই পঠিয়ায়। কিন্তু অনবৰত মাটি লাৰি থকা বাবে তেওঁৰ হাতত মাটিৰ দাগ থাকেই। গতিকে চুলি সংযত কৰাৰ বাবে সেই হাত যথেষ্ট পৰিষ্কাৰ নহয়। তেওঁৰ দুই বছৰ বয়সৰ শিশুটোৰ গাতো মাটিৰ দাগ, তাৰ মুখত ব'দৰ চেকা আৰু তাৰ শৰীৰত আঁচোৰ, কামোৰ আদিৰ চিহ্ন বৰ্তমান। খেতিৰ পামত ব্যস্তভাৱে কৰ্ম কৰা মাতৃৰ শিশু-সন্তানৰ গাত এইবোৰ হোৱাটো অতি স্বাভাৱিক। তথাপি, ইলিনইছৰ প্ৰেইৰিৰ গৰম, সিক্ত, সেই বসন্তত, অথবা পামৰ ৰান্ধনি ঘৰত এই মাতৃয়ে সেই শিশুৰ ফালে চাই সেই গোটেই পৰিস্থিতিটোৰ মাজত এটা স্বৰ্গীয় জ্যোতি আৰু ৰহস্যময়তা অনুভৱ কৰিলে।

নিৰৰ্থকভাৱে চেলিনাই কয়, "শিশুটো কিমান ডাঙৰ হ'ল? মোৰ পোনাকণ কিমান ডাঙৰ হ'ল?"

শিশুটোৱে সাময়িকভাৱে ক'লা, সাকৰা মাটিৰ সিয়ঁৰৰ ভিতৰত তাৰ আঙুলি সুমুৱাটো বন্ধ কৰে। সি এটা শ্ৰান্ত হাঁহি মাৰি তাৰ হাত দুখন মেলি দিয়ে। মাকেও তেওঁৰ শ্ৰান্ত হাত দুখন মেলি আগবঢ়াই দিয়ে। তাৰ পিচত বেঙেনা ফুলীয়া ৰঙৰ মুখখন কোঁচাই লৈ শিশুৱে আৰু মাকে আনন্দ-আকুল স্বৰেৰে একেলগে কয়—"ছো বিগ" (ইমান ডাঙৰ)। ইয়ো এবিধ খেলাৰ দৰে। শিশুৱে এই প্ৰশ্নটো অনবৰত শুনি শুনি ইমান অভ্যস্ত হৈ পৰিছিল যে মাজে সময়ে কামৰ মাজতে চেলিনাই যদি হঠাতে শিশুটোৰ ফালে চায়, তেতিয়া সি মাকে প্ৰশ্নটো নকৰোঁতেই সি অকলে অকলে কৈ পেলায় –'ছো বিগ। সি যেন কৰ্তব্যপৰায়ণতা বশতঃ তেনে কৰিছে। তাৰ পিচত সি মূৰটো পিচলৈ হলাই দি বিজয়ৰ হাঁহি মাৰে, মুখখন মেল খাই প্ৰবালৰ গাঁতৰ দৰে হৈ পৰে। মাকে তাৰ ওচৰলৈ ঢাপলি মেলে আৰু হালি তেওঁৰ উদ্দীপ্ত মুখৰ ওঁঠেৰে তাৰ গলত চেপা মাৰি ধৰে, যেন তাক খাই পেলাব—"ছো বিগ।"

কিন্তু সি প্ৰকৃততে সিমান ডাঙৰ হোৱা নাছিল। প্ৰকৃত কথা ক'বলৈ গ'লে, মাকৰ মৰম আৰু কল্পনা অনুপাতে সি কেতিয়াও ডাঙৰ হোৱা নাছিল। পিচলৈ এই শিশুৱেই ডাৰ্ক ডিজং হৈছিলগৈ। তেওঁৰ নাম ডাঠ মাখন কাগজত ছপা হৈছিল। তেওঁৰ সাজপাৰ ইংৰাজ দৰ্জী পিটাৰ পিলে চিলাই কৰি দিছিল। তেওঁৰ মটৰ গাড়ীৰ সঁজুলি ফৰাচী দেশত তৈয়াৰ হৈছিল। তেওঁৰ আলমাৰীত ইটালী আৰু স্পেইন দেশীয় সুস্বাদু সুৰাই ঠাই পাইছিল। তেওঁৰ ঘৰত জাপানী চাকৰ আছিল। মুঠতে, তেওঁৰ জীৱন যুক্তৰাষ্ট্ৰৰ এজন কৃতবিদ্য নাগৰিকৰ জীৱন হৈ পৰিছিল। এইবোৰ দেখি মাকে আনন্দ পাব লাগিছিল, কিন্তু সেইটো নহ'ল। তেওঁৰ মনত অসন্তুষ্টি, অনুতাপ আৰু ৰাগ—তিনিওটাই ঠাই ল'লে। চেলিনা ডিজঙৰ ধাৰণা হ'ল যে তেওঁৰ ল'ৰাৰ এই কৃতকাৰ্য্যতাৰ বাবে তেওঁ খেতি পথাৰত কৰা কামেই আংশিকভাৱে দায়ী। আংশিকভাৱে তেওঁ ল'ৰাৰ দ্বাৰা প্ৰতাৰিতও হোৱা যেন অনুভৱ কৰিলে।

চেলিনা ডিজঙৰ উপাধি যেতিয়া চেলিনা পিক আছিল, তেতিয়া তেওঁ দেউতাকৰ লগত চিকাগোত বাস কৰিছিল। তেওঁলোকে অন্য বহুতো চহৰতো বিভিন্ন সময়ত বাস কৰিছিল। '৮০ চনত জেনভাৰত চেলিনাৰ বাৰ বছৰ

ময়নত নিউইয়র্কত। মিলৱাকিত অলপ কেইদিন মান। মাজতে অলপ কালৰ কাৰণে আনকি চানফ্ৰান্সিকো চহৰতো থাকিছিল। ইয়াৰ স্মৃতি যথাযথ-ভাৱে তেওঁৰ মনত থকা নাছিল। এই চহৰবৰপৰা শেষত ইমান ক্ষিপ্ৰভাৱে আহিব লগা হ'ল যে চেলিনাৰ দৰে ক্ষিপ্ৰ গতিত অহা-যোৱা কৰাৰ অভ্যাস থকা ছোৱালী এজনীও চমকিত হৈছিল। তেওঁৰ পিতাকে সদায় কৈছিল, "ব্যৱসায়" —"সৰু লেঠা"। পিতাকৰ মৃত্যুৰ দিন পৰ্য্যন্ত তেওঁৰ ব্যৱসায়ত এই "লেঠা" শব্দটো কেনেকৈ আখৰে আখৰে মিলি গৈছিল তাৰ বুজ চেলিনাই পোৱা নাছিল। নিজৰ সৰু ছোৱালী চেলিনাক লগত লৈ দেশখনৰ ইফালৰপৰা সিফাললৈ ভ্ৰমণ কৰি ফুৰা চিমিয়ন পিক ব্যৱসায়, স্বভাৱ আৰু প্ৰবৃত্তিত এজন জুৱা-খেলাৰু আছিল। ভাগ্য সুপ্ৰসন্ন থকা সময়ত তেওঁলোকে ৰজাৰ লেখিয়াকৈ চলিছিল - শ্ৰেষ্ঠ হোটেলত থাকি, নতুন নতুন সাগৰৰ উদ্ভিদ্ জাতীয় খাদ্য খাই, নাট্যমঞ্চলৈ গৈ আৰু সদায় দুটা ঘোঁৰাই টনা বাগীত উঠি। বাগীৰ কাৰণে ধন যথেষ্ট নাথাকিলে চিমিয়ন পিকে খোজ কাঢ়িছিল। ভাগ্য অপ্ৰসন্ন হ'লত তেওঁলোকে বোৰ্ডিং ঘৰত থাকি, তাৰ খাদ্য খাই, আৰু সুদিনতে কিনা সাজ-পাৰ পিন্ধি ফুৰিছিল। এই গোটেইখিনি কালতে চেলিনাই বিভিন্ন স্কুলত পঢ়িছিল। সেই স্কুলবোৰ - ভাল, বেয়া, প্ৰাইভেট, চৰকাৰী—বিভিন্ন ধৰণৰ আছিল। যদিও তেওঁ একপ্ৰকাৰ অঘৰীৰ জীৱন যাপন কৰিছিল, তথাপি স্কুললৈ অহা-যোৱা কৰাত চেলিনা খুব নিয়মীয়া আছিল। ক'লা চকুৰ, গম্ভীৰ প্ৰকৃতিৰ এই সৰু ছোৱালীজনীক হোটেলৰ কিম্বা বোৰ্ডিং ঘৰৰ বৈঠকখানাত অকলে বহি থকা দেখি গভীৰ বুকুৰ ঘৰ-গৃহিণীসকলে আগ্ৰহেৰে প্ৰশ্ন কৰিছিল,

"তোমাৰ মা ক'ত—মাকণি?"

"তেওঁ ঢুকাইছে।" নম্ৰ আৰু সুস্থিৰভাৱে চেলিনাই উত্তৰ দিয়ে। "দেহি ঐ, বেচেৰী।" তাৰ পিচত মৰমেৰে, "তুমি মোৰ ছোৱালীটিৰ লগত খেলিবলৈ নাহানে? তাই সৰু ছোৱালীৰ লগত খেলিবলৈ ভাল পায়।"

"আপোনাক ধন্যবাদ। মই খেলিবলৈ নাযাওঁ। দেউতাৰ কাৰণে বাট চাই আছোঁ। তেওঁ আহি মোক ইয়াত দেখা নাপালে, দুখ পাব।"

এই মহিলাবিলাকৰ সহানুভূতিৰ অপচয় হৈছিল। চেলিনাৰ কাল তেতিয়া সুখত কাটি গৈ আছিল। মাত্ৰ মাজতে তিনিটা বছৰৰ কথা ভিন্ন। এই সময়খিনিৰ কথা মনলৈ অনা মানে ৰ'দেৰে বাউলী

কোঠালী এটাৰপৰা গৈ শীতল আন্ধাৰ কোঠালী এটাত প্ৰবেশ কৰা। এই তিনিটা বছৰৰ বাহিৰে বাকী সময়ত তেওঁৰ জীৱন মুকলিমূৰীয়া, বিচিত্ৰতাপূৰ্ণ আৰু আমোদজনক আছিল। পূৰ্ণ বয়স্ক লোকৰ দৰে তেওঁ সিদ্ধান্ত গ্ৰহণ কৰিছিল। তেওঁ নিজে সাজ-পাৰ নিৰ্বাচন কৰিছিল। তেওঁ পিতাকক পৰিচালনা কৰিছিল। বোৰ্ডিং ঘৰ, হোটেল আৰু ৰাজহুৱা পুথিভঁৰালত পোৱা কিতাপ তেওঁ একান্তমনে পঢ়িছিল। প্ৰতিদিনে তেওঁ কেইঘণ্টা মান কাল অকলে থাকিবলৈ সুবিধা পাইছিল। জীয়েক অকলশৰে থাকিব বুলি জানি, পিতাকে প্ৰায় ঘৰলৈ বহুতো কিতাপ আনিছিল। চেলিনাই সেই কিতাপবিলাক পাই আনন্দতে উত্ৰাৱল হৈ ইখনৰ পিচত সিখন কিতাপ লৈ লুটিয়াই পঢ়িছিল। এইদৰে পোন্ধৰ বছৰ বয়সতে তেওঁ বাইৰণ, জেন অষ্টিন, ডিকেন্স, চাৰ্লোট ব্ৰণ্টে আৰু ফেলিচিনা হেমান্সৰ কিতাপৰ লগত পৰিচিত হৈছিল। ইয়াৰ উপৰি তেওঁ মিচেছ ই ডি ই. এন, চাউথৱৰ্থ, বাৰ্থা এম ক্লেৰ কিতাপ আৰু "জুহালৰ সঙ্গী' (Fireside Companion) নামৰ কিতাপো পঢ়িছিল। শেষৰখন কিতাপত জমিদাৰ আৰু বনুৱা ছোৱালীৰ অৱশ্যম্ভাবী সম্পৰ্ক দেখুৱা আছে। ৰন্ধা-বঢ়াৰ বিষয়ে এইখন উৎকৃষ্ট কিতাপ। শেষৰ কিতাপ কেইখন পোৱাৰ কাৰণ হ'ল—চেলিনাৰ জীৱন-নিৰ্বাহৰ ধৰণ। কালিফৰ্নিয়াৰপৰা নিউইয়ৰ্কলৈ সকলো ঠাইৰে দয়ালু গৃহিণী আৰু পৰিচাৰিকা-সকলে এই কিতাপবোৰ চেলিনাক পঢ়িবলৈ বুলি ধাৰলৈ দিছিল।

ন বছৰৰপৰা বাৰ বছৰলৈ তেওঁৰ জীৱনৰ এই দুখৰ বছৰ তিনিটা তেওঁ তেওঁৰ চিৰকুমাৰী পেহীয়েক চাৰা পিক আৰু এবি পিকৰ লগত ভাৰ্মণ্ট পিক নামৰ সৰু ঘৰত কটাইছিল। এই ঘৰৰপৰাই আমা ডিমা হৈ থাকোঁতেই তেওঁৰ পিতাকে বদনাম লৈ পলাই গৈছিল। চেলিনাৰ মাতৃৰ মৃত্যুৰ পিচত চিমিয়ন পিকে অনুতাপ আৰু সাময়িক অসহায়তাৰ নিমিত্তে আৰু তেওঁৰ ভনী দুজনীৰ প্ৰতি ক্ষমাৰ ভাবত এই সৰু ছোৱালী( চেলিনা )-জনীক পূবৰ পিনে পঠাই দিছিল। এই তিবোতা দুগৰাকী নিউ ইংলণ্ডৰ উপন্যাসৰ অবিবাহিত স্ত্ৰীৰ অবিকল প্ৰতিমূৰ্তি আছিল। বিশেষ ধৰণৰ হাত মোজা, সুৰক্ষিত ঠাই, বাইবেল, আটমটোকাৰিকৈ ৰখা কোঠালী, পোৱালী নোহোৱা মেকুৰী, পৰিপাটিৰ ভাব, সৰু ছোৱালীৰ ওপৰত কঠোৰ শাসন—এইবোৰেই এই তিবোতা দুজনীৰ অপৰিহাৰ্য্য সঙ্গী। তেওঁলোকৰ

গাভ ভিতৰ গেলা আপেলৰ গন্ধ। এসময়ত স্কুল ঘৰৰ টেবিলৰ ওপৰত পাৰি থকা এনে এটা আপেল চেলিনাৰ হাতত পৰিছিল। তেওঁ সেইটোৰ শুকান গাটো শুঙি চাই সাহসেৰে একামোৰ মাৰিছিল। কিন্তু তেওঁৰ ইমান বেয়া লাগিল যে তেওঁ বতিয়াই দিলে। ভিতৰৰ ফালে আপেলটো বেচি ক'লা আৰু গেলা আছিল।

পেহীয়েকহঁতে নজনাকৈ লিখা এখন চিঠিত চেলিনাই তেওঁৰ দেউতাকলৈ পেহীয়েক দুজনীৰ বিষয়ে এনে মনোভাবকে লিখি জনাইছিল। এই ঘটনাৰ পিচত তেওঁৰ দেউতাকে কোনো খবৰ নিদিয়াকৈ হঠাতে এদিন গৈ সেই-খিনি পালেগৈ। দেউতাকক হঠাতে দেখি চেলিনাই চিঞৰ-বাখৰ কৰিলে। এনে চিঞৰ-বাখৰ চেলিনাই আগে-পিচে আৰু কেতিয়াও কৰা নাই।

গতিকে বাৰ বছৰ বয়সৰপৰা ওঠৰ বছৰ বয়সলৈ চেলিনাৰ দিন সুখতে গ'ল। ১৮৮৫ খৃষ্টাব্দত তেওঁলোক চিকাগোলৈ আহিল। তেতিয়া চেলিনাৰ বয়স ষোল বছৰ। তাতে তেওঁলোক থাকিল। তাত চেলিনাই কুমাৰী ফিষ্টাৰৰ বাছকবনীয়া যুৱতীসকলৰ বাবে থকা স্কুলত পঢ়িবলৈ আৰম্ভ কৰিলে। দেউতাকে তেওঁক লৈ যেতিয়া কুমাৰী ফিষ্টাৰক পোনতে লগ ধৰে, তেতিয়া এই মহিলাৰ বুকুত বেছ আশাৰ উদ্ৰেক হৈছিল। চেলিনাৰ দেউতাকৰ নম্ৰ কথা-বতৰা, অমায়িকতা, কাৰুণ্য মিশ্ৰিত চেহেৰা আৰু চিত্তৰঞ্জক হাঁহিয়েই এই আশাৰ সঞ্চাৰ কৰিছিল। তেওঁৰ ব্যৱসায়ৰ ক্ষেত্ৰ হৈছে "ষ্টক এক্সেঞ্জ"—তেওঁ বৰলা, এই খবৰ কুমাৰী ফিষ্টাৰক জনোৱাত তেওঁ সকলো বুজিলে।

এজন ব্যাৱসায়ী জুৱা-খেলাৰুৰ কোনো চিন-মোকাম চিমিয়ন পিকৰ গাত নাছিল। বহল টুপী, ওলমি পৰা গোঁফ, তিৰ্‌বিৰোৱা চকু, চিক্‌মিক্ কৰা জোতা,—এইবোৰৰ এবিধো চিমিয়ন পিকৰ গাত নাছিল। তেওঁৰ চাৰ্টৰ সমুখৰ ফালে হীৰাৰ বগা আৰু নিৰ্মল পিন এটা অৱশ্যে দেখা গৈছিল আৰু তেওঁৰ টুপীটোও এফালে অলপ ওলমি আছিল। কিন্তু ইয়াক বিশেষত্ব বুলিব নোৱাৰি। অন্যান্য পুৰুষসকলেও সচৰাচৰ তেনে কৰিছিল।

অন্যান্য সকলো বিষয়ত তেওঁক এজন নম্ৰ আৰু মৃদুভাষী লোক যেন লাগিছিল। শৰীৰ পাতল, চেহেৰাত অলপ আত্মবিশ্বাসৰ অভাৱ, অল্পভাষী, আৰু কথাৰ সোঁত নিউ ইংলণ্ডৰ লোকৰ দৰে সামান্য মন্থৰ—সকলো প্ৰকাৰে তেওঁ জাৰ্মণ্ট পিকেই আছিল।

চিকাগোত তেওঁ সুবিধা পালে। তেওঁৰ ব্যৱসায় ভালদৰে চলিল। তেওঁৰ নদন বদন অৱস্থাও হ'ল। ক্লাৰ্ক ষ্ট্ৰিটত থকা জেক্ হেন্‌কিন্সৰ ধুনীয়া জুৱাৰ ঘৰ আৰু মাইক মেক ডোনাল্ডৰ জুৱাৰ ঘৰ—দুয়োটালৈ তেওঁ দৈনিক অহা-যোৱা কৰিলে। খেলত লাভ-লোকচান দুয়ো বিধেই হ'ল। কিন্তু কেনেবাকৈ তেওঁ কুমাৰী ফিষ্টাৰৰ স্কুলত দিবলগীয়া ফিজখিনি সদায় মজুত ৰাখিছিল। তেওঁৰ মুখত তাচ খেলাৰুৰ আৰ্হিস্থানীয় চেহেৰা,—আবেগহীন, অচল, নম্ৰ। যেতিয়া আৰ্থিক অৱস্থা সচ্ছল তেতিয়া তেওঁলোকে পামাৰ হাউছত খোৱা-লোৱা কৰিছিল—কুকুৰা নাইবা বনৰীয়া চৰাইৰ মাংস, দামী চুৰুহা আৰু আপেলৰ পিঠাৰে আহাৰ কৰিছিল। এই পিঠাৰ কাৰণে এই ঘৰৰ খ্যাতি আছিল। হোটেলৰ পৰিচালকসকলে আদেশৰ অপেক্ষাত চিমিয়ন পিকৰ ওচৰত বৈ থাকিছিল। চিমিয়ন পিকে অৱশ্যে সিহঁতৰ পিনে নাচাইছিল আৰু কাচিৎ হে সিহঁতৰ লগত কথা পাতিছিল। চেলিনাৰ মনত সুখ। তিৰোতাৰ ভিতৰত কুমাৰী ফিষ্টাৰৰ স্কুলত লগ পোৱা ডেকেৰী-হঁতকহে তেওঁ জানিছিল। পুৰুষৰ ভিতৰত তেওঁ দেউতাকৰ বাহিৰে অইন কাকো নাজানিছিল। এই বিষয়ত তেওঁ সন্যাসিনী এজনীতকৈও বেচি নিৰ্দোষ আছিল। আশ্ৰমত আৱদ্ধ জীৱন যাপন কৰিবলগীয়া হ'লেও সন্যাসিনীসকলে পুৰুষৰ মনৰ ভাবাবেগৰ কথা বহুতো জানিব লাগে। বাইবেল অধ্যয়নতে এই জ্ঞান পাব পাৰি। চলমনৰ গীতিবিলাকেই বিশিষ্ট যৌন-শিক্ষা। চেলিনাৰ পঢ়া কিতাপৰ বিক্ষিপ্ত তালিকাত বাইবেলখন সুমোৱা নাছিল আৰু হোটেলৰ জগতত চলমনৰ নাম তেতিয়া বিশেষকৈ চলতিও হোৱা নাছিল।

ক্লাৰ্ক ষ্ট্ৰিটৰ কচাই অগষ্ট হেম্পেলৰ ছোৱালী জুলি হেম্পেলেই তেওঁৰ অন্তৰঙ্গ বন্ধু আছিল। আপুনি যদি ভাগ্যবান তেন্তে এতিয়া আপোনাৰ নিজৰ ঘৰতেই হয়তো হেম্পেলৰ সামগ্ৰী মজুত আছে আৰু হেম্পেলৰ মাংস-খাদ্য খাবলৈ পাইছে। কাৰণ চিকাগো চহৰত ১৮৮৫ চনত তৈয়াৰ কৰা মাংস-সামগ্ৰী এনেকৈ পেকিং কৰা হয় যে ১৮৯০ চনতো সি বৰ পুৰণা বিবেচিত নহয়।

এইদৰে, অকলশৰে থাকিবলগীয়া হোৱা বাবে তেওঁ কল্পনা প্ৰৱণ হৈ উঠিল। আয়াসবিহীন ধুনীয়া সাজ-পাৰ পিন্ধিলে তেওঁক ডিকচুই ভেলাৰৰ যুৱৰাজী আৰু ছাৰাক্‌'ৰ সংমিশ্ৰণ যেন লাগে।

শৈশৱ কালতে জীৱনৰপৰা তেওঁ দ্বিগুণ আনন্দ আদায় কৰিছিল। এনে আনন্দ সাধাৰণতে সক্ৰিয় মনৰ লোকে হে পায়। কাম কৰি থাকোঁতে তেওঁ বিভিন্ন কৰ্মৰ বিষয়ে সচেতন আছিল। এপিনে তেওঁ কাম কৰে আৰু অন্য পিনে দৰ্শকৰ ভঙ্গীৰে সেই কামকে চায়। ঘনাই থিয়েটাৰ চাবলৈ যোৱাৰপৰাই হয়তো তেওঁ এই অভ্যাস লাভ কৰিছিল। তেওঁৰ নিচিনা কম বয়সত প্ৰায়বোৰ ছোৱালীৰ কোনো ব্যক্তিত্বৰ কথা শুনা নাযায়। কিন্তু তেনে বয়সতে তেওঁ থিয়েটাৰ ঘৰত তেওঁৰ দেউতাকৰ কাষতে সম্মানৰ ঠাইত বয়সীয়া লোকৰ দৰে বহিছিল আৰু তেওঁৰ একাগ্ৰ, উৎফুল্ল আৰু উজ্জ্বল ক'লা চকুত উদ্দীপ্ত কাৰুণ্য ফুটি উঠিছিল। চিমিয়ন পিকেও জুৱাৰী লোকৰ সকলো উন্মাদনাৰে থিয়েটাৰ ভাল পাইছিল আৰু তেওঁৰ ব্যৱসায়ৰ কৃতবিদ্য লোকৰ সকলো নাটকীয় গুণ তেওঁৰ গাত আছিল।

এইদৰে, চেলিনাই অৰ্কেষ্ট্ৰাৰ আসনত আধা ঢাক খাই থাকি হেভাৰ্লিৰ বাদ্যকাৰসকলৰ প্ৰদৰ্শনীৰ আঁৰ-কাপোৰ উঠিবলৈ ধৰাৰ সময়ত আগন্তুক প্ৰদৰ্শনীৰ আনন্দতে আত্মহাৰা হৈ হাঁহিছিল। যেতিয়া ইউনিয়ন ষ্টক্ কোম্পানীৰ সৈতে কিটি ব্লাঞ্চাৰ্ড আৰু মেক্‌কি ৰেঙ্কিন চিকাগোলৈ আহে তেতিয়া "দুই মাউৰা"ৰ করুণ বেদনা দেখি দেউতাকৰ লগতে চেলিনায়ো উচুপি কান্দিছিল। নতুনত্ব সম্পন্ন "চেমুৱেল অব পোচেন" নামৰ ইহুদীয় নাটকখনো তেওঁ চাইছিল। তেওঁ পিকত ফেনী ডেভেনপোৰ্টক দেখিছিল। 'এক্‌ষ্ট্ৰাভেগেঞ্জা' নামৰ লোমহৰ্ষক অথচ আনন্দদায়ক নাট্যাভিনয়লৈকেও চিমিয়ন পিকে তেওঁক লৈ গৈছিল। তাত দীঘল চিৰিৰে ওপৰৰপৰা তললৈ নামি অহা আটিল সাজ-পাৰ পিন্ধা চৰিত্ৰটো দেখি খুব ৰং পাইছিল।

"নাটক আৰু কিতাপত যি কোনো ঘটনাই ঘটিব পাৰে—যি কোনো ঘটনাই! কি ঘটিব আগধৰি কব নোৱাৰি। সেইটোকে মোৰ ভাল লাগে।"—এদিন অভিনয়ৰপৰা আহি চেলিনাই এইদৰে কৈছিল।

দেউতাক চিমিয়ন পিকে উত্তৰ দিছিল, "জীৱনৰ বেলিকাও একে কথা। ঘটনাবিলাক যেনে ধৰণে হয় সেই ধৰণে গ্ৰহণ কৰিলে তাকো অনিৰ্দিষ্ট যেন লাগে।"

চিমিয়ন পিকে এইষাৰ কথা ভাবি চিন্তিয়েই কৈছিল। নিজা ধৰণে তেওঁ এজন অতি আধুনিক বাপেক। চেলিনাক তেওঁ কৈছিল, "চেলিনা, সকলো ধৰণৰ ঘটনাকে লক্ষ্য কৰিবা। গোটেই কথাটোৰেই এটা দুঃসাহসিক

ঘটনা—এটা সুন্দৰ প্ৰদৰ্শনী। ইয়াত কৃতকাৰ্য্যতা লাভ কৰিবৰ একমাত্ৰ কৌশল হৈছে—একে সময়তে প্ৰতিযোগী আৰু দৰ্শক হ'ব লাগে।"

চেলিনাই সোধে, "কি কথা দেউতা ?"

দেউতাকে উত্তৰ দিয়ে, "জীয়াই থকা। সকলো সানমিহলি হয়। যিমানে বিভিন্ন ধৰণৰ মানুহক লগ পোৱা, বিভিন্ন কাম কৰা আৰু বিভিন্ন ঘটনা ঘটে, সিমানেই তোমাৰ জীৱন চহকী হয়। ঘটনাবোৰ হয়তো সুখকৰ নহ'ব পাৰে। ভালেই হওক বা বেয়াই হওক, সেইবোৰৰ সমষ্টিয়েই জীৱন।"

কেনেবাকৈ চেলিনাই বুজে। তেওঁ কয়, "দেউতা, আপোনাৰ মতে চাৰা আৰু এবি পেহী ডুগৰাকীৰ দৰে হোৱাতকৈ অন্য যিকোনো হোৱা শ্ৰেয়ঃ।"

দেউতাকে কয়, "এৰা। জগতত দুই তৰহৰ মানুহ লেখত লবলগীয়া—এবিধ 'গম' আৰু আনবিধ 'মৰকত মণি'।"

চেলিনাই তপৰাই উত্তৰ দিলে, "ফেনি ডেভেনপোৰ্ট 'মৰকত মণি' নহয়নে দেউতা ?"

"এৰা ঠিক সেইটোৱেই।"

"আৰু—আৰু জুলি হেম্পেলৰ দেউতাক—তেওঁ 'গম'।"

"তুমি ইমান দুষ্ট।" চিমিয়ন পিকে জীয়েকৰ তীক্ষ্ণ বুদ্ধি দেখি আনন্দতে চিঞৰি উঠে।

"প্ৰাইড এণ্ড প্ৰেজুদিছ" নামৰ ইংৰাজী উপন্যাসখন পঢ়াৰ পিচতহে তেওঁ তাৰ লিখিকা জেন অষ্টিনৰ দৰে হ'বলৈ তেওঁ মন কৰিলে। তেওঁ বৰ ৰহস্যজনক হৈ পৰিল। কুমাৰী ফিষ্টাৰৰ স্কুলত অলপ কিছুকালৰ নিমিত্তে তেওঁ অপ্ৰিয় হৈয়ো পৰিল। ইয়াৰ কাৰণ হ'ল—তেওঁ তেওঁৰ কৰ্মৰ বিষয়ে মাজে সময়ে বক্ৰ ইঙ্গিত দিছিল। তদুপৰি তেওঁ নিজে নিজে বিৰক্তিকৰ ধৰণে হাঁহিছিল আৰু বহি থাকোঁতে চিন্তাযুক্তভাৱে ভৱিৰ আঙুলিৰে মাটিত খটখটাই থাকিছিল—যেন তেওঁ সৰ্বসাধাৰণে ঢুকি নোপোৱা কোনো সপোনহে ৰচনা কৰিব লাগিছে। তেওঁৰ অন্তৰঙ্গ বান্ধৱী জুলি হেম্পেলে ঠিকেই খং কৰিছিল। তেওঁ চেলিনাক জানিবলৈ দিছিল যে হয় তেওঁ মনৰ গোপন চিন্তা ব্যক্ত কৰিব লাগিব নাইবা হেম্পেল পৰিয়ালৰ সৌহাৰ্দ ত্যাগ কৰিব লাগিব। চেলিনাই গোপন চিন্তাকে ব্যক্ত কৰিলে।

"বাৰু তেনে। মই কওঁ—মই ঔপন্যাসিক হবলৈ মানস কৰিছোঁ।" জুলি দেখাদেখিকৈয়ে হতাশ হ'ল। তথাপি তেওঁ ক'লে, "চেলিনা, সেই বুলিনো তুমি ইমান ৰহস্যজনক হৈ পৰিব লাগে নে ?"

"তুমি সেইটো নুবুজিবা, জুলি। জয়ে জয়ে লিখকসকলে জীৱনকহে জানিব লাগে। কিন্তু মানুহে আকৌ যদি তোমাৰ কথাৰ ব্যঙ্গ উমান পায়, তেন্তে তেওঁবিলাকে অস্বাভাৱিকতাৰ আশ্ৰয় লব। সিদিনা তুমি কৈছিলা তোমাৰ দেউতাৰাৰ দোকানত যুৱকজনে তোমাৰ পিনে চাইছিল আৰু কৈছিল—"

"চেলিনা পিক, তুমি যদি এই কথা তোমাৰ কিতাপত তুলি দিয়া তেন্তে মই কেতিয়াও আৰু তোমাৰ লগত কথা নহওঁ—"

"বাৰু, নিদিওঁ। কিন্তু এইটো কথাকেইতো মই ওপৰত কৈছিলোঁ।"

কুমাৰী ফিষ্টাৰৰ স্কুলৰ শিক্ষাপ্ৰাপ্ত জুলি হেম্পেল আৰু চেলিনা পিক—এই দুয়ো গৰাকী ছাত্ৰীৰ বয়স একে—উনৈশ বছৰ। চেপ্তেম্বৰ মাহৰ এই আবেলিটো চেলিনাই জুলিৰ লগত কটাইছে। মূৰত টুপীটো ঠিক কৰি লৈ তেওঁ যাবলৈ ওলাল। জুলিয়ে গধূলিৰ আহাৰৰ পৰলৈ থাকিবলৈ কৰা অনুৰোধ তেওঁৰ হাতৰ চাপৰিৰ মাজত শুনা নগ'ল। সোমবাৰে গধূলিৰ আহাৰ শ্ৰীমতী টৈবিটৰ বোৰ্ডিং ঘৰত কৰাৰ ব্যৱস্থা আছিল। কাৰণ পিক পৰিয়ালৰ আৰ্থিক অৱস্থা সাময়িকভাৱে বেয়াৰ পিনে গৈছে। জুলিৰ ঘৰত খাবলৈ অমান্তি হোৱাৰ কাৰণ এইটো হবই নোৱাৰে। বান্ধৱীক ৰাখিবলৈ বুলি জুলিয়ে ঐকান্তিকভাৱে কি কি খোৱা হ'ব, বিধে বিধে সেইবোৰৰ কথা ক'লে।

জুলিয়ে ক'লে, "প্ৰেইৰিৰ কুকুৰা পোৱালি তিনিটা খোৱা হ'ব। চহৰৰ পশ্চিমৰ এজন কৃষকে দেউতালৈ পঠিয়াই দিছে। মা'ই এই তিনিটা সেকিব। জেলি আছেই। মাখনসনা পিঁয়াজ আৰু সেকা বিলাহী থাকিব। আনুষঙ্গিক হিচাবে আটলছৰ সিদ্ধও থাকিব।"

অস্বস্তিৰ কঁপা মাতেৰে চেলিনাই ক'লে, "সোমবাৰে নিশা আমি শ্ৰীমতী টৈবিটৰ হোটেলত আহাৰ কৰোঁ আৰু ঠাণ্ডা ভেৰাৰ মাংস আৰু বন্ধা কবিহে পাওঁ। আজি সেই সোমবাৰ।"

"তেন্তে আমাৰ ইয়াতেই নিশাৰ আহাৰ নকৰা কেলেই ?"

"দেউতা গধূলি ছয় বজাত ওভতে। মোক ঘৰত নাপালে তেওঁ দুখ কৰে।"

নোদোকা, কোমল, ধুনীয়া জুলিয়ে কাতুৰি কোৱাৰ পৰিবৰ্তে দৃঢ় সুৰ আৰম্ভ কৰিলে, জানোচা তাৰ দ্বাৰা চেলিনাৰ দৃঢ় সিদ্ধান্ত ওফৰাই দিব পাৰে।

"কিন্তু দেউতাৰা আহাৰৰ পিচতেই ওলায় যায়, নিশা বাৰ বজা বা তাৰ পিচলৈ তুমি ঘৰত অকলে থাকিব লাগে।"

"ইয়াত খোৱাৰ লগত সেইটোৰ কি সম্বন্ধ আছে মই বুজা নাই" চেলিনাই কঠিনভাৱেই সোধে।

জুলিৰ দৃঢ়তাৰ সিমান মূল্য পাই ততালিকে তেওঁ পুনঃ কোমল হ'ল। চকু চল্‌চলীয়া কৰি তেওঁ ক'লে, "মৰমৰ চেলি, সেইটোৰ কোনো সম্বন্ধ নাই সঁচা। মই ভাবিছিলোঁ যে তুমি কিজানি এটা সন্ধিয়াৰ কাৰণে দেউতাৰাক এৰিব পাৰা।"

"মই তাত নাথাকিলে তেওঁ হতাশ হয় আৰু সেই ভয়ানক টেবিট-জনী! তেওঁ দেউতাৰাক কটাক্ষপাত কৰে। দেউতাই এইটো পছন্দ নকৰে।"

"তেন্তে তাত তোমালোক কেলেই থাকা মই বুজি নাপাওঁ। প্ৰায় চাৰি মাহ তাত থাকিলাই। দুৰ্গন্ধময় আৰু অপৰিষ্কাৰ ঠাই।"

"কিছু দিন দেউতাৰ ব্যৱসায়ত লোকচান হৈছে।"

চেলিনাৰ সাজ-পাৰতে তেওঁলোকৰ আৰ্থিক বিপৰ্য্যয় ফুটি ওলাইছিল। তেওঁৰ সাজ-পাৰত আগৰদৰে ধুন-পেচ, ইস্তৰি, জাপ ইত্যাদি অৱশ্যে আছিল। তেওঁৰ মুৰৰ ওখ চূড়াবিশিষ্ট টুপীৰ ফিটা, পাখি আৰু ফুলো নিউইয়ৰ্কৰ-পৰাই অহা। কিন্তু এইবোৰ বসন্ত কালতে কিনা, এতিয়া চেপ্তেম্বৰ পাইছেহি।

আবেলিৰ সময়ছোৱাত তেওঁলোক দুজনে সেই মাহৰ গভে প্ৰকাশ কৰা মহিলাৰ কিতাপখন চাইছিল। এইখনত আঁকা মহিলাৰ সাজ-পাৰ আৰু চেলিনাৰ গাত থকা সাজ-পাৰৰ পাৰ্থক্য জুলিৰ ঘৰৰ খাদ্য আৰু টেবিটৰ হোটেলৰ খাদ্যৰ ভিতৰত থকা পাৰ্থক্যৰ দৰেই। বান্ধৱীক থাকিবলৈ সম্মত কৰাব নোৱাৰি জুলিয়ে তেওঁক বিদায়ৰ চুমা খালে।

হেম্পেল ঘৰৰপৰা ডিয়াৰবৰ্ন এভিনিউত অৱস্থিত টেবিট হোটেললৈ এই অলপীয়া দূৰত্বৰ বাটছোৱা চেলিনাই বেগাই খোজ কাঢ়ি আহিল। দ্বিতীয় তলাৰ নিজৰ কোঠালীত সোমাই তেওঁ মূৰৰ টুপী সোলোকালে আৰু

দেউতাকক মাতিলে। কিন্তু দেউতাক তেতিয়ালৈ উলটি অহা নাই। মনত বং পালে, অন্ততঃ নিজৰ পলম হোৱা নাই। তেওঁ টুপীটোলৈ চালে। টুপীটো দেখাত বেয়াই হৈছে। মৰহি যোৱা গোলাপ কেইটা পেলাই দিবলৈ ঠিক কৰি দুই এটা চিলাই খুলি পেলালে। তেওঁ দেখিলে যে টুপী ভিতৰৰ ফালে বেচি বেয়া হৈছে। বেৰৰপৰা পুৰণি ছবিবোৰ আঁতৰালে বেৰত যেনে ছাব পৰি থাকে, টুপীৰ অনাবৃত বাহিৰতো তেনে এটা ছাব পৰিছে। গতিকে বেজি-সূতা লৈ ঢিলা হৈ পৰা গোলাপ ফুল কেইটা নিজৰ নিজৰ ঠাইত পুনঃ টানকৈ লগাই দিবলৈ লাগি গ'ল।

খিৰিকীৰ কাষৰ চেয়াৰ এখনত বহি বেজিৰে বেগাই চিলাই কৰি আছে। এনেতে এটা শব্দ শুনা গ'ল। তেনে শব্দ তেওঁ আগতে কেতিয়াও শুনা নাই। কান্ধত গধুৰ নিষ্প্ৰাণ বোজা কঢ়িয়াই লৈ অহা লোকৰ ভৰিৰ শব্দ। মানুহ কেইজনে লাহে লাহে খোজ কাঢ়িছে। তেওঁলোকে কঢ়িয়াই অনা বস্তু এতিয়া যেন সকলো আক্ৰমণৰ বাহিৰত। এনে অশুভ শব্দ আগতে তেওঁ কেতিয়াও শুনা নাই। প্ৰথম বাৰৰ নিমিত্তে শুনিলেও তেওঁ এই শব্দ কিহৰ বুজি পালে। নাৰীৰ সহজ জ্ঞান বহু পুৰাণ। খট্‌খট শব্দ কৰি সেই গধুৰ বোজাটো ঠেক চিৰিৰে ওপৰলৈ লৈ আহিল। হাতৰ বেজি হাততে ৰাখি চেলিনা থিয় হ'ল। টুপীটো মজিয়াত পৰিল। তেওঁৰ চকুত আচৰিত হোৱা ভাব। ওঁঠ দুটা সামান্যভাৱে মেল খালে। কাণ থিয় কৰি তেওঁ শুনিলে। তেওঁ কথাটো জানিলে।

কঢ়িওৱা লোকৰ মাত শুনা গ'ল—"সেই খিনিতে থোৱা কোণাৰ পিনে। আস্তে।" অন্য পিনে শ্ৰীমতী টেবিটৰ উচ্চ স্বৰৰ চিঞৰ-বাখৰ শুনা গ'ল—"ইয়ালৈ আনিব নোৱাৰা। এইদৰে এইখিনিলৈ এনেকৈ অনাটো অনুচিত হৈছে।"

চেলিনাৰ স্তব্ধ উশাহ-নিশাহ পুনঃ ঘূৰি আহিল। তেওঁৰ ফোঁপনি উঠিল। দুৱাৰ খুলি দিলে। দেখিলে লাচ এটা। মুখৰ ওপৰত কোনো ৰকমে অভাৰকোট এটা দি ঢাকি ৰাখিছে। ভৰিত উজ্জ্বল ৰঙৰ জোতা। এইবোৰ বিষয়ত তেওঁ সদায় বৰ যত্ন লৈছিল।

আবেলি পাঁচ বজাৰ সময়ত জেক্ হেনকিন্সৰ ঘৰত চিমিয়ন পিকক গুলী কৰা হৈছিল। দুখৰ কথা যে এই গুলী তেওঁলৈ বুলি লক্ষ্য কৰা হোৱা নাছিল। তিৰোতাৰ লক্ষ্যই এইদৰে আওবাট ল'লে। শতাব্দীৰ অষ্টম

দহকত আত্ম সম্মান ৰক্ষাৰ্থে কিছুমান তিৰোতাই ঘোঁৰাত উঠি, হাতত পিষ্টল লৈ এইদৰে গুলী পৰিচালনা কৰি নাটকীয় ধৰণে চহৰখন গৰম কৰি ৰাখিছিল। এই গুলী এজন সংবাদ-পত্ৰ প্ৰকাশকৰ গালৈ বুলি লক্ষ্য কৰা হৈছিল। এই গুলীৰ দ্বাৰা মহিলা গৰাকীয়ে প্ৰকাশকক জনাব খুজিছিল যে তেওঁ উদ্দীপ্ত, কিন্তু সাধু নহয়।

সেই কাৰণেই হবলা এই খবৰটো বেছ গোপনে ৰখা হ'ল। প্ৰকাশকৰ কাগজত এই ঘটনা প্ৰায় উল্লেখ নহলেই, নামটোৰ বানানো ইচ্ছাকৃতভাৱেই সলাই দিয়া হ'ল। তেওঁৰ উদ্দেশ্য সাধিত হ'ল বুলি ভাবি মহিলা গৰাকীয়ে দ্বিতীয় গুলীটোৰ লক্ষ্য ভুল নকৰিলে। তেওঁ মানুহৰ বিচাৰৰপৰা নিজক অব্যাহতি দিলে।

চিমিয়ন পিকৰ মৃত্যুৰ পিচত জীয়েক চেলিনাই বাপেকৰ সম্পত্তি এই-খিনি পালে—ধুনীয়া, পৰিষ্কাৰ নীলা-বগা ৰঙৰ দুটা হীৰা ( জুৱাৰী লোকে এনে বস্তু ভাল পায় ) আৰু নগদ চাৰিশ সাতান্নৈ ডলাৰ। কেনেকৈ তেওঁ ইমানখিনি ধন সাঁচি থৈছিল সেইটো ৰহস্যজনক। যিটো খামত এই ধন-খিনি আছিল তাত আগতে আৰু বেচি ধন থোৱাৰ চিহ্ন বিদ্যমান। খামটো বন্ধ কৰি থোৱা, তাৰ ওপৰত লিখা আছে, "মোৰ কিবা হ'লে, মোৰ মৰমৰ ছোৱালী চেলিনাকণে পাব।" কথাখিনি চিমিয়ন পিকে ধুনীয়াকৈ নিজ হাতেৰে লিখা। লিখাৰ তাৰিখ সাত বছৰ আগৰ। পোনতে তাত কিমান ধন থোৱা হৈছিল কোনোৱে নাজানে। জুৱাৰীৰ হাতত নগদ পইচা পৰিলে জুৱাৰ যজ্ঞত আহুতি হৈ পৰে। তেনে মানুহে যে এইখিনি ধন আছুতীয়াকৈ সাঁচি থৈ যাব পাৰিলে সেইটোৰপৰা তেওঁৰ কিমান আত্ম-সংযমৰ দৰ্কাৰ হৈছিল তাক সহজে অনুমান কৰিব পাৰি।

দেউতাকৰ মৃত্যুৰ পিচত চেলিনা পিকৰ সমুখত দুটা মাত্ৰ বাট থাকিল—হয় তেওঁ নিজে নিজৰ জীৱিকা উপাৰ্জন কৰিব ; নহয় পিতৃভূমি ভাৰ্মণ্ট গাঁৱলৈ উভতি গৈ চাৰা আৰু এবি নামৰ কুমাৰী পেহীয়েক দুজনীৰ দৰে শুকান আপেল হৈ কাল কটাব। তেওঁ নিজে নিজৰ জীৱিকা উপাৰ্জন কৰিবলৈ কুণ্ঠাবোধ নকৰিলে।

জুলি হেম্পেলে সুধিলে, "কোন ধৰণৰ কাম? তুমি কোন ধৰণৰ কাম কৰিব পাৰা?" তিৰোতাই, বিশেষকৈ চেলিনাইতে কাম নকৰিছিল।

"মই শিক্ষাদান কাম কৰিব পাৰোঁ।"

"কিহৰ শিক্ষা ?"

"ফিষ্টাৰৰ স্কুলত মই শিকা কথাবোৰ।"

জুলিৰ ভাব-ভঙ্গিমাত ফিষ্টাৰৰ স্কুলৰ প্ৰতি বৰ ভাল ধাৰণা থকা যেন দেখা নগ'ল। তেওঁ সুধিলে, "কাক শিকাবা ?"

"সৰু সৰু ল'ৰা-ছোৱালীক। অথবা ৰাজহুৱা শিক্ষানুষ্ঠানত।"

"পোনতে তুমি অলপ কিছু কৰিব লাগিব। হয় নৰ্মাললৈ যাব লাগিব অথবা গাঁও অঞ্চলৰ স্কুলত কাম কৰিব লাগিব। তেতিয়াহে ৰাজহুৱা স্কুলত শিক্ষাদানৰ কাম কৰিব পাৰিবা। নহয় জানো ? সিহঁত বেচি ভাগেই বয়সিয়াল—পচিশ, ত্ৰিশ বা ততোধিক"

এই কথা-বতৰাত জুলিয়ে আগভাগ লৈছে আৰু চেলিনাই মাত্ৰ আত্মৰক্ষা কৰিবলৈ উত্তৰ দি গৈছে। তাৰপৰা চেলিনাৰ যে মনত দ্বিধা উপজিছে সেইটো বুজা গৈছে। চেলিনাই তেতিয়া জনা নাছিল যে তেওঁৰ লগত এইদৰে কথা-বতৰা হৈ জুলিয়ে মনৰ দৃঢ়তা দেখুৱাইছে। জুলিৰ মাকে সেই মৃত জুৱাৰীজনৰ ছোৱালী চেলিনাৰ লগত কেতিয়াও লগ নালাগিবলৈ কৈছিল। তেওঁ শ্ৰীমতী ফিষ্টাৰলৈ এখন চিঠি দি তেওঁৰ স্কুলত জধেমধে ছোৱালীক ভৰ্তি কৰাৰপৰা অন্য ছোৱালীবিলাক কলুষিত যে হ'ব পাৰে, তেনে মন্তব্যও দিছিল।

জুলিৰ আক্ৰমণাত্মক প্ৰশ্নৰ শেষৰ ফালে চেলিনাই প্ৰতিবাদ কৰিলে। তেওঁ ক'লে, "তেনেহলে মই গাঁৱৰ স্কুলতেই শিক্ষকতা কৰিম। গণিতত মই ভাল। এইটো তুমি জানা।" জুলিয়ে এইটো জানিবৰে কথা। ফিষ্টাৰৰ স্কুলত জুলিৰ অঙ্কবিলাক চেলিনাই কৰি দিছিল। তেওঁ আকৌ ক'লে, "গাঁৱৰ স্কুলবিলাকততো মাত্ৰ গণিত, ব্যাকৰণ আৰু ভূগোল হে শিকোৱা হয়।"

"তুমি গাঁৱৰ স্কুলত শিক্ষকতা কৰিবা ?" এই বুলি কৈ তেওঁ চেলিনাৰ ফালে চালে।

তেওঁ দেখিলে চেলিনাৰ মুৰটো সৰু আৰু ধুনীয়া। মুখমণ্ডলত কোমলতা। গালৰ হাৰ বেচি ওখ। অথবা তেওঁৰ কোমল, ক'লা উজ্জ্বল চকুযুৰি কিছু ভিতৰলৈ সোমোৱা বাবেই হয়তো তেনে দেখা গৈছে। মুখখন শুকান নহয়, বৰং দাঁতৰপাৰিৰ তলৰ ফালে কিছু শকত। এনেকুৱা গঢ়ৰ তিৰোতাবিলাকেই সংস্কাৰমূলক কামত আগৰণুৱা হয়। জুলিয়ে মানুহৰ শৰীৰৰ ৰেখা অধ্যয়ন কৰিব নাজানে। গতিকে তেওঁ ইয়াৰ তাৎপৰ্য্য জাবু

নাছিল। তেওঁৰ নাকটোও ধুনীয়া আছিল। হাঁহিলে নাকৰ ওপৰৰ ভাগটো অলপ কোঁচ খায়। তেতিয়া তেওঁ বেচি ধুনীয়া হয়। মানুহে চেলিনাক সবল, পোনপটীয়া বুলি ভাবিছিল। এইটো অৱশ্যে নহয়। তেওঁৰ চকুযুৰিৰ ওপৰতে মানুহৰ নজৰ পৰিছিল আৰু এবাৰ দেখিলে বহুত দিনলৈ মানুহৰ মনত থাকিছিল। কথা হ'বৰ সময়ত মানুহে সেই চকুযুৰিৰ ভিতৰলৈ চাইছিল। চেলিনাই লক্ষ্য কৰিছিল যে মানুহে তেওঁ কোৱা কথালৈ কাণ দিয়াই নাই, চকু অধ্যয়নহে কৰিছে। তেতিয়া তেওঁ কিছু অপ্ৰস্তুত হৈ পৰিছিল। চকুৰ এই কোমলতাত ভোল গৈ হয়তো মানুহে তেওঁৰ মুখৰ তলৰ অংশত নিহিত থকা কাঠিন্যৰ ভাবক আওকাণ কৰিছিল। দহ বছৰ পিচত, জীৱন-সংগ্ৰামত জুৰুলি-জুপুৰি হোৱা চেলিনাক জুলিয়ে হঠাতে এদিন লগ পাইছিল। চেলিনাই প্ৰেইৰি এভিনিউ নামৰ বাটেদি মালৰ মটৰ এখনেৰে গৈ থাকোঁতে হঠাতে জুলিয়ে তেওঁক দেখা পাই আহি তেওঁৰ কাষত থিয় দিয়ে। তেতিয়া চেলিনাৰ মুখ ৰ'দৰ তাপ পৰি ৰঙচুৱা হৈছে। শৰীৰত শ্ৰমৰ ৰেখা পৰিছে। তেওঁৰ ওলমি থকা চুলিকোছা পিচফালে বান্ধি তাত দীঘল ধোঁৱা বৰণীয়া হেয়াৰপিন এটা মাৰি থোৱা আছে। তেওঁৰ বহল মেখেলাত গাড়ীৰ চকাৰ বোকাৰ দাগ। তেওঁৰ সৰু ভৰিত পুৰুষৰ পুৰণা ডাঙৰ বুট জোতা এযোৰ, মূৰত তেওঁৰ স্বামীৰ জৰাজীৰ্ণ পুৰণা টুপী এটা, হাতত মিঠা শস্য, গাঁজৰ, মূলা আৰু পালেং শাকৰ মুঠা। দাঁত বেয়া হৈ গৈছে, বুকু চেপেটা হৈছে, মেখেলাত মোনা ওলমিছে। জুলিয়ে তেওঁলৈ অলপ পৰ ৰ' লাগি চাই থাকি চকুযুৰিৰপৰা তেওঁক চিনিলে। জুলিৰ গাত তেতিয়া ধুনীয়া ৰেচমৰ সাজ-পাৰ, মূৰত টুপী আৰু পাখি। চেলিনাক চিনি পাই জুলিয়ে দৌৰি গৈ চিঞৰি উঠিল, 'অ' চেলিনা, মৰমৰ চেলিনা।" জুলিয়ে পুতৌ আৰু আশ্চৰ্য্যত উচুপি কান্দিলে, আৰু শাক-পাচলিৰে সৈতে তেওঁক সাবটি ধৰিলে। প্ৰেইৰি এভিনিউত অৱস্থিত জুলি হেম্পেল আৰ্নল্ডৰ দালান ঘৰত সমুখৰ আলিবাটৰ কাষত শাক-পাচলিৰ কিছু অংশ সিঁচৰতি হৈ পৰি থাকিল। কিন্তু আশ্চৰ্য্যৰ কথা, এনে ভাগ্য বিপৰ্য্যয়ৰ বেলিকাও সান্ত্বনা বাণী চেলিনাৰ মুখৰপৰাহে ওলাল। জুলিৰ গা পিহি দি চেলিনাই ক'লে, "সকলো ঠিক আছে জুলি। সকলো ঠিক আছে। কিহৰ কাৰণে কান্দিব লাগে? নাকান্দিবা, সকলো ঠিক আছে। চিঃ,……নাকান্দিবা।"

# দুই

চিকাগোৰ দহ মাইল বাহিৰত, হাইপ্ৰেইৰিত অৱস্থিত ডাচ স্কুলখন পাই চেলিনাই ভাগ্য ভাল বুলি ভাবিলে। মাহেকত ত্ৰিশ ডলাৰ। আগষ্ট হেম্পেলেই এইটো বন্দোবস্ত কৰি দিলে, অথবা জুলিৰ অনুৰোধত আগষ্টে যোগাৰ কৰিলে। আগষ্ট হেম্পেলৰ এতিয়া বয়স পঞ্চল্লিশ বছৰ। দীৰ্ঘ দিন তেওঁ ক্লাৰ্ক ষ্ট্ৰীটত কচাই ব্যৱসায় কৰিছে। গতিকে চাৰিওফালে কেইবা মাইললৈ থকা প্ৰত্যেক কৃষক আৰু বেপাৰীকে তেওঁ জানে। ইয়াৰ উপৰিও কুক কাউণ্টি আৰু ইলিনইছ ৰাজ্যৰ বিভিন্ন ঠাইত সিঁচৰতি হৈ থকা শ শ কৃষক-বেপাৰীক তেওঁ জানে।

চেলিনা পিকক এই ডাচ স্কুলখনত এটা চাকৰি সংগ্ৰহ কৰি দিয়া তেওঁৰ পক্ষে তেনেই উজু কথা। হাইপ্ৰেইৰিৰ জিলাৰ এই স্কুলখনৰ শিক্ষক এই পৰ্য্যন্ত পুৰুষ মানুহেই আছিল। আগৰ শিক্ষকজনে অন্য ঠাইত এটা ভাল সুবিধা পাই স্কুলৰ নতুন বছৰ আৰম্ভ হোৱাৰ আগতে গুচি গৈছে। নৱেম্বৰৰ প্ৰথম সপ্তাহৰ আগতে হাইপ্ৰেইৰিৰ স্কুল নোখোলে। কৃষি প্ৰধান ঠাই। গতিকে ছয় বছৰৰ ওপৰৰ প্ৰত্যেক ল'ৰা-ছোৱালীয়ে শৰৎকালৰ আগ ভাগত পথাৰত ব্যস্ত। এই ঠাইত দুই বছৰ শিক্ষকতা কৰিব পাৰিলে চেলিনাই চহৰত কাম কৰিবৰ যোগ্যতা অৰ্জন কৰিব। আগষ্ট হেম্পেলে ইঙ্গিত দিলে যে যথা সময়ত সেইটোও তেওঁ যোগাৰ কৰি দিব পাৰিব। চেলিনাই ভাবিলে, ৰঙা মুখৰ এই টেঙৰ কচাইজন আচৰিত ধৰণৰ লোক। এইটো অৱশ্যে সত্য কথা।

সাতচল্লিশ বছৰ বয়সত অকলে তেওঁ বিখ্যাত হেম্পেল পেকিং কোম্পানীৰ প্ৰতিষ্ঠা কৰে। তিনি বছৰৰ ভিতৰতে তেওঁৰ ক্ষমতা বাঢ়ি যায়। কানচাছ চহৰ, ওমাহা আৰু ডেনভাৰত হেম্পেলৰ শাখা কোম্পানী প্ৰতিষ্ঠিত হয়। তেওঁৰ বয়স ষাঠি হ'লত হনলুলুৰপৰা পোৰ্টলেণ্ডলৈ সমস্ত আলিবাটৰ কাষতে পেকিংঘৰ, ফেক্টৰী ইত্যাদিত হেম্পেলৰ নাম আঁৰি থোৱা পোৱা গ'ল। কিছুমান ঠাইত লিখা আছে—

"হেম বুলি নববা, হেম্পেল বুলিহে কবা।"

হেম্পেল কোম্পানীত উৎপন্ন সামগ্ৰীও বহুত ধৰণৰ গাহৰিৰ মাংসৰপৰা আতললৈ ; মলমৰপৰা আঙুৰৰ ৰসলৈ।

হেম্পেলৰ দ্বাৰা তৈয়াৰী সামগ্ৰীত দোষ নিদি মানুহে তাক পঠিৱা লোকৰ গাতহে দোষ দিবলৈ পছন্দ কৰে। ডেকা কালত যিবিলাক কৃষকে তেওঁক জানিছিল সেইবিলাকে তেওঁৰ ষাঠি বছৰ বয়সতো তেওঁক "আগ" এই মৰমৰ সম্বোধন কৰিছিল। অথচ এতিয়া তেওঁ এজন কোটিপতি। ইয়াৰপৰাই তেওঁৰ চৰিত্ৰৰ কিছু কথা ধাৰণা কৰিব পাৰি। পয়ষষ্ঠি বছৰ বয়সত তেওঁ গোলফ্ খেলত তেওঁৰ জোৰায়েক মাইকেল আৰ্নল্ডক ঘটুৱাইছিল। উনৈশ শতিকাৰ নৱম দহকত বাণিজ্যক্ষেত্ৰত কমিচন, তদন্ত ইত্যাদি অনুষ্ঠিত হোৱাৰ আগতে এই সিংহপুৰুষে বাণিজ্য সমুদ্ৰৰ বিপদসঙ্কুল পানীত নাও বাই ফুৰিছিল।

বয়স আৰু অভিজ্ঞতা কম থাকিলেও চেলিনাই তেওঁৰ নতুন জীৱনৰ বাবে ভালকৈ প্ৰস্তুত হ'ল। পিতৃ-সম্পত্তিৰ এখণ্ড হীৰা বেচি দিলে, এখণ্ড ৰাখিলে। নগদ ধন চাৰিশ সাতাসৈৰে ডলাৰৰ গোটেইখিনি বেঙ্কত থৈ দিলে। তেওঁ এযোৰ শকত বুট জোতা আৰু দুযোৰা কাপোৰ কিনিলে। এযোৰা হালধীয়া, মহিলাৰ কাপোৰ। এইযোৰ তেওঁ নিজেই বৈ ল'লে। তাত বগা কলাৰ আৰু কাফ দিলে। এই কাফৰ ওপৰত শিক্ষাদানৰ সময়ত যাতে মলিয়ন হৈ নাযায় তাৰ বাবে আবৰণ দিয়া হ'ল। ইয়াৰ উপৰিও এখন তেজাল ৰঙা ৰঙৰ কাশ্মীৰী আলোৱান ল'লে।

আগতে নিউ হল্যাণ্ড বুলি জনাজাত সেই ঠাই খণ্ডৰ সম্বন্ধে আঁতি-গুৰি জানি ল'লে। ইয়াৰ মানুহবিলাকৰ সকলোৱে পামৰ খেতিয়ক। ইউৰোপৰ হল্যাণ্ডৰপৰা এওঁলোকৰ পূৰ্বপুৰুষসকল ইয়ালৈ আহিছে। কিন্তু তেওঁলোক বৰ্তমান বংশধৰসকলৰ বৈশিষ্ট্যবিলাক ঠিক আগৰদৰেই অবিকৃতভাৱে আছে। প্ৰেইৰিৰ জলাহ-পথাৰত পিন্ধা কাঠৰ জোতাৰ কথা তেওঁ শুনিছিল। ৰঙা মুখৰ কৰ্নেলিয়াচ ভান ডাৰ বিল্ট নামৰ এজন খেতিয়কৰ কথাও তেওঁ শুনিছিল। অন্যান্য বহুতো কৃষকৰ কথাও তেওঁৰ কাণত পৰিছিল। শকত-আৱত, মন্থৰ গতিৰ পৰিশ্ৰমী এই কৃষকবিলাকে চাপৰ আৰু বহু খিৰিকী বিশিষ্ট ঘৰত বাস কৰিছিল। এই ঘৰবোৰ উত্তৰ হল্যাণ্ডৰ ঘৰৰ আহিত সজা। তেওঁলোকৰ বহুতেই স্কুল-চহৰ বা তাৰ ওচৰ পাজৰৰপৰা আহিছিল।

অন্য কিছুমান লোক আমষ্টাৰদামৰ বাহিৰত থকা দ ঠাইবোৰৰপৰা অহা। চেলিনাই কল্পনাৰে সেই ঠাইক এটা টোপনি জমোৱা গল্পৰৰ লগত তুলনা কৰিলে আৰু ভাবিলে যে ৱাচিংটন আৰ্ভিঙৰ মনোৰম গল্পটোত উল্লেখ কৰা গল্পৰৰ ই এটা প্ৰতিচ্ছবি স্বৰূপ। তেওঁ অহাৰ আগে আগে যিজন শিক্ষক স্কুল এৰি গ'ল তেওঁক ইকাবোদ ক্ৰেন যেন অনুমান হ'ল। তেওঁ যিজন কৃষকৰ ঘৰত বহা কৰিব সেইজনক ধপাতৰ নলী, হাঁহি ইত্যাদি সকলো বিষয়তে মিনহিৰ ভান টাচেলৰ আধুনিক সংস্কৰণ যেন অনুমান হ'ল। এদিন আবেলি তেওঁ আৰু জুলি হেম্পেলে একে লগে বহি আৰ্ভিঙৰ গল্পটো পঢ়িছিল। সেইদিনা জুলিয়ে মাকৰ বাধা-নিষেধ অমান্য কৰি আহিছিল। চেলিনাৰ মানস-পটত ভাহি উঠিল ভৱিষ্যত কৰ্মক্ষেত্ৰৰ ছবি—পকা শস্যেৰে পূৰ্ণ পথাৰ, শস্য দাবৰ নিমিত্তে বিভিন্ন সঁজুলি, বনৰীয়া হাঁহৰ সিজোৱা মাংস, লাওৰ পিঠা, গ্ৰাম্য নাচ, আপেল ৰঙীয়া গালৰ গাঁৱলীয়া ছোৱালী ইত্যাদি। চিকাগো চহৰৰ বৈচিত্ৰ্যহীন ধোঁৱা বৰণৰ আবেষ্টনিত জুলিয়ে কাল কটাব লাগিব এই বাবে তেওঁ জুলিৰ নিমিত্তে দুখো অনুভৱ কৰিলে।

অক্টোবৰৰ শেষ সপ্তাহত তেওঁ হাইপ্ৰেইৰিৰ অভিমুখে যাত্ৰা কৰিলে। দুই ঘোঁৰাৰ গাড়ী এখনত চিকাগোৰ বজাৰলৈ শাক-পাচলি কঢ়িয়াই লৈ ক্লাচ পুল গৈছিল। চেলিনাই সেই গাড়ীত তেওঁৰ কাষতে বহি গ'ল। ওপৰৰ গাড়োৱানৰ বহা ঠাইত পুলৰ কাষতে তেওঁ বহিল যেন চিন্তাযুক্ত মতা কুকুৰা এটাৰ কাষত উৎফুল্ল মাইকী কুকুৰা এজনীহে বহিছে। এই দীঘল বাটেৰে ওবে আবেলিটো দুয়ো গৈ থাকিল। চিকাগোৰ গাত লগা বাহিৰৰ দ ঠাইবোৰ এতিয়াৰ দৰে বিভিন্ন ধৰণৰ কল-কাৰখানাৰে তেতিয়াও পৰিপূৰ্ণ হৈ উঠা নাই। শৰৎ কালত অস্তগামী সূৰ্য্যৰ ৰশ্মিত এই ঠাইখণ্ড বিস্তীৰ্ণ হৈ পৰি থকা দেখা গৈছিল। তাৰ ওপৰত হ্ৰদৰপৰা কুঁৱলী ভৰি ঠাইখণ্ড ঢাকি পেলাবলৈ আৰম্ভ কৰিছিল। মাইলৰ পিচত মাইল আগুৰি সেউজীয়া বৰণৰ কৃষি-খেতিৰ আবৰণ। কেইবা মাইলো আগুৰি ৰঙা কৰিব বিস্তীৰ্ণ পথাৰ। ইয়াৰ মাজে মাজে শস্যৰ দম। দিগন্তৰ পটভূমিত মাজে মাজে ওক আৰু মেপল গছৰ খণ্ড সূৰ্য্যৰ হেলনীয়া ৰশ্মিত ৰঙচুৱা হৈ উঠিছে। সৌন্দৰ্য্য-পিপাসু চকুৰে চেলিনাই এইবোৰ দেখিলে। তেওঁ ক'লে, "মিষ্টাৰ পুল এই ঠাইখণ্ড ইমান ধুনীয়া।"

বোকা আলিবাটেৰে গাড়ীৰ ঘোঁৰা খেদি ক্লাচ পুল গৈ থাকিল। তেওঁৰ

চকুযুৰিয়ে ঘোঁৰাৰ কাণৰ ওপৰেদি সমুখৰ কোনো অদৃশ্য বিন্দু এটাত নিবিষ্ট হৈ থকা যেন লাগিল। সোনকালে কাম কৰা বিধৰ মস্তিষ্ক তেওঁৰ নাছিল, কিম্বা মস্তিষ্কৰ হুকুমত সোনকালে সঁহাৰি দিয়া বিধৰ শৰীৰো তেওঁৰ নাছিল। সোণালী বৰণৰ ঠৰঙা ঠৰঙা চুলিৰে আবৃত ৰঙা ঘূৰণীয়া মুখমণ্ডলত থকা তেওঁৰ চকুযুৰি চীনা পাত্ৰৰ দৰে নীলা। তেওঁৰ মূৰটো জোনটোৰ দৰে ঘূৰণীয়া। কান্ধ দুখনৰ মাজত মূৰটো অপেক্ষাকৃতভাৱে যেন চাপৰ হৈ আছে। মূৰটো ঘূৰালে আচহুৱা যেন লাগে

চকুৰ দৃষ্টি সমুখৰ ফালে ৰাখি তেওঁ মূৰটো চেলিনাৰ ফালে ঘূৰালে। চকুৰ দৃষ্টি কিন্তু সমুখৰ ফালেই থাকিল। চকু আৰু মূৰ ভিন্ন গতিত চালিত হ'ল। শেষত তেওঁ চেলিনাৰ সৈতে মুখা-মুখি হ'ল। চেলিনাৰ মুখ উদ্ভাসিত। চৌদিশৰ প্ৰাকৃতিক সৌন্দৰ্য্য আৰু আগন্তুক নতুন জীৱনৰ উত্তেজনা তেওঁৰ মুখমণ্ডলত প্ৰস্ফুটিত হৈ উঠিছে। তেওঁৰ দেউতাকৰ সৈতে থিয়েটাৰ চাবলৈ যাওঁতে নাটকৰ প্ৰথম পট উত্তোলনৰ সময়ত এনে উত্তেজনাকে তেওঁ অনুভৱ কৰিছিল। নৱেম্বৰৰ ঠাণ্ডা বতাহ। কোট, মাফলাৰ আৰু শ্বালেৰে তেওঁৰ শৰীৰ সুন্দৰ ৰকমে আবৃত। শৰীৰৰ মাখন-সেউজীয়া বৰণত আজি অলপ বেঙুনীয়া আভা, ক'লা চকু উদ্দীপ্ত আৰু উজ্জ্বল। এই কোমল ছোৱালীজনীৰ উজ্জ্বল মুখখনিৰ কাষতে থকা ক্লাচ পুলৰ মুখখন গাঢ—যেন অন্য উপাদানৰ দ্বাৰাহে সৃষ্টি কৰা হৈছে, যেন অন্য জাতিৰপৰা তাৰ জন্ম হৈছে। তেওঁৰ নিষ্প্ৰভ নীলা চকুত বুজিব নোৱাৰা ভাব।

অপ্ৰস্তুতভাৱে, চেলিনাৰ কথাকে ঘূৰাই পুলে সুধিলে, "ধুনীয়া? কি ধুনীয়া?"

কোট, মাফলাৰ, শ্বাল ইত্যাদিৰপৰা হাত উলিয়াই চেলিনাই কোমল বাহু মেলি সমুখৰ গোটেই প্ৰাকৃতিক দৃশ্যলৈ ইঙ্গিত কৰিলে। সৰোবৰেৰে পৰিপূৰ্ণ সেই ঠাই। আবেলি সূৰ্য্যৰ সোণালী ৰশ্মি পৰি মনোমোহা হৈ উঠিছে। কুঁৱলীৰ আভাসো আছে।

"এই—কবিবিলাক।"

ক্লাচ পুলৰ চকুত ধেমালিৰ ৰেখা বিৰিঙি উঠিল। তেওঁ বেঁকা কৰি চালে। নাকৰ বিন্ধা ফুলি উঠিল, ওঁঠ কঁপিল আৰু ক্ৰমে এই শিহৰণ তেওঁৰ বহল কান্ধ, তলপেট আদিত বিয়পি পৰিল। তেওঁৰ সমস্ত শৰীৰতে আনন্দ বাগৰি গ'ল।

চেলিনাৰ পিনে চকু দি তেওঁ ক'লে, "কবি ধুনীয়া! কবি ধুনীয়া!" তেওঁৰ কণ্ঠত আনন্দ প্ৰতিধ্বনিত হ'ল। এবাৰ হাঁহি ওলালে, তেওঁ তাক সামৰিব নোৱাৰে। পাচত তেওঁ চকু আৰু মুখ পুনঃ ঘোঁৰা আৰু আলিবাটৰ পিনে ঘূৰালে। কিন্তু আগৰদৰে চকু আৰু মুখৰ গতি যেন ভিন্ন। চেলিনাই পুলৰ চকু-মুখত দুষ্টামি থকা যেন পালে।

পুলৰ হাঁহিত চেলিনাই প্ৰতিবাদ কৰিলে। কিন্তু নিজেও হাঁহিলে। তথাপি, তেওঁ নিজৰ কথাষাৰ দৃঢ়ভাৱে ক'লে, "ধুনীয়া নিশ্চয় হয়। কবি, শস্য আৰু পালেং-শাক—এটাইবিলাকক একেলগে পাৰস্য দেশীয় ছবি যেন দেখি।"

বোকাময় আলিবাটেৰে শাক-পাচলিৰ গাড়ী চলাই লৈ গৈ থকা খেতিয়ক এজনৰ আগত চেলিনাই যি ভাষা বা উপমা ব্যৱহাৰ কৰিছে, সি হয়তো প্ৰাসঙ্গিক হোৱা নাই। কিন্তু চেলিনাই সোতৰ বছৰ বয়সতে বাইৰণৰ কবিতা পঢ়িছিল।

ক্লাচ পুলে বাইৰণ সাহিত্যিক উপমা—ইত্যাদিৰ একো নাজানিছিল। কিন্তু তেওঁ কবিৰ কথা জানিছিল। বিভিন্ন সময়ত আৰু ঠাইত, বিভিন্ন জাতৰ কবিৰ খেতি তেওঁ কৰিছিল। কিন্তু কবিবিলাক যে মাণিকৰ দৰে ধুনীয়া, সিবিলাকক একেলগে যে পাৰস্য দেশীয় ছবি যেন দেখি - এইবিলাক কথা তেওঁ জনা নাছিল। সেইবিলাক কথা তেওঁৰ মগজুত নোসোমাইছিল। আদাৰ বেপাৰীয়ে জাহাজৰ খবৰৰ নিমিত্তে মূৰ ঘমাবৰ কি প্ৰয়োজন?

গাঁৱলীয়া আলিবাটেৰে ঘোঁৰাৰ গাড়ী গৈ থাকিল। মাজে সময়ে তেওঁৰ সজীৱ মুখৰপৰা মাত ওলোৱা তেওঁ শুনিলে, "কবি ধুনীয়া।" চেলিনাই খং নকৰিলে। আজিৰ নিচিনা দিনত তেওঁ একোতে খং নকৰে। দেউতাকৰ মৃত্যু, তেওঁৰ নিজৰ বয়স, অকলশৰীয়া অৱস্থা, অচিন লোকৰ মাজত জীৱন নিৰ্বাহ কৰিবলৈ ওলোৱাৰ ভয়, এই এটাইবিলাকক উপেক্ষা কৰি আগন্তুক জীৱনৰ দুঃসাহসিক অভিযানৰ উল্লাসে আজি তেওঁক অনুপ্ৰাণিত কৰিছে। দেউতাক চিমিয়ন পিকেও কৈছিল, "জীৱনটোৱেই এটা দুঃসাহসিক অভিযান।" তেওঁ উল্লাস অনুভৱ কৰিলে। কাৰণ তেওঁ দুঃসাহসিক কাম কৰিবলৈ ওলাইছে। বৈপ্লৱিক কাম কৰিবলৈ আগবাঢ়িছে। পিক পৰিয়ালৰ অন্যান্য লোকে এইটো কল্পনাই কৰিব নোৱাৰে। তেওঁৰ সম্বল হ'ল—যৌৱন, ঔৎসুক্য, তীখাৰ নিচিনা কঠিন শৰীৰ, এযোৰ মহিলাৰ সাজ-পাৰ, এখন

বডা কাশ্মীৰী শ্বাল, চাবিশ সাতায়বৈ ভগাৰ ধন, আৰু এটা আনন্দময় অমৰ উৎসাহ। অৱশ্যে এই উৎসাহে বহুত সময়ত তেওঁক ফলহীন, বাট-শূন্য মৰুৰ মাজতো ঘূৰাই ফুৰাইছিল। কিন্তু বডা আৰু সেউজীয়া কবি তেওঁৰ মানত সদায় মাণিক হৈয়ে থাকিল। এনেকুৱা নাৰীক কোন মহাশক্তিয়ে পৰাস্ত কৰিব পাৰে? আলিবাটেৰে গাড়ীত জোকাৰণি খাই গৈ থাকোঁতে চেলিনাই নিজৰ ভাগ্য ভাল বুলি ভাবিলে। তেওঁৰ মনত অৱশ্যে অলপ ভয় হৈছিল। বিস্তীর্ণ, দ প্ৰেইৰিৰপৰা চকু আঁতৰাই এতিয়া তেওঁ সঙ্গীৰ ওপৰত দৃষ্টি নিক্ষেপ কৰিলে। তেওঁৰ নিজৰ প্ৰকৃতি প্ৰাণবন্ত, কথকী। কিন্তু তেওঁৰ সঙ্গী নীৰৱ প্ৰকৃতিৰ, কথা কবই নোখোজে। গতিকে মনে মনে অলপ অশান্তি অনুভৱ কৰিলে। অথচ, তেওঁৰ সঙ্গীৰ মুখত বিষাদৰ ছাঁ নাই। মুখ আৰু চকুৰ কোণত বৰং হৰ্ষৰ কণিকাৰ অৱশেষ বৈ আছে।

ক্লাচ পুল স্কুলৰ পৰিচালক। এওঁৰ ঘৰতেই চেলিনা থাকিব তেওঁৰ আগত কবিব কথা নোকোৱাই হয়তো সমীচীন হ'লহেঁতেন। গতিকে, এতিয়াও তেওঁ পার্য্যমানে সংযত ভাব অৱলম্বন কবি শিক্ষকোচিত ব্যৱহাৰ দেখুৱাই গম্ভীৰ হ'ল।

"অ' মিষ্টাৰ পুল, আপোনাৰ ল'ৰা-ছোৱালী তিনিটা, নহয় জানো? তেওঁলোক মোৰ ছাত্ৰ নহবনে?"

ক্লাচ পুলে এইটো চিন্তা কবি চালে। বেচি মনোযোগ দি চিন্তা কৰোঁতে তেওঁৰ মুখমণ্ডলত সামান্য খঙৰ ভাব ফুটি উঠাত তাৰ প্ৰশান্ত অৱস্থা নোহোৱাৰ দৰে হ'ল। এইদৰে দুই ধৰণৰ প্ৰশ্ন কবি তেওঁৰ মৰ্য্যাদা বঢ়াবলৈ চেষ্টা কৰোঁতে তেওঁৰ আশ্ৰয়দাতাৰ কিছু সঙ্কট সৃষ্টি হ'ল। পুলে দুয়োফালে মুৰ দুপিয়াবলৈ চেষ্টা কৰিলে। মূৰৰ দোপনিটো দেখোঁতে ঘূৰণিৰ দৰে হ'ল। চেলিনাই লক্ষ্য কৰিলে যে পুলে একেলগে 'হয়', 'নহয়' এই দুয়োটা বুজাবলৈ মূৰ দুপিয়াইছে আৰু জোকাৰিছে।

চেলিনাই সুধিলে, "ল'ৰা-ছোৱালী নাই, নে মোৰ ছাত্ৰ নহয় নে, কি?"

"মোৰ তিনিটা ল'ৰা-ছোৱালী আছে। আটাইকেইটাই আপোনাৰ ছাত্ৰ নহব।"

উত্তৰটোত দৃঢ়তা আৰু স্পষ্টতা আছিল।

"আই ঔ! কেলেই নহয়? কোন কেইটা নহব?"

এই প্ৰশ্নৰ জাউৰিৰ ফল মাৰাত্মক হ'ল। পুলৰ মুখৰপৰা অলপ খি

কথা ওলাইছিল, সি এতিয়া একেবাৰে বন্ধ হ'ল। প্ৰায় তিনি মাইলমান তেওঁলোকে নীৰৱে গৈ থাকিল। চেলিনাই নিজকে নিজে ক'লে যে তেওঁ ইহা অনুচিত। কিন্তু সঙ্কল্পৰ লগে লগেই তেওঁ হাঁহি পেলালে। বন্ধ কৰিবৰ উপায় নাই। শৰৎকালৰ সূৰ্য্যাস্তৰ সময়ত উৰি যোৱা চৰাইৰ পাখিৰ নম্ৰ শব্দৰ দৰে এই হাঁহিৰ শব্দ শুনা গ'ল। লগে লগে স্তব্ধ কণ্ঠৰ গভীৰ হাঁহিৰ অন্য শব্দ এটা শুনা গ'ল। পানী উতলি থকা বন্ধ কেটলিৰ শব্দৰ দৰে এই হাঁহি। দুয়োৰে হাঁহি লগ লাগি গ'ল। এজনী ছোৱালী -তৰুণী, কোমল, কৃশ, মৰ্য্যাদা-সচেতন আৰু চেতনা-চঞ্চল ; অন্যজন খেতি-পামৰ গাড়ীত কাম কৰা কল্পনাহীন কৃষক। ছোৱালীজনীৰ সান্নিধ্যই মানুহজনৰ আনন্দ-জ্ঞান জগাই তুলিলে।

চেলিনাৰ মনত বন্ধুত্ব আৰু সুখৰ ভাব জাগি উঠিল। তেওঁ সুধিলে,

"কোনটো কোনটোৱে পঢ়িব, আৰু কোনটোৱে নপঢ়িব কওঁক "

"জিজি স্কুললৈ যায়, জোজিনা স্কুললৈ যায়। ৰৌল্‌ফে পামত কাম কৰে।"

"ৰৌল্‌ফৰ বয়স কিমান ?" স্কুলৰ শিক্ষয়িত্ৰীৰ দৰে সুধিলে।

"ৰৌল্‌ফৰ বয়স বাৰ বছৰ।"

"বাৰ বছৰ! এতিয়াও স্কুললৈ যোৱা নাই। কেলেই ?"

"ৰৌল্‌ফে পামত কাম কৰে।"

"ৰৌল্‌ফে স্কুল ভাল নাপায় নেকি ?"

"নিশ্চয়।"

প্ৰশ্নৰ লানি এবে কেনেকৈ ? তেওঁ সুধিবলৈ বাধ্য হ'ল, "আপোনাৰ পৰিবাৰে ৰৌল্‌ফ স্কুললৈ যোৱাটো ইচ্ছা নকৰে নে ?"

"মাজি ; তেওঁ নিশ্চয় ইচ্ছা কৰে।"

"তেন্তে, তেওঁ কিয় স্কুললৈ নাযায় ? বৰ দুখৰ কথা।" ক্লাচ পুলৰ চকু সমুখৰ ঘোঁৰাৰ কাণৰ ওপৰত। তেওঁৰ মুখমণ্ডলত প্ৰশান্তি আৰু ধৈৰ্য্য।

"ৰৌল্‌ফে পামত কাম কৰে ."

চেলিনাই মনে মনে ৰৌল্‌ফৰ কথা কল্পনা কৰি আচৰিত হ'ল। কেনে ল'ৰা বাৰু! স্মাইকৰ দৰে খেলাপ্ৰিয় নেকি ? জিজি আৰু জোজিনা! জিজি নিশ্চয় জেক্ৰ দৰ অপভ্ৰংশ ; জোজিনা জোচেফিনৰ অপভ্ৰংশ। মাজি বোধহয় মাৰাথাৰ অপভ্ৰংশ।

সি যিয়েই নহওক, এইবিলাকত বেছ আমোদ পোৱা যাব। পিতৃভূমি ভাৰ্মণ্টলৈ যোৱাহেঁতেন এটা শুকান আপেলত পৰিণত হব লাগিলেহেঁতেন।

গধূলিৰ আন্ধাৰ ক্ৰমে নামি আহিল। সৰোবৰবিলাকৰপৰা নিয়ৰ প্ৰেইৰিৰ ওপৰেদি ভাহি আহি শস্যৰ নৰা আৰু পাত-সৰা গছৰ ডালত পৰি মুকুতা বৰণৰ আবেশ এটা গঢ়ি তুলিলে। আগন্তুক গধূলিৰ তৰল আন্ধাৰৰ গাত আকাশৰ শেষ ৰশ্মি পৰি যি আভাৰ সৃষ্টি হ'ল সেই আভা পথাৰ, গছ, ক'লা মাটি, ছোৱালীজনী আৰু তেওঁৰ কাষত গম্ভীৰভাৱে বহি থকা মানুহজনৰ মুখমণ্ডলত পৰি এক অপূৰ্ব সৌন্দৰ্য্যৰ সৃষ্টি কৰিলে। সৌন্দৰ্য্য দেখি আনন্দতে চিঞৰি উঠিবলৈ চেলিনাৰ ওঁঠ মেল খালে। কিন্তু তেওঁৰ মনত পৰিল আৰু মুখ বন্ধ কৰিলে। চেলিনাই হাইপ্ৰেইৰিৰ প্ৰথম পাঠ শিকিলে।

## তিনি

ক্লাচ পুল পৰিয়ালৰ ঘৰ হাইপ্ৰেইৰিত, তেওঁলোকৰ ঘৰটো সেই ঠাইৰ গতানুগতিক ধৰণৰ। গাড়ীৰে যাওঁতে বাটত তেওঁলোকে এনে ঘৰ বহুতো অতিক্ৰম কৰি গৈছে। হল্যাণ্ডৰপৰা অহা শকত-আৱত এই আমেৰিকানসকল ইলিনয়ত আহি সজা ঘৰবিলাক আমষ্টাৰদাম, হাৰ্লেম, ৰটাৰদাম আদি চহৰৰ দ ঠাইবোৰৰ ঘৰবিলাকৰ দৰে চেপেটা আৰু চাপৰ। আলিবাটৰ কাষত এশাৰী তপামূৰা গছ। ঘৰৰ পদূলি পালত চিচাৰ চিকমিকনি চেলিনাৰ চকুত পৰিল। ঘৰটোত খিৰিকী বহুত, খিৰিকীৰ আয়না জেপৰ ৰুমালৰ সমান ডাঙৰ। কোনো ঘৰৰ খিৰিকী গধূলি বেলিকাও ইমানকৈ চিকমিক্ নকৰে। তেওঁ তেতিয়াও জনা নাছিল যে পৰিষ্কাৰ পৰিচ্ছন্ন খিৰিকীয়ে হাইপ্ৰেইৰিত সামাজিক প্ৰতিপত্তিৰ সূচনা কৰে। ঘৰ, চোতাল -সকলোতে এটা বিশেষ পাৰিপাট্য বিদ্যমান— যেন খেলাৰ বস্তুসমূহৰ মাজত থকা এটা পুতলা ঘৰহে। এই পৰিপাটি নষ্ট কৰিছিল ওলমি থকা এশাৰী কাপোৰে। পুৰণা ওভাৰকোট, চাৰ্ট, মোজা, মেৰামতি কৰা এটা পেণ্ট -এইবোৰ এডাল জৰীত ওলমি আছিল। পিচলৈ চেলিনাই জানিছিল যে কৃষক পৰিবাৰৰ চোতালত খেতি-পামত ব্যৱহাৰ কৰা এই কাপোৰ প্ৰায় সদায় থাকে।

ক্লাচ পুল গাড়ীৰপৰা নামিল। চকাৰ ওপৰেদি চেলিনাই পুলৰ ফালে চাই আছে তেওঁক গাড়ীৰপৰা নমাত সহায় কৰিবলৈ। পুলৰ মগজুত এনে কোনো চিন্তাই ঠাই লোৱা নাছিল যেন লাগিল। জাঁপ মাৰি নামিয়েই গাড়ীৰ পিচ ফালৰপৰা খালী বাকচ, খৰাহি কাগজৰ থাং আদি দলিওৱাত লাগিছিল। গতিকে শ্বাল আৰু কোট কোঁচাই লৈ চেলিনাই চকাৰ কাষেদি বগাই নামিল আৰু সন্ধ্যাৰ সেই নিষ্প্ৰভ পোহৰত তেওঁ চাৰিওফালে চাই ল'লে—এই বহল জগতত তেওঁ এজনী সৰু ছোৱালী। ক্লাচে উঁৱালৰ দুৱাৰ মেলিছে। উভতি আহি তেওঁ এটা ঘোঁৰাৰ গাত চপৰিয়াইছে। দুয়োটা ঘোঁৰাই তেতিয়া তেওঁৰ নিৰ্দেশ মতে উঁৱালত

গোমালৈগে। তেওঁ চেলিনাৰ চামৰাৰ সৰু চুটকেচটো তুলি ল'লে। চেলিনাই মোনাটো ল'লে। চোতালত এতিয়া ঘোৰ আন্ধাৰ। ক্লাচে বান্ধনি ঘৰৰ দুৱাৰ মেলিলে। বান্ধনি ঘৰৰ ষ্টোভত জ্বলি থকা জুইৰ ৰঙা শিখাই তেওঁলোকক আদৰণি জনালে। ষ্টোভৰ ওপৰৰ ফালে হাতত ফৰ্ক লৈ এজনী তিৰোতা থিয় হৈ আছিল। বান্ধনি ঘৰটো পৰিষ্কাৰ; কিন্তু বস্তু-বাহানি অ'ত ত'ত পৰি আছে। কামৰ হেঁচাত এনে হোৱাটো স্বাভাৱিক। সিজোৱা বস্তুৰ মনোৰম গন্ধ এটা ওলাইছে। এই গন্ধত চেলিনাৰ ভোক বাঢ়িল। তিৰোতা গৰাকীয়ে তেওঁলোকৰ পিনে মুখ ঘূৰালে। চেলিনাই চাই থাকিল।

তেওঁ ভাবিলে, এইজনী অন্য কোনো তিৰোতা হ'ব, কিজানি তেওঁৰ মাক কিন্তু ক্লাচ পুলে ক'লে, "মাৰ্জি এইয়া স্কুলৰ শিক্ষয়িত্ৰী।" চেলিনাই হাত আগ বঢ়াই দি অন্য তিৰোতা গৰাকীৰ হাতত ধৰিলে। হাত খহটা, টান। তেওঁৰ নিজৰ কোমল হাতৰ তুলনাত সি শুকান টান কাঠৰ দৰে। মাৰ্জিয়ে হাঁহিলে লগতে তেওঁৰ ভগা নিষ্প্ৰভ দাঁত দেখা গ'ল। তেওঁ কপালৰ ওপৰৰপৰা পাতল চুলিখিনি পিচৰ ফালে ঠেলি থ'লে। চেলিনাৰ কেলিকোৰ সাজ-পাৰৰ পিনে চাই নিজে অলপ লাজ অনুভৱ কৰিলে।

মাৰ্জিয়ে ক'লে, "আপোনাক লগ পাই বৰ আনন্দিত হ'লোঁ। আদৰণি জনালোঁ।" পুলে দুৱাৰখন জপাই থৈ চোতালৰ পিনে গ'লত মাৰ্জিয়ে ক'লে, "পুলে আপোনাক লৈ সমুখৰ ফালেদিও আহিব পাৰিলেহেঁতেন। বস্তু-বাহানি থওক।" চেলিনাই ওপৰত উৰা কাপোৰ সোলোকালে। শ্বাল, মাফলাৰ, কোট, এই কেইবিধ থ'লে। বান্ধনি ঘৰত এই ক্ষীণ শৰীৰৰ ধুনীয়া ছোৱালীজনীৰ উপস্থিতি যেন তাৰ অন্যান্য বস্তুবোৰৰ লগত মিলা নাই। চেলিনাৰ মুগা বৰণৰ গাউনৰ ওপৰৰ পিনে খুব আটিল আৰু তলৰ পিনে সোলোক-ঢোলোক হৈ ওলমি আছে। মাৰ্জিয়ে ক'লে, "আপুনি ইমান ডেকা।" চেলিনাৰ ওচৰ চাপি মাৰ্জিয়ে গাউনৰ কাপোৰ পিটিকি চালে। চেলিনাই এতিয়া লক্ষ্য কৰিলে যে মাৰ্জিও ডেকা। বেয়া দাঁত পাতল চুলি, অমাৰ্জিত সাজ-পাৰ, বান্ধনি ঘৰৰ বিশৃঙ্খলা, মুখৰ খং—এই এটাইবোৰক উপেক্ষা কৰি মাৰ্জিৰ মুখত ছোৱালীসুলভ চিহ্ন বৰ্তমান। চেলিনাই মনতে ভাবিলে, এওঁৰ বয়স আঠাইশৰ বেচি হ'ব নোৱাৰে। আঠাইশৰ বেচি নহয় বুলিয়েই মোৰ বিশ্বাস।

কাষৰ কোঠালীটোৰ দুৱাৰ মুখত দুখন মুখে এবাৰ ওলাই এবাৰ সোমাই থকা তেওঁ গম পালে। দুয়োৰে মূৰৰ চুলি টিকনিৰ দৰে গোঠা। মাৰ্জিয়ে চেলিনাক এই কোঠালীলৈ লৈ গ'ল। ক্লাচে এই শিক্ষয়িত্ৰীজনীক বৈঠকখানাৰ বাটেদি নানি ৰান্ধনি ঘৰৰ বাটেৰে অনাত মাৰ্জিয়ে মনে মনে দুখ পাইছিল। মাৰ্জিৰ পিচে পিচে গৈ চেলিনাই সমুখৰ কোঠালী পালেগৈ। ষ্টোভৰ পিচৰ ফালে হালধীয়া চুলিৰ দুজনী সৰু ছোৱালী, জিজি আৰু জোজিনা। চেলিনাই হাঁহি মাৰি তেওঁলোকৰ ওচৰলৈ গ'ল। "কোনজনী জিজি, কোনজনী জোজিনা" তেওঁ সুধিলে। ছোৱালী দুজনীয়ে চিঞৰ মাৰি ভয়তে ষ্টোভৰ পিচৰ ফালেদি আঁতৰি গ'ল। গধূলিটো ঠাণ্ডা হ'লেও, তাত জুই নাছিল। ষ্টোভটোৰ ওপৰেদি চকৃচকীয়া বৰণৰ পাইপ এডালে কোঠালীটো আগুৰি ওপৰলৈ গৈ চিলিঙৰ সুৰুঙাইদি অদৃশ্য হৈ গৈছে। চকুৰ পচাৰতে চেলিনাই কোঠালীটোৰ ভিতৰখন জৰিপ কৰি ল'লে। খিৰিকীত সেউজীয়া কাঠৰ চাঙৰ ওপৰত গছৰ পুলিসহ পাত্ৰ কেইটিমান। এই পাত্ৰত ফুল থকা নথকা বিভিন্ন ধৰণৰ ফুল আৰু লতা। পালেং এখনত কোঁচ খোৱা কেলিকো ঢাকনী। তিনিখন দোলনি চকী। বেৰত কেইডালমান পেন্সিল। সকলোবিলাক পৰিপাটি; কিন্তু মনোমোহা নহয়। বোৰ্ডিং ঘৰত বহুত বছৰ থকা ছোৱালী চেলিনাই এইবোৰত একো আপত্তিজনক কথা নেদেখিলে।

মাৰ্জিয়ে এটা গেছৰ লেম্প জলালে। এই লেম্পৰ ওপৰ খণ্ডও চিক্‌মিক্‌ কৰা। বৈঠকখানাৰ কাষেদি এটা চিৰি আছে। চিৰিটো ওখ, দুয়োকাষে ধৰিবৰ একো নাই, খটখটীত কাৰ্পেটো নাই। এই চিৰিৰে মাৰ্জিয়ে কথা কৈ কৈ চেলিনাক তেওঁৰ শোৱা কোঠালীলৈ লৈ গ'ল। চেলিনাই পাচলৈ জানিছিল যে পামত কাম কৰা তিৰোতাবিলাকৰ বহুতে সঙ্গী নোপোৱা কাৰণেহে মনে মনে থাকে। সুবিধা পালে তেওঁলোকে অনৰ্গল কথা ক'ব পাৰে আৰু কয়। ওপৰলৈ যাওঁতে তেওঁলোকে এটা শোভাযাত্ৰাৰ দৰেই কৰিলে। প্ৰথমতে লেম্প হাতত লৈ শ্ৰীমতী পুল, তাৰ পিচত হাতত মোনা এখন লৈ চেলিনা; তাৰ পিচত জোজিনা আৰু জিজি। মাকে গম নোপোৱাকৈ যাবলৈ চেষ্টা কৰিছিল যদিও এওঁলোকৰ জোতাৰ গজাল লগোৱা গোৰোহাই কাঠৰ চিৰিত খটখট শব্দ কৰিছিল। ছোৱালী দুজনীক চেলিনাৰ আগত নোলাবলৈ হয়তো কোৱা হৈছিল। "তোমালোক তলতে

থাকা। মই নকৈছিলোঁ জানো?" এই বুলি মাৰ্জ্জিয়ে ক'লে। তেওঁৰ মাতত সাৱধান কৰি দিয়াৰ সুৰ। মাকৰ বাধা-বচন শুনি ছোৱালী দুজনীয়ে খন্তেকৰ কাৰণে থামিলে। কিন্তু মাকে আগলৈ মুখ কৰি যাবলৈ ধৰাৰ লগে লগে ছোৱালী দুজনীয়েও খপ-খপ্ কৰে চিৰিত উঠিবলৈ ধৰিলে। তেওঁলোকৰ চকুত ভীতি আৰু দুষ্টালিৰ চাহনি।

তাৰ পিচত তেওঁলোকে এটা দীঘল কোঠা পালে—ঠেক, আন্ধাৰ, আবদ্ধ গন্ধৰ, মজিয়াত কাৰ্পেট নাই। ইয়াৰ এমূৰে এখন দুৱাৰ। এই দুৱাৰ খুলিলেই চেলিনাৰ কাৰণে ৰখা কোঠালী পোৱা যায়। ঠাণ্ডাতে চেলিনাৰ হাঁড় পৰ্য্যন্ত কঁপিব ধৰিলে। তিনিটা বস্তু তেওঁৰ চকুত পৰিল। এখন বিছনা। বালনাটৰ এই বিছনাখন প্ৰকাণ্ড, কিন্তু ধুনীয়া, কোঠালীটোৰ চিলিং পৰ্য্যন্ত ওখ। ওপৰৰ আঙুৰৰ অংশটোৱে প্ৰকৃততে চুণ দিয়া চিলিংখন চুইছিল। তুলি কৰি পাৰি দিয়া কঠখিনি অৱশ্যে পালেং হিচাবে অনুপযুক্ত। কিন্তু পুলৰ পৰিবাৰে দয়া কৰি তাৰ ওপৰত পাখিৰ তুলি এখন চিলাই কৰি পাৰি দিছিল। গতিকে গোটেই শীত কালটো চেলিনাই সুখেৰে তাত শুব পাৰিছিল। এখন বেৰৰ কাষত এটা কাঠৰ চাপৰ পেৰা। ইয়াৰ কাঠখিনি ইমান পুৰঠ আছিল যে দেখোঁতে ক'লা যেন দেখি। পেৰাটোৰ সমুখৰ দাঁতিটো সুন্দৰ ৰকমে কামকৰা। ইয়াৰ সমুখত থিয় দি চেলিনাই দ্বিতীয় বাৰৰ কাৰণে ক'লে, "কেনে সুন্দৰ!" কিন্তু এই বুলি কৈ উঠিয়েই তেওঁ তৎক্ষণাত মাৰ্জিৰ ফালে চালে—জানোছা ক্লাচ পুলে কিছু আগতে ইহাৰ দৰে মাৰ্জিয়েও তেওঁৰ কথাত হাঁহিছে। কিন্তু পুলৰ পৰিবাৰৰ মুখতো চেলিনাৰ দৰে আনন্দৰ আভা। তেওঁ চেলিনাৰ ওচৰলৈ আহি পেৰাটোৰ ওপৰত হালি লেম্পৰ পোহৰত উজ্জ্বল হৈ উঠা তাৰ কাৰুকাৰ্য্যবোৰ চালে। দাগ লগা আঙুলি এটাৰে লতা, আখৰ ইত্যাদি দেখুৱাই দি মাৰ্জিয়ে ক'লে, "দেখিছে? কেনেকৈ আখৰ কাটিছে?"

চেলিনাই ওচৰ চাপি চালে। তেওঁ ক'লে, "হয়, আখৰেই। এই প্ৰথমটো 'এছ'।"

মাৰ্জিয়ে পেৰাটোৰ ওচৰত আঠুকাঢ়ি বহি ক'লে, "হয়, এছেই হয়। ছফিয়া নামৰ প্ৰথম আখৰ। হল্যাণ্ডৰ কন্যা এজনীৰ পেৰা এইটো। আৰু ইয়াতে 'কে'। এইয়া 'ভি'। পুৰা নাম হয় ছফিয়া ক্ৰুন ভিভ্ৰাইছ। প্ৰায় দুশ বছৰমান হ'ল। মোৰ বিয়াৰ সময়ত মাই মোক দিছিল। মাক

হেনো বিয়াৰ সময়ত তেওঁৰ মাকে দিছিল। মাৰ মাকক হেনো বিয়াৰ সময়ত তেওঁৰ মাকে...”

কথাৰ সোঁত বন্ধ কৰিবলৈ চেলিনাই মাত লগালে, “ময়ো তেনেকৈ ভাবিছোঁ। ইয়াৰ ভিতৰত কি আছে বাৰু? কিবা আছে নে? ইয়াৰ ভিতৰত কইনাৰ সাজ-পাৰ থাকিব লাগে আৰু সেই সাজ-পাৰ সময়ে হয়তো হালধীয়া কৰি পেলাইছে।”

“হয়, সেয়েই” এই বুলি কৈ মাজি জঁপিয়াই উঠিলত লেম্পটো মুমাওঁ মুমাওঁ হ'ল।

“নহয়” পিচ ফালৰপৰা ছোৱালী দুজনীয়ে ক'লে। তেওঁলোকে আঠুকাঢ়ি ফুলীয়া ছোৱালীৰ দৰে ইজনীয়ে সিজনীৰ পিনে চাই হাঁহি বহি আছিল। এখোজ দুখোজ কৈ আহি তেওঁলোকৰ সাহস বাঢ়িছিল আৰু শেষত ওপৰলৈ থট-থটকৈ আহি তিৰোতা দুগৰাকীৰ পিচৰপৰা পেৰাটোৰ ফালে চাই আছিল।

মাজিয়ে ক'লে, “অলপ অপেক্ষা কৰক। এইয়া” এই বুলি চেলিনাৰ হাতত লেম্পটো দি পেৰাটোৰ পাত দাঙিলে আৰু চতুৰভাৱে সোমাই গ'ল। ভিতৰত পুৰণা বাতৰি কাকতৰ খচ্-মচ্ শব্দ হ'ল। অলপ পিচতে তেওঁ ওলাই আহিল। তেওঁৰ হাতত ৰেচমৰ মেখেলা, এটা টুপী, কাঠৰ জোতা এযোৰ। “এইয়া বিয়াৰ কইনাৰ সাজ্-পাৰ।” এটাইখিনিতে বিস্তৃতভাৱে কাৰুকাৰ্য্য কৰা। কিন্তু বস্তবোৰ যে পুৰণা হৈছে, তাৰ চিহ্ন বিদ্যমান।

চেলিনাই ক'লে, “বাঃ! মই কেতিয়াবা এইবোৰ পিন্ধি চাব পাৰিম নে?” তেওঁৰ মনত বালিকাসুলভ অনুভূতি।

কাপোৰবোৰ লৰালৰিকৈ জাপি মাজিয়ে ভয় আৰু আতঙ্কৰ সুৰত ক'লে, “কোনোৰে এই সাজ-পাৰ বিয়াৰ কাৰণে কেতিয়াও পিন্ধা উচিত নহয় দুৰ্ভাগ্যই লগ দিয়ে।” চেলিনাই ৰেচমৰ জাপবিলাক পিহি দিব ধৰিলে। মাজিয়ে আকৌ ক'লে, “আপুনি যদি হাইপ্ৰেইৰিৰ ডাচ জাতীয় লোকক বিয়া কৰায় তেন্তে মই এই সাজ-পাৰ পিন্ধিবলৈ দিম।” এই অদ্ভুত কথাত দুয়ো হাঁহিলে। চেলিনাই ভাবিলে যে তেওঁৰ অধ্যাপনাৰ জীৱন মঙ্গলজনক-ভাৱেই আৰম্ভ হৈছে। তেওঁ ষ্টেউতাকক এই জীৱনৰ কিমান অভিজ্ঞতাৰ কথা ক'ব। কিন্তু তেওঁৰ মনত পৰিল। তেওঁৰ শৰীৰ অলপ কঁপি উঠিল। মূৰৰ টুপীটো সোলোকাবলৈ বুলি হাত দুখন ওপৰলৈ দাঙিলে। তেওঁ

হঠাতে শ্ৰান্ত আৰু হতোৎসাহ যেন অনুভৱ কৰিলে। সকলো কথা আচহুৱা যেন লাগিল। খেতি-পামৰ এই তিৰোতাজনী আৰু তেওঁৰ দুজনী সৰু ছোৱালীৰে সৈতে যি ঘৰত তেওঁ উপস্থিত হৈছেহি সেই ঘৰ, তাৰ ৰঙামুৱা পুৰুষজন—সকলোৰে লগত তেওঁৰ সম্বন্ধ নিতান্ত আশ্চৰ্য্যজনক। সেউতাকৰ কাৰণে তেওঁৰ প্ৰবল অনুভূতিৰ সঞ্চাৰ হ'ল। লগতে মনত পৰিল আনন্দপূৰ্ণ ভোজ, থিয়েটাৰৰ ৰং, দাৰ্শনিক তৰ্ক-আলোচনা, চিকাগোৰ আলিবাট, চিকাগোৰ কুৎসিৎ ঘৰবোৰ। আৰু মনত পৰিল—জুলিৰ কথা, মিছ ফিষ্টাৰৰ স্কুল আদিলৈ। অতীত জীৱনৰ পৰিচিত লোক-জন, ঘটনা, অভিজ্ঞতা—সকলোবোৰৰ লগতে ঘনিষ্ঠতা আৰু আপোন ভাব থাকে। তেওঁৰ নতুন বাসভৱনৰ এই ঠাণ্ডা শোৱা কোঠালীৰপৰা দৃষ্টি নিক্ষেপ কৰি চেলিনাই দেখিলে যে আনকি চাৰা আৰু এৰি পেহী দুজনীৰ জীৱনো একো অসুন্দৰ নহয়। তেওঁৰ ধাৰণা হ'ল যেন কান্দন ওলায়। সেয়ে জোৰেৰে চকু ঘূৰাই ইফালে সিফালে চালে। সেই অস্পষ্ট পোহৰত তেওঁ কোঠালীটোৰ চকুত লগা তৃতীয় বস্তুটো দেখিলে। এটা নীলা-ক'লা বৰণৰ চুঙা—টিনৰ আবেষ্টনিৰ। ষ্টোভৰ দৰে, কিন্তু ষ্টোভ নহয়। তলৰ বৈঠকখানাত থকা দীঘল পাইপডালৰ দৰে চক্‌চকীয়া আৰু প্ৰকৃততে ই তাৰেই অংশ বিশেষ আছিল।

সেইডাল দেখুৱাই দি চেলিনাই সুধিলে, "সেইডাল কি ?" হাত ধোৱা বেচিনৰ ওপৰত লেম্পটো থবলৈ উদ্যত হৈ মাৰ্জি পুলে গৰ্বৰ হাঁহি এটা মাৰি ক'লে, "ড্ৰাম"।

"ড্ৰাম ?"

"আপোনাৰ কোঠালীটো গৰম কৰিবৰ নিমিত্তে।"

চেলিনাই হাত দি চায় যে সি বৰফৰ দৰে ঠাণ্ডা। মিচেছ পুলে তত্তালিকে ক'লে, "যেতিয়া তাত জুই থাকে।" চেলিনাই মনে মনে ভাবিলে। তেওঁ অনুমান কৰিলে যে বৈঠকখানাৰ মাজেৰে অহা পাইপডাল চিলিঙৰ বিন্ধা এটাইদি ওপৰলৈ আনি ড্ৰাম এটাৰ ভিতৰত সুমাই দিয়া হৈছে। তাক কবোঁতে ক'লা গলত থকা প্ৰকাণ্ড ঘেগ এটাৰদৰে দেখা হৈছে। পাচলৈ চেলিনাই জানিলে যে ইয়াত গৰম কৰাৰ বন্দোবস্ত থকা কথাটো কাল্পনিক। তলৰ কোঠালীৰ ষ্টোভত জলন্ত অগ্নি থাকিলেও তাৰ উত্তাপ ওপৰ তলাৰ ড্ৰামলৈ নাযায়। প্ৰেমিকাক অনিশ্চিত প্ৰেমিকে যতভাৱে আগুৰি ধৰি

থাকিলেও উৎসাহ নজগ্যাৰ দৰে তলৰ গৌভত অতিপাত উত্তাপ থাকিলেও ওপৰৰ তলাৰ ড্ৰাম বৰফৰ দৰে শীতল হৈয়ে থাকে। এই ঘটনাৰপৰা চেলিনাৰ নিশাৰ অধ্যয়ন, পুৱাৰ স্নান আদি কিছুমান অভ্যাস পৰিবৰ্তিত হ'ব লগা হৈছিল। চেলিনাই দৈনিক ৰাতিপুৱাই গা ধুইছিল। সেই সময়ত ৰাতি-পুৱাই গা ধোৱা অভ্যাসক মানুহে পাগলামি বা বিলাসিতা বুলি গণ্য কৰিছিল। পুলভৰনত চেলিনাই এই অভ্যাসটো ৰক্ষা কৰা বুলি লিখিব পৰাহেঁতেন মনোমোহা হলহেঁতেন। কিন্তু সুমেৰুৰ দৰে ঠাণ্ডা জলবায়ুৰ ভিতৰত থকা ইলিনয়ছৰ অন্তৰ্গত খেতি পামৰ ঘৰ এটাত ৰাতিপুৱা চাৰে ছয় বজাতে গা ধোৱাটো বলিয়ালিহে হ'লহেঁতেন। এক কেটলি গৰম পানীৰে তাত একো নহয়। দুৰ্ভাগ্যবশত এই ফেৰা গৰম পানীও তাত পাবলৈ নাছিল। নিশা মাজে সময়ে হাত ধোৱা বেচিনত পোৱা অলপ উতলা পানীৰ সহায়ত ড্ৰামৰ কাল্পনিক উত্তাপেৰে লৰালৰিকৈ গা ধুবলৈ পালেই কৃতজ্ঞ হৈছিল।

"মাৰ্জি!" তলৰ তলাৰপৰা এটা তীব্ৰ চিঞৰ। এইটো ক্ষুধাৰ্ত পুৰুষ-জনৰ মাত। তলৰপৰা ভজা বস্তুৰ পাতল গন্ধ এটা ভাহি আহিছে। অলপ পিচতে ঠেক চিৰিটোৰে খট্ খট্ শব্দ কৰি ওপৰলৈ মানুহ অহাৰ শব্দ শুনা গ'ল।

আতঙ্কতে মাৰ্জিয়ে চিঞৰি উঠিল। ছোৱালী দুজনীক লগত লৈ তেওঁ পলাই গ'ল। চিৰিত হতাহতি হোৱাৰ শব্দ শুনা গ'ল। মাৰ্জিয়ে কিবা কৈছে। তেওঁ কিহবাক কিবা বুলিছে। চেলিনাই শুনিলে মাৰ্জিয়ে যেন 'হুকেনডাক্ক নে তেনে কোনো শব্দ উচ্চাৰণ কৰিছে। খট্-খট্ শব্দ আহি তেওঁৰ কোঠালীৰ ওচৰ পালে। চেলিনাই দেখিলে যে দুৱাৰ মুখত ভূতৰ দৰে এটা মানুহ। তলৰ পিনে ধনুৰ্ভঙ্গীয়া এযোৰ ভৰি। ওপৰত তেওঁৰ নিজৰেই চামৰাৰে বন্ধা ট্ৰাঙ্ক। মানুহজনৰ বহল মুখত পকা ডাড়ি। চকু দুটা নিষ্প্ৰভ। মুখত জীৱন সংগ্ৰামৰ চেকা।

পিঠিত কঢ়িয়াই অনা ট্ৰাঙ্কটোৰ ভাৰকেন্দ্ৰ ঠিক কৰি লৈ চেলিনাৰ পিনে মূৰ তুলি চাই মানুহজনে নিজৰ নাম-পৰিচয় দি ক'লে, "মই জেকৰ হুগেন ডাক।"

চেলিনাই আনন্দতে হাঁহিলে। তেওঁ ক'লে, "হয়নে? তেন্তে, ভিতৰলৈ আহক। এই ঠাইখণ্ড ভাল, নহয় নে? বেৰৰ কাষে কাষে? মিষ্টাৰ হুগেন ডাক?"

জেকব হুগেন ভাঙ্কে কোৰ্-কোৰ্ কৰি কোঠালীটোৰ সোঁমাজেৰে খোজ কাঢ়ি গ'ল, পিঠিত ট্ৰাঙ্কটো কথমপি ওলমি ৰৈছে। শেষত ধুপুচ কৰে ট্ৰাঙ্কটো থ'লে। কাম শেষ কৰাৰ সূচনা হিচাবে হাতৰ পিঠিৰে নাকটো মচি ট্ৰাঙ্কটো ভালদৰে নিৰীক্ষণ কৰিব ধৰিলে যেন সেইটো তেওঁ নিজে তৈয়াৰ কৰা। চেলিনাই ক'লে, "মিষ্টাৰ হুগেন ভাঙ্ক, ধন্যবাদ।" এই বুলি তেওঁ হাত আগবঢ়াই দিলে। "মই চেলিনা পিক। আপুনি ৰিপক কেনে অৱস্থাত এৰি আহিছে?"

মানুহজন ডাঠীয়া। বাত বেমাৰে শৰীৰ কোঙা কৰি দিছে। হাতত মাটি, গোবৰ ইত্যাদিৰ গন্ধ। ভাৰা কাম কৰিছে। কিন্তু চেলিনাৰ মানত এই মানুহজন ৰহস্যময় যেন লাগিল। ৰিপ ভান্ উইঙ্কলে কাটস্কিল পাহাৰত কিছুমান ডাঠীয়া, ৰহস্যজনক প্ৰাণী লগ পাইছিল। এই মানুহজনক চেলিনাই সেই প্ৰাণীবোৰৰ লেখিয়া যেন পালে। নামটোও কিম্ভূতকিমাকাৰ। তেওঁ অলপ হাঁহি হাতখন আগ বঢ়াই দিলে। মানুহজনে থং নকৰিলে। নতুন লোকৰ লগত পৰিচয় কৰি দিয়াত মানুহে হাঁহে। গতিকে তেওঁ হাঁহিলে। তেওঁৰ মুখত অপ্ৰস্তুত হোৱাৰ ভাব ফুটি উঠিল যদিও তাক আঁতৰাই স্বস্তিৰ ভাব আনিবলৈ চেষ্টা কৰিলে। চেলিনাৰ কোমল হাতখন চাই ল'লে। তেওঁৰ হাত দুখন জোৰেৰে উৰুত মচিলে আৰু তাৰ পিচত মূৰটো জোকাৰিলে। "মোৰ হাত দুখন অপৰিষ্কাৰ, ধুব পৰা নাই" এই বুলি কৈ মানুহজনে পুনঃ চিৰিৰে নামি গ'ল। চিৰিত খট্-খট্ শব্দ শুনা গ'ল - যেন ৰবফেৰে আবৃত আলিবাটত অশ্বাৰোহী সৈন্যই মাৰ্চ কৰিছে।

চেলিনা কোঠালীটোত অকলশৰীয়া হ'ল। তেওঁ ট্ৰাঙ্কটো খুলিলে আৰু তাৰপৰা দুখন ফটো উলিয়ালে। এখন শান্ত পুৰুষ এজনৰ, মূৰৰ টুপীটো একালে হ'লা। অন্যখন এজনী পঁচিশ বছৰীয়া যুৱতীৰ। দেখাত অবিকল চেলিনা যেনেই দেখি; কেৱল গালৰ তলভাগ চেলিনাৰ দৰে শকত নহয়। ফটো দুখন আঁৰি থবলৈ উপযুক্ত ঠাই অনুসন্ধান কৰি ড্ৰামটোৰ ওপৰতে থব পাৰি নেকি বিবেচনা কৰি চালে. আৰু অন্য বেঁচি ভাল ঠাই নোহোৱা হেতুকে তাতেই থ'লে। পিচলৈ জেকব হুগেন ভাঙ্কে হয়তো এখন চেল্‌ফ্ আনি দিব। তাতে ভৱিষ্যতে তেওঁৰ কিতাপ ছবি ইত্যাদি থব পাৰিব। নিজৰ বস্তু-বাহানিবিলাক টোপোলাৰপৰা উলিয়াই তেওঁ তিৰোতা-সুলভ স্বস্তিৰ নিশ্বাস পেলালে।

তেওঁৰ ওচৰতে থকা ট্ৰাঙ্কটো সেইদিনা মাত্ৰ বন্ধ কৰিছে। সেই ট্ৰাঙ্কটোত কি নতুনত্ব আছে? কিন্তু চিৰপৰিচিত বস্তু এটাকো নতুন পৰিস্থিতিৰ পটভূমিত নতুন আৰু ৰহস্যজনক যেন লাগে। তেওঁ উলৰ কানি-কাপোৰ, জোতা ইত্যাদিবোৰ উলিয়ালে। কাশ্মীৰী শালখনত লগা ভাঁজ কেইটা সমান কৰি দিলে। সেইখন কিনা বাবে আজি অনুতাপ কৰিব লাগিছিল। কিন্তু তেওঁ অনুতাপ নকৰিলে সমুখত গোলাপী শালখন মেলি লৈ তেওঁ ভাবিলে যে মদ ৰৰণীয়া কাশ্মীৰী শাল থকা কোনো লোকেই সম্পূৰ্ণ ৰকমে নিৰানন্দ হ ব নোৱাৰে।

চেলিনাৰ কোঠালীটোত বস্তু বাহানিবোৰ পৰিপাটিকৈ থোৱা হ'ল। কাশ্মীৰী আলোৱানখন বিছনাৰ ওপৰত ফটো কেইখন ড্ৰামৰ ওপৰত, বেৰত থকা গজালত অন্যান্য সাজ-পাৰ, সেইবোৰৰ আবৰণ হিচাবে কেলিকোৰ পৰ্দা এখন, ট্ৰাঙ্কৰ ভিতৰত কিতাপবোৰ, এইদৰে কোঠালীটো সজোৱা হ'ল। চেলিনাই কোঠালীটো পৰিচিত যেন অনুভৱ কৰিবলৈ ধৰিলে।

চিৰিৰ তলৰপৰা বস্তু ভজাৰ ফিচ্ফিচ শব্দ আহিল। বেচিনৰ ঠাণ্ডা পানীত হাত-মুখ ধুলে আৰু সৰু আয়নাখনৰ সমুখত থিয় দি মূৰৰ চুলি চুচিলে আৰু পুনঃ মেৰাই থলে। তেওঁ চোলাৰ কলাৰ আৰু হাত ঠিক কৰি ললে। বদিচটো আটিল, ডিঙিৰপৰা কোমৰলৈ টানকৈ বুটাম মৰা। সাজ-পাৰ ডাঠ হ'লেও তেওঁৰ ধুনীয়া আৰু গাম্ভীৰ্য্যপূৰ্ণ মূৰটো তাৰ ভিতৰৰপৰা ওলাই ধুনীয়া কৰি তুলিছে। মেখেলাৰ ভাঁজবোৰ ৰতাহত ফুলি উঠিছে। সাজ-পাৰ নিতান্ত সাধাৰণ ধৰণৰ আৰু অলপীয়া। এই ধুনীয়া, কৃশ, কোমল, গাভৰু-জনীয়ে এনে বেয়া সাজ-পাৰ যে পিন্ধিব পাৰে কল্পনাই কৰিব নোৱাৰি। কিন্তু চেলিনাৰ মনোবল প্ৰচুৰ।

তেওঁ কোঠালীৰ চাকি নুমাই কাঠৰ খটখটীৰে নামি তলৰ বৈঠকখানালৈ আহিল। বৈঠকখানাত তেতিয়া পোহৰ নাই। বৈঠকখানা আৰু ৰান্ধনি ঘৰৰ মাজৰ দুৱাৰখন বন্ধ। চেলিনাই ৰতাহত গন্ধ পালে— গাহৰিৰ মঙহ খাবলৈ পোৱা যাব। পিচলৈ তেওঁ জানিলে যে ৰাতিৰ সাজত সদায় গাহৰিৰ মাংস থাকে। শীতকাল শেষ হৈ অহাৰ লগে লগে এই মাংস তেওঁ ভাল নোপোৱা হ'ল। তেওঁ ক'ৰবাত পঢ়িছিল যে মানুহৰ মুখৰ চেহেৰাৰ দ্বাৰা খাদ্য অনুমান কৰিব পাৰি। অতিপাত মাছ-মাংসৰ খাদ্যৰপৰা মুখৰ লাৱণ্যৰ হ্ৰাস হয়। আচীৰ সমুখত থিয় হৈ মাজে সময়ে তেওঁৰ ধুনীয়া, সৰু

বগা নাকটো চায়—লাৱণ্য কমি আহিছে নেকি, গভীৰ ক'লা চকুযুৰি কেৰা হৈছে নেকি, কিম্বা স্থিৰ ধুনীয়া ওঁঠহাল বহল হ'বলৈ ধৰিছে নেকি। আৰ্চীত নিজৰ প্ৰতিমূৰ্তি দেখি তেওঁ আশ্বস্ত হয় - চেহেৰা বেয়া হোৱা নাই।

কোঠালীটোৰ আন্ধাৰত অলপ সময় ইতস্ততঃ কৰি তেওঁ বান্ধনি ঘৰৰ দুৱাৰ মেলিলে। বান্ধনি ঘৰৰ ধোঁৱা আহি তেওঁৰ চকু-মুখত লাগিল। ধোঁৱাৰ মাজেদি মানুহৰ মুখো দেখা গ'ল। তাৰ লগে লগে ভজা বস্তু, তেল, মচলা, ঘোঁৰা-শাল আৰু নতুনকৈ ধোৱা উলৰ কাপোৰৰ গন্ধ। বাহিৰৰপৰা এচাটি শীতল বতাহ আহি ধোঁৱা উকৱাই নিলে। সিফালে বান্ধনি ঘৰৰ বাহিৰৰ পিনৰ দুৱাৰখনো মেল খালে। কান্ধত একোছা খৰি লৈ ল'ৰা এটা সোমালহি। ক'লা, ধুনীয়া এই ল'ৰাটোৱে খৰিৰ ওপৰেদি চেলিনাৰ ফালে চাই থাকিল। চেলিনায়ো ঘূৰি ল'ৰাটোৰ পিনে চালে। বাৰ বছৰীয়া ল'ৰা আৰু উনৈশ বছৰীয়া তিৰোতা গৰাকীৰ মাজত অনুভূতিৰ বিদ্যুত প্ৰবাহিত হ'ল।

চেলিনাই ভাবিলে, "এইজনেই ৰৌল্‌ফ হ'ব কিজানি।" তেওঁ অজ্ঞাতসাৰে ল'ৰাটোৰ পিনে আকৃষ্ট হ'ল আৰু অলপ আগবাঢ়ি গ'ল।

ষ্টোভৰ কাষৰপৰা মাৰ্জিয়ে আপত্তিৰ সুৰত ক'লে, "সেই খৰিখিনি সোনকালে লৈ আহা।" ল'ৰাটোৱে খৰিবোজা বাকচটোত দলিমাৰি দি, চোলাৰ হাত আৰু কোটৰ সমুখৰ ফালটো বুৰুজ কৰি ল'লে। অথচ, একে সময়তে তেওঁ চেলিনাৰ ফালে চাই থাকিল।

ক্লাচ পুল ইতিমধ্যে খোৱা টেবিলত বহিছেহি। ছুৰিখনেৰে টেবিলত টুকুৰিয়াই দি তেওঁ ক'লে, "বহক, বহক মাষ্টৰনী।" চেলিনাই অলপ ইতস্ততঃ কৰিলে। তেওঁ মাৰ্জিৰ ফালে চাই দেখিলে যে মাৰ্জিয়ে এহাতে এটা কেৰাহী দাঙিছে আৰু অন্য হাতে চৌকাত খৰি সুমাই দিছে। সৰু ছোৱালী দুজনীয়ে খোৱা টেবিলত বহিছে—সমুখত কাটা আৰু চামোচ। জেকব দুগেন ডাঙ্কে এটা কোণত বেচিন এটাত হাত-মুখ ধুই শিশুৰ দৰে শব্দ কৰি আছিল। তেওঁ টেবিললৈ আহিল। ৰৌল্‌ফে মূৰৰ টুপীটো বেৰৰ হুকত ওলোমাই থৈ আহি টেবিলৰ ওচৰত আসন ল'লে। কেৱল চেলিনা আৰু মাৰ্জি থিয় হৈ থাকিল। আনন্দৰ সুৰত ক্লাচ পুলে আকৌ ক'লে, "বহক। বাৰু, কৰিবোৰ কেনে?" তেওঁৰ মুখত হাঁহি আৰু চকুত ভ্ৰূকুটি। জেকব দুগেন ডাঙ্কে নাকেৰে আৱাজ কৰিলে। সৰু ছোৱালী

দুজনীয়েও খিচখিচাই কিবা শব্দ কৰিছে। ক্লাচৰ ব্যক্ত অথলে যোৱা নাই সি স্পষ্ট।

অকল বৌল্‌ফেই নহঁহাকৈ থাকিল। আনকি চেলিনাবো গাল-মুখ ৰঙা পৰিল। তেওঁ অলপ হাঁহিলে আৰু ঘপহকৰে বহি পৰিল।

মাজিয়ে এইবাৰ ভজা আলু আৰু গাহৰিৰ মাংস কিছুমান ধুমুহকৰে টেবিলৰ ওপৰত থ'লে। টুকুৰা কৰি কটা কটিও আছিল। ৰাইৰ কফি চেনি নিদিয়াকৈ সেকি অনা হৈছে। এইবিধ খাদ্য প্ৰচুৰ পৰিমাণে দিয়া হৈছিল। মিচেছ টেবিটৰ সান্ধ্য আহাৰ অমৃতসদৃশ কৰিছিল এই বিধ খাদ্যই। চেলিনাই কুকুৰাৰ পোৱালী, বনৰীয়া হাঁহ আদিৰ যি সপোন দেখিছিল, সি চিৰকাললৈ অদৃশ্য হ'ল। তেওঁৰ বৰ ভোক লাগিছিল। কিন্তু কথা কৈ, মুৰ দুপিয়াই, হাঁহি, তেওঁলোকৰ লগত এই খাদ্য খাবলৈ লোৱাত তেওঁৰ কামোৰবিলাক ক্ৰমে সৰু হৈ আহিব ধৰিলে। আলসুৱা হোৱাৰ কাৰণে তেওঁৰ নিজৰ প্ৰতি ঘৃণা জন্মিল। কেইবাজনো লোক তাত আছে। এজনী তিৰোতা বান্ধনি ঘৰৰপৰা অহা-যোৱা কৰি খোৱা-বস্তু ব্যস্তভাৱে অনা-নিয়া কৰি পৰিবেশন কৰিছে। এটা ক'লা নিমাত ধুনীয়া ল ৰাই নীৰৱভাৱে বহি আছে। দুজনী সৰু ছোৱালীয়ে ইফালে সিফালে চোৱা-চুই কৰিছে। এজন পুৰঠ পুৰুষে হুলস্থূল কৰি সন্তোষ মনেৰে আহাৰ কৰিছে। জেকব হুগেন ভাছে গৰু-ম'হে মোকোৰা-মোকোৰে খোৱাৰ দৰে মুখ ভৰাইছে। আৰু কোঠালীটোৰ হালধীয়া পোহৰত অন্য সকলো কেইজনতকৈ বিশেষভাৱে কোমল এই শিক্ষয়িত্ৰীগৰাকীয়ে সেই খহটা খাদ্যকে খাই খাই ক'লা চকুযুৰিৰে অৱস্থাটো নিৰীক্ষণ কৰিছে।

চেলিনাই ভাবিলে, এই নতুন জীৱন আগৰ জীৱনতকৈ যে যথেষ্ট ভিন্ন ধৰণৰ হ'ব সেইটো নিশ্চিত। এইখন শাক-পাচলিৰ পাম। অথচ, ইয়াৰ মানুহে শাক-পাচলি নাখায়। এইটো আচৰিত। আৰু মাৰ্জি! তেওঁ এনে সাজ-পাৰত থকাটো পৰিতাপৰ কথা। তেওঁ খেতিয়কৰ স্ত্ৰী হলেইবা, তাতে কি? তেওঁ চুলিৰ খোপা ভালদৰে বন্ধা নাই। গাৰ চামৰাও অৱহেলিত আৰু অপৰিষ্কাৰ। সাজ-পাৰ কুৎসিৎ, কোনো আকৃতি নাই। তেওঁৰ মুখৰ গঢ় বেয়া নহয়; গালত গোলাপৰ দাগ, চকুও নীলা। কেইবছৰ-মান আগতে দেউতাৰ লগত গৈ নিউইয়ৰ্কৰ ডাচ চিনেমাত দেখা সেই তিৰোতাবিলাকৰ দৰেই যেন দেখি। সেই চিনেমাতো এজনী ক'লা

তিৰোতাই ৰান্ধনি ঘৰত কাম কৰা দেখুৱাইছে। ঘৰটো আন্ধাৰ, পিতলৰ পাত্ৰ কিছুমান চাং এখনৰ ওপৰত থৈ দিয়া আছে খিৰিকীখন ওখত আছিল। কিন্তু সেই তিৰোতাজনীৰ মুখত শান্তি। এইজনীৰ মুখত কিন্তু ক্লান্তি।

এওঁক অকালতে বাৰ্দ্ধক্য লাভ কৰা যেন দেখি। মুখত কষ্টৰ লক্ষণ। ল'ৰাটো কিন্তু কেনেবাকৈ ভিন্ন ধৰণৰ হৈছে। বিদেশী, ইটালীৰ যেন লাগে। আচৰিত। মিলৌকিত আমাৰ ওচৰ-চুবুৰীয়া হৈ থকা জাৰ্মানবিলাকৰ দৰে এওঁলোকে বহুত কথা কয়। বাক্যবিলাক ঘূৰাই-পকাই কয়। ডাচ ভাষাৰ-পৰা আখৰে আখৰে অনুবাদ কৰি কয় হবলা।

জেকব হুগেন ডাঙ্কে কথা কৈ আছিল খোৱা শেষ হ'লত পুৰুষ কেইজনে মুখত ধপাতৰ পাইপ হুপি অলপ জিৰালে। মাৰ্জিয়ে খোৱা বাচন-বৰ্তনবোৰ চাফ্ কৰাত লাগি গ'ল। জিৰ্জি আৰু জোজিনাই মাকক সহায় কৰাৰ ভাও জুৰিলে। চেলিনাই মনতে ভাবিলে যে এই ছোৱালী দুজনীয়ে স্কুলতো গৈ যদি এইদৰে খিক্ খিক্ কৰি হাঁহি থাকে তেন্তে তেওঁৰ ধৈৰ্য্যচ্যুতি হ'ব, আৰু সিহঁতৰ মূৰ ভাঙি দিব।

হুগেন ডাঙ্কে কবলৈ ধৰিলে, "তোমাৰ খেতিৰ মাটি-বাৰী আৰু সাৰুৱা হ'ব লাগে। নহ'লে ফচল বেয়া হয়। শুক্ৰবাৰে বজাৰত মই দেখিছোঁ। শাক-পাচলিৰ খেতি কৰিব খুজিলে শাক-পাচলিকে ধৰি থাকিব লাগে, আজিকালিৰ নতুন বাৰেভচহুৱা খেতি আমদানি কৰিব নালাগে। চেলেৰি-চালাদ! এইবিধ কি? প্ৰকৃততে ই শাকেই নহয়। দুবছিহৰ কথাকে কোৱা যাওক। তেওঁ নিয়মীয়া সাৰ দিয়াৰ উপৰিও এশ পঞ্চাশ পাউণ্ড চোদিয়াম নাইট্ৰেট দিছিল। কিন্তু পালে কি? সৰু, কেৰকেৰীয়া ফচল। গতিকেই কৈছোঁ সাৰুৱা বৰি মাটিৰ একান্ত প্ৰয়োজন।"

চেলিনাই আগ্ৰহেৰে শুনিলে। তেওঁৰ ধাৰণা আছিল যে শাক-পাচলি কলেই হয়। মাটিৰ তলত গুটি পুতিবা আৰু অচিৰাৎ মাটিৰ তলৰপৰা গজালি ওলাই আহিব—আলু, কবি, পিয়াঁজ, গাঁজৰ, পালেং-শাক—সকলোতে এই কথা খাটে। কিন্তু চোদিয়াম নাইট্ৰেট বোলা এইবিধ কি বস্তু? মিচেছ টেৰ্বিটৰ ঘৰৰ কবিত এই বস্তুবিধ নিশ্চয় সংশ্লিষ্ট আছিল। নিয়মিত সাৰেই বা কি? তেওঁ এইবোৰৰ কথা একেবাৰে নাজানিছিল।

তেওঁ সুধিলে, "নিয়মীয়া সাৰ কি?"

ক্লাচ পুল আৰু জেকব হুগেন ডাঙ্কে তেওঁৰ ফালে চালে। আগ্ৰহ আৰু

ঔৎসুক্যেৰে এবাৰ তেওঁলোকৰ পিনে চালে। পুলে তেওঁৰ চকীখন পিছুৱাই ল'লে আৰু এটা ষ্টোভৰ ঢাকনীখন দাঙি আঙঠাত থু পেলাই পুনঃ ঢাকনীখন দিলে আৰু হুগেন ডাঙ্কৰ ফালে চালে। হুগেন ডাঙ্কেও লাহে লাহে তেওঁৰ চকু ক্লাচ পুলৰ পিনে ঘূৰালে। তাৰ পিচত দুয়োৰে দৃষ্টি পৰিল—পুৰুষৰ কথাৰ মাজত মাত মাতিবৰ আস্পৰ্দ্ধা থকা এই তিৰোতা গৰাকীৰ ওপৰত।

পুলে মুখৰপৰা ধোঁৱা খোৱা পাইপটো আঁতৰাই ধোঁৱা উকৰাই দি হাতৰ পিঠিৰে মুখখন মচিলে আৰু ক'লে, "নিয়মীয়া সাৰ মানে নিয়মীয়া সাৰ।"

জেকৰ হুগেন ডাঙ্কে মূৰ দুপিয়াই সমৰ্থন জনালে।

কিন্তু চেলিনাই পুনঃ প্ৰশ্ন কৰিলে, "ইয়াৰ ভিতৰত কি থাকে?"

পুলে এখন ডাঙৰ ৰঙা হাত জোকাৰিলে, যেন তাৰ দ্বাৰা তেওঁ এই বিপদজনক পোকটোক আঁতৰ কৰিব খুজিছে। তেওঁ মাজিৰ ফালে চালে। কিন্তু মাৰ্জিয়ে নিজৰ কাম কৰি ঘূৰি ফুৰিছে। জিজি আৰু জোজিনাই ষ্টোভৰ আঁৰত বহি নিজৰ খেলা খেলিছে। ৰৌল্‌ফে এখন হাত টেবিলৰ ওপৰত থৈ পঢ়ি আছে। চেলিনাই অজ্ঞাতসাৰে লক্ষ্য কৰিলে যে হাতৰ আঙুলিবোৰ সৰু, দীঘল আৰু নখবোৰ পাতল আৰু ধূনীয়া। তেওঁ আকৌ সুধিলে, "কিন্তু ইয়াৰ ভিতৰত কি থাকে?" হঠাতে ৰান্ধনি ঘৰৰ জীৱনত স্থবিৰ অৱস্থা এটা আহি পৰিল। পুৰুষ দুজনে মুখ কোঁচালে। মাজিয়ে কাহীৰপৰা মূৰ ঘূৰাই চালে। সৰু ছোৱালী দুজনীয়ে ষ্টোভৰ পিচ ফালৰপৰা ডিঙি মেলি চালে। ৰৌল্‌ফে কিতাপৰপৰা মূৰ দাঙি চালে। আনকি ষ্টোভৰ সমুখত শুই থকা কুলিটোৱে হঠাতে জিভাখন উলিয়াই চকু মেলিলে। কিন্তু চেলিনাই ভদ্ৰভাৱে উত্তৰৰ প্ৰতীক্ষা কৰিলে। তেওঁ জনা নাছিল যে হাইপ্ৰেইৰিত তিৰোতাসকলে পুৰুষৰ গধুৰ কথা-বতৰাৰ মাজতে মাত নামাতে। সেইটো ভদ্ৰোচিত কাম নহয়। উত্তৰ নিদি পুৰুষ দুজনে চেলিনাৰ ফালে চাই থাকিল। তেওঁ মনত অশন্তি অনুভৱ কৰিলে। ৰৌল্‌ফ উঠিল আৰু ৰান্ধনি ঘৰৰ কোণত থকা কাপ-প্লেট থোৱা তক্তাটোৰ ওচৰত খিয় দিলে। তেওঁ ডাঙৰ সেউজীয়া বকলাৰ কিতাপ এখন লৈ চেলিনাৰ হাতত দিলে; কিতাপখন বেয়া গোন্ধাইছে, তাৰ বকলাত হাতৰ মলি জমা হৈছে। পাতৰ দাঁতিত আঙুলিৰ হালধীয়া দাগ বহিছে। ৰৌল্‌ফে এটা নিৰ্দিষ্ট পৃষ্ঠা মেলি কিতাপত থকা কথাৰে আঙুলিয়াই দিলে। চেলিনাই চালে। তাত লিখা আছে—

'শাক-পাচলিৰ কাৰণে ভাল মৌলিক সাৰ' আৰু তলত দিয়া আছে—

"চোদিয়াম নাইট্ৰেট
এমোনিয়াম চালফেট
শুকান তেজ"

চেলিনাই কিতাপখন জপালে আৰু গহীনভাৱে ৰৌল্‌ফক ওভোতাই দিলে। শুকান তেজ! তেওঁ পুৰুষ দুজনৰ পিনে চালে। "কি শুকান তেজৰ কথা কৈছে?"

ক্লাচে কঠোৰভাৱে উত্তৰ দিলে, "শুকান তেজ মানে শুকান তেজ। পথাৰত দিলে শস্য ভাল হয় -বন্ধা কবি, স্কোৱাছ পিয়াঁজ, ইত্যাদি।" চেলিনাৰ মুখত আশ্চৰ্য্যৰ ভাব দেখি তেওঁ হাঁহি ক'লে, "সেইটো নহ'লেও, কবি ধুনীযাই, নহয় নে?" এই বুলি কৈ তেওঁ চাৰিওফালে চকু ফুৰাই শেষত জেকবৰ ফালে চালে। "বন্ধা কবি ধুনীয়া" এই ৰগৰটো তেওঁ যে ছমাহলৈ চলাব ই ধুৰুপ।

চেলিনা থিয় হ'ল। তেওঁ খং কৰা নাই, হঠাতে তেওঁৰ প্ৰবৃত্তি হ'ল যেন কিছু সময় তেওঁৰ কোঠালীত তেওঁ অকলশৰে থাকে। তেওঁৰ কোঠালী! এঘণ্টামান আগলৈ এই কোঠালীটো এটা নতুন আৰু অচিন বস্তু আছিল। ওখ বিছনা, শীতল ড্ৰাম, পৰী কন্যাৰ কাপোৰ থোৱা বাকচ—ইত্যাদিৰে এই কোঠালীটোৱে ভয়ৰ সঞ্চাৰ কৰিছিল। এতিয়া এইটো তেওঁৰ আবাস গৃহ। পুলৰ ফালে মুখ কৰি তেওঁ ক'লে, "মই এতিয়া মোৰ শোৱা কোঠালীলৈ যাম। মোৰ খুব ভাগৰ লাগিছে। গাড়ীত অহা বাবেই হবলা, মোৰ অভ্যাস নাই।" তেওঁৰ মাত দূৰত অস্পষ্ট হৈ গ'ল।

"নিশ্চয়" মাৰ্জিয়ে তপৰাই ক'লে। তেওঁ কাঁহী-বাটিবোৰ আঁতৰোৱা শেষ কৰি এটা চবিয়া ময়দা আৰু টাৱাত ধৰিছে। "নিশ্চয়, ওপৰলৈ যাওক। মোৰ কটি আৰু অন্য বহুতো কৰিবলগীয়া আছে।"

'যদি অলপ গৰম পানী পালোঁহেঁতেন—"

"ৰোল্‌ফ, অলপ পচা এৰা, গৰম পানী ক'ত আছে মাষ্টৰনীক দেখুৱাই দিয়া। জিৰ্জি! জোজিনা, জীৱনত এনে ছোৱালী দেখাই নাছিলোঁ।" এনে অৰ্থাৎ এনে আঁকৰা। এজনী ছোৱালীক চৰ মাৰি দি কথাটোৰ গুৰুত্ব বুজালে। কান্দনৰ ধ্বনি উঠিল।

"এইবোৰলৈ মন নিদিব। ই একো নহয়, চিন্তা কৰিব নালাগে।" চেলিনাৰ ভয় হ'ল, তেওঁ কোঠালীটোৰপৰা যাবলৈ ইচ্ছা কৰিলে। কিন্তু ৰৌল্ফ ল'ৰাটোৱে বেগাই অথচ মৃদুভাৱে বেৰত আঁৰি থোৱা ঠাইৰপৰা এটা পুৰণা পাত্ৰ লৈ ৰান্ধনি ঘৰৰ ষ্টোভটোৰ পিচৰ ফালৰ লো এচটা দাঙিলে। পানীৰ ভাপ ওপৰলৈ উঠিল। লোৰ পাত্ৰটো পানীৰ পাত্ৰটোত জুবুৰিয়াই দিলে। তাৰ পিচত চেলিনাই সেইটো লবলৈ বুলি গ'লত, ৰৌল্ফ তেওঁৰ কাষেৰে আঁতৰ হৈ গ'ল। কাঠৰ চিৰিৰে যোৱা শব্দ চেলিনাৰ কাণত পৰিল। তেওঁ ল'ৰাটোৰ পিচে পিচে যাব খুজিলে। কিন্তু আগতে ৰৌল্ফে পঢ়ি থকা কিতাপখনৰ নামনো কি জানিবলৈ বিচাৰিলে। মেজৰ ওপৰত মেল খাই থকা কিতাপ আৰু তেওঁৰ মাজত আছে পুল, হুগেন ডাক্ক, কুকুৰ, গাহৰি পোহালীৰ দৰে সৰু ছোৱালী দুজনী আৰু মাৰ্জি। দৃঢ়তাৰে কিতাপখন আঙুলিয়াই দি সুধিলে, 'ৰৌল্ফে পঢ়ি থকা কিতাপখন কি কিতাপ ?"

মাৰ্জিয়ে ৰুটি সেকা টাৱাৰ ওপৰত মৰা ময়দাৰ ডাঙৰ লাৰু এটা পেলাই দিলে। তেওঁৰ বাহু ময়দাৰে বগা হৈ গৈছে। পাকৈতভাৱে তেওঁ ময়দা মাৰিছে আৰু ৰুটি বেলিছে। তেওঁ ক'লে, "ৱৰ্দেন বোক।"

ইয়াৰ একো অৰ্থ কৰিব নোৱাৰি। ডাচ ভাষাৰ শব্দ। চেলিনাই লাহে লাহে বুজি পালে। কিন্তু সি হ'ব নোৱাৰে। তেওঁ মানুহ কেইজন বহি থকা চেয়াৰৰ পিচ ফালেদি গৈ টেবিলখন পালে। ৱৰ্দেন বোক—অৰ্থাৎ ৱৰ্দ বুক্। "তেওঁ অভিধান পঢ়ি আছিল।" চেলিনাই ডাঙৰকৈ ক'লে। তেওঁৰ ধাৰণা হ'ল যেন হাঁহি আৰু কান্দন একেলগে আহে।

মিচেছ পুলে চাৰিও ফালে চালে। তেওঁ ক'লে, "মাষ্টৰনী, তেওঁ যোৱা বছৰ ৰৌল্ফক এইখন দিছিল। ৱৰ্দ বুক। ইয়াত এশ হাজাৰো অধিক শব্দ আছে, প্ৰত্যেকটো শব্দই ভিন্ন।"

চেলিনাই বাতিটোৰ কাৰণে বিদায় লৈ খটখটীৰ পিনে খোজ ল'লে। ৰৌল্ফে চেলিনাৰ সকলোবোৰ কিতাপ পাব। চিকাগোৰপৰাও কিতাপ অনাব। তেওঁৰ মাহিলী উপাৰ্জন ত্ৰিশ ডলাৰ ৰৌল্ফৰ কাৰণে কিতাপ কিনোতে খৰচ কৰিব। অভিধান পঢ়ি আছিল।

ৰৌল্ফে পানীৰ বাচনটো হাত ধোৱা বেচিনৰ কাষত থৈ গেছৰ চাকি জ্বলাই দিছে। তেওঁ গ্লাচৰ চিমনীটো বদলাই দিবলৈকো ব্যগ্ৰ। ৰান্ধনি

ঘৰৰ কেইবাজনো লোকৰ ভিতৰত অকল তেওঁহে এইটো কৰিবলৈ সমৰ্থ যেন অনুভৱ কৰিছিল।

এতিয়া চাকিৰ হালধীয়া পোহৰত তেওঁ দেখিলে যে বৌল্‌ফ নিতান্ত ল'ৰা, মূৰৰ চুলিও অসংযত। গাল, মুখ ধুসৰিত শিশুসুলভ লক্ষণৰ অৱশেষ বৰ্তমান। পিন্ধা দীঘল পেণ্টটোও আগতে বয়সস্থ মানুহৰ আছিল; কোনো-ৰকমে কাটি চুটি কৰা হৈছে যদিও শৰীৰত খাপ খোৱা নাই—ওলমি আছে।

চেলিনাই ভাবিলে, "তেনেই ল'ৰা।" তেওঁ অন্তৰত অলপ বেদনা অনুভৱ কৰিলে। তলমূৰকৈ বৌল্‌ফে তেওঁৰ কাষেৰে যাব ধৰিছিল। এনেতে হাতখন মেলি দি চেলিনাই তেওঁৰ কান্ধখন ছুলে। বৌল্‌ফে ওপৰলৈ চালে, মুখখন উজ্জ্বল, চকুত জ্যোতি। চেলিনাৰ ভাব হ'ল, এই পৰ্য্যন্ত ল'ৰাটোৰ কথা শুনা নাই। হাতেৰে চেলিনাই ল'ৰাটোৰ কোটচোলাৰ হাত টিপি চালে।

ভঙা ভঙা মাতেৰে ল'ৰাটোৱে ক'লে, "বন্ধা কবি—কবিৰ পথাৰ—আপুনি কোৱা সেই পাচলিবোৰ নিশ্চয় ধুনীয়া হয়।" চেলিনাই উত্তৰ দিবলৈ পোৱাৰ আগতে ল'ৰাটো খটখটীয়েদি নামি গ'ল।

চেলিনা থিয় হৈ থাকিল, তেওঁৰ চকুত ভ্ৰূকুটি।

সৰু বেচিনটোত কোনোৰকমে গৈ ধোৱা-মেলা কৰাৰ সময়তো তেওঁৰ মনৰ উৎসাহ থাকিল। তাৰ পিচত তেওঁৰ ক'লা চুলিকোছা চুচিলে আৰু নাইট গাউনটো পিন্ধিলে। গাউনটো প্ৰকাণ্ড—হাত দুখন দীঘল আৰু ডিঙিৰ খণ্ড ওখ। চাকি নুমোৱাৰ ঠিক আগতে চকুত পৰিল ক'লা ড্ৰামটো—চুকত সহনশীল নপুংসক এটাৰ দৰে থিয় কৰি থোৱা আছে। ক্লান্তি, উত্তেজনা আৰু দিঠকৰ ভাব মনত থকা সত্বেও তেওঁ হাঁহি পেলালে - ড্ৰামটোৰ কথা ভাবি। বহল বিছনাখনত পৰি শুবলৈ চেষ্টা কৰিলে। কিন্তু তেওঁৰ মন ভয় আৰু অকলশৰীয়া ভাবে আগুৰি ধৰিলে। অচিন লোকৰ অচিন ঘৰ এটাত শুবলৈ যাওঁতে নিশা মানুহৰ মনত এনে ভাব অহাটো স্বাভাৱিক। তেওঁ পৰি থাকিল। ভৰিৰপৰা মূৰলৈ গোটেই শৰীৰতে এটা অশান্ত অস্বস্ত ভাব। বিছনাৰ দাঁতিত পৰি কাণেৰে কিবা শুনি থকাৰ দৰে চকু মেলি অবিশ্বাসৰ ভাবেৰে দীঘল দি থাকিল। শুকান তেজেৰে সাৰুৱা কৰা পথাৰৰপৰা নৰেম্বৰৰ ঠাণ্ডা বতাহ বলি আহি তেওঁক কঁপাই তুলিলে। নাক কোঁচাই বতাহত কিবা বেয়া গন্ধ সুঙাৰ দৰে কৰি, কাপোৰেৰে

মুতুৰি-মুতুৰিকৈ মেৰ খাই কঁপি কঁপি পৰি থাকি তলৰ তলাৰপৰা অহা মাত-কথাবোৰ শুনিবলৈ ধৰিলে। কৰ্কশ, ডাঙৰ, অমাৰ্জিত, ৰুক্ষ মাত তেওঁৰ কাণত পৰিল।

এইবোৰ মাতৰ অন্তত অন্য কিছুমান শব্দ শুনিবলৈ পালে। কুকুৰৰ ভুকনি আৰু প্ৰতিভুকনি, দূৰত বেল গাড়ীৰ হুইছেল, ঘোঁৰা বন্ধা ঘৰৰপৰা খুৰাৰ শব্দ আৰু ঠৰঙা গছৰ ডালত বতাহৰ হো-হোৱনি। চহৰবাসী চেলিনাৰ কাণত এইবোৰ নতুন যেন লাগিল।

বালিচৰ তলত ঘড়ীটোৱে টিক টিক কৰি সজীৱ কাম কৰিছে। তেওঁৰ অষ্টাদশ জন্ম দিবসত দেউতাক চিমিয়ন পিকে এই ঘড়ীটো উপহাৰ দিছিল। ঘড়ীৰ ঢাকনীখন সোণৰ। সুন্দৰ কাৰুকাৰ্য্য কৰা—এটা গেট, গীৰ্জা, জলপ্ৰপাত আৰু চৰাই—এটাই কেইটা অতি সূক্ষ্ম, ধুনীয়া লতাৰে সাঙুৰি পেলোৱা হৈছে। চেলিনাই ঘড়ীটো বালিচৰ তলৰপৰা উলিয়াই হাতেৰে থুঁতৰিৰ তলত লৈ সুখ অনুভৱ কৰিলে।

তেওঁ নিশ্চয়কৈ বুজিলে সেই নিশা তেওঁৰ টোপনি আৰু নাহে।

সাৰ পাই দেখে যে ৰাতি পুৱাইছে। নৰেম্বৰ মাহৰ সেই শীতল পৰিষ্কাৰ প্ৰভাতত তেওঁ নতুন শব্দ, মাত শুনিলে—ল'ৰা-ছোৱালীৰ খিচমিচনি, ঘোঁৰাৰ চি—হি—, মাংস ভজাৰ ফিচ্ ফিচ্ শব্দ আৰু গন্ধ ইত্যাদি। তেতিয়া ছয় বাজিছে। আজিয়েই শিক্ষয়িত্ৰী জীৱনৰ প্ৰথম দিন। আৰু দুঘণ্টামান সময়ৰ পিচতেই তেওঁ শ্ৰেণীলৈ গৈ জিজি, জোজিনা, ৰৌল্‌ফ আদিৰ দৰে ঘূৰণীয়া চকুৰ বহুতো ল'ৰা ছোৱালীৰ সমুখীন হ'ব লাগিব। দৃঢ়তাৰে গাৰ কাপোৰ আঁতৰাই থৈ চেলিনা শোৱাপাটিৰপৰা উঠিল। দেউতাক চিমিয়ন পিকে জীৱনটোক দুঃসাহসিক অভিযান বুলি অভিহিত কৰিছিল। এই দুঃসাহসিক অভিযানত যথেষ্ট সাহসৰ যে প্ৰয়োজন সেইটো তেওঁ বিশ্বাস কৰিলে।

# চাৰি

গোটেই নৰেম্বৰ মাহটোতে প্ৰত্যেক দিনে ৰাতিপুৱা একে ধৰণৰ সম্বোধন। ছয় বজাত শুনা যায়, "মিছ পিক, অ' মিছ পিক!"

"মই উঠিছোঁ", জাৰতে দাঁত কৰ্ কৰ্ কৰিলেও চেলিনাই আনন্দতে কয়।

"আপুনি বৰং ইয়ালৈ আহি ষ্টোভৰ উত্তাপত সাজ-পাৰ পিন্ধকহি।"

কোঠালীৰ মজিয়াৰ যিটো সুৰুঙাৰে চিমনিটো উঠি গৈ ছাদত লাগিছে তাৰ ওচৰত থকা সুৰুঙাইদি চাই চেলিনাই অস্পষ্টভাৱে দেখিলে, ঠিক তাৰ তলতে মিচেচ্ পুলে ওপৰলৈ মুখ কৰি থিয় হৈ আছে।

প্ৰথম দিনা এই আহ্বান শুনি চেলিনাৰ মন ভয় আৰু হাঁহি দুয়োটাৰে ভৰি পৰিছিল। তেওঁ ক'লে, "মোৰ প্ৰকৃততে ঠাণ্ডা লগা নাই। মোৰ সাজ-পাৰ পিন্ধা হ'লেই। মই লগে লগে গৈছোঁ।"

মাৰ্জি পুলে চেলিনাৰ সুৰত ভয় আৰু হাঁহিৰ আভাস নিশ্চয় পাইছিল। তেওঁ জনালে, "পুল আৰু জেকব ফচল কাটিবলৈ বুলি কেতিয়াবাই ওলাই গৈছে। ইয়াতে ষ্টোভৰ আঁৰত গৰমত আপুনি কাপোৰ পিন্ধিব পাৰিব।"

ঠাণ্ডাতে চেলিনা কঁপিছিল। গতিকে তালৈ যাবৰ প্ৰলোভন অনুভৱ কৰিলে। কিন্তু মনতে সেইটো নকৰোঁ বুলি ঠাৱৰ কৰিছিল। তেওঁ মনতে ভাবিলে, মই ৰান্ধনি ঘৰৰ ষ্টোভৰ কাষত সাজ-পাৰ পিন্ধিবলৈ নামি নাযাওঁ। এইটো বেয়া হ'ব। ৰুছ দেশৰ উপন্যাসবিলাকত কৃষকবিলাকে এনে কৰা পোৱা যায়। পুল পৰিয়ালৰ লোকসকল সাধু, দয়ালু আৰু মাৰ্জিত। কিন্তু মই তললৈ কাপোৰ পিন্ধিবলৈ কোনোৰকমে নাযাওঁ। ঔ আই, এই বদিচটো বৰফৰ চুঙা যেন ঠাণ্ডা।"

জিৰ্জি আৰু জোজিনাৰ মনত এই ধৰণৰ বালিকাসুলভ সম্ভ্ৰম-জ্ঞান নাই। প্ৰত্যেক দিনে ৰাতিপুৱা হাতত উলৰ কাপোৰৰ বোজা লৈ ষ্টোভৰ ওচৰলৈ গৈ তাৰ উত্তাপত কাপোৰ পিন্ধে. অথচ, তেওঁলোক থকা কোঠালীটো চেলিনাৰটোৰ দৰে ঠাণ্ডা নহয়। অকল সেয়ে নহয়। পুল কুমাৰী দুজনীয়ে ৰাতিও দিনত পিন্ধা উলৰ তল-কাপোৰ পিন্ধিয়েই শুইছিল। গতিকে তেওঁ

বিলাকৰ অসংখ্য ধৰণৰ উলৰ কাপোৰে ঘৰখন কুন্থলী কৰি তুলিছিল। একেবাৰে তলৰ ফ্লেনেল কাপোৰত মলি জমা হৈ কাঁইটীয়া সাগৰ ফেনাৰদৰে হৈ পৰিছিল। এওঁলোকৰ কাপোৰৰ তুলনাত প্ৰাচীন সন্যাসীসকলৰ কৰ্কশ চুলিৰ শৰীৰাচ্ছাদন মিহি মেঘৰদৰে বুলিব পাৰি। ৰান্ধনি ঘৰৰ চুলাৰ আঁৰত কাপোৰ সলোৱা অভ্যাস হাইপ্ৰেইৰিত স্বাভাৱিক আৰু সাৰ্বজনীন আছিল।

ডিচেম্বৰৰ মাজমানলৈ নিশা শুই উঠাৰ পিচত চেলিনাৰ নাকৰ আগত এটা ৰঙা দাগ পৰিল। টোপনি শেষ হোৱাৰ পিচত শেষ ৰাতি চেলিনাই নাকটো উলিয়াই থয়। তেতিয়াও আন্ধাৰ থাকে। মাৰ্বলৰ নিচিনা বগা, ধুনীয়া সেই নাকটোৰ আগত কোনোবাই গভীৰ ৰঙা ৰঙৰ দাগ এটা দি থয়। কোঠালীটোৰ সকলো খিৰিকীতে ঢেঁকীয়া, ৰূপালী বৰণৰ ফুল, ইত্যাদি আঁকি যিজন মানুহে ভৰ্তি কৰিছিল, সেই মানুহজনেই যে চেলিনাৰ নাকৰ আগতো ৰহণ সানি দিছে তাত সন্দেহ নাই। লাহে লাহে সেই শোৱা কোঠালীৰ খিৰিকীখন অলপ অলপ কৈ তললৈ নামি আহিল। মুকলি খটখটীৰে ঠাণ্ডা বতাহ আহি তলৰ কোঠালীবোৰ ঠাণ্ডা কৰি পেলোৱা বাবে পুল পৰিয়ালেও আপত্তি কৰিলে। বহুত সময়তে সাৰ পাই উঠি চেলিনাই দেখে যে হাত ধোৱা ঠাইৰ কলহৰ পানী গোট মাৰি বৰফ হৈছে। পিচদিনা কম সময়তে পিন্ধিব পৰাকৈ থোৱা সাজ-পাৰবিলাক হাতত লাগিলে কবৰৰ কাপোৰ যেন লাগে। চোলা শৰীৰত ঠিক মতে ৰাখিবলৈ লগোৱা সৰঞ্জাম-বোৰ অধিক বেয়া। ঠাণ্ডাতে তৰ্ত নাইকিয়া হোৱা আঙুলিৰে এই অঁৰা সৰঞ্জামবোৰ লাৰি চাই বৰফৰ দৰে ঠাণ্ডা সাজ-পাৰৰ আলিঙ্গন গ্ৰহণ কৰিবলৈ শঙ্কা কৰিলে।

শুদা ড্ৰামটোৰ ওপৰত দৃষ্টি ৰাখি চেলিনাই ক'লে, "মই চুলাৰ আঁৰত সাজ-পাৰ নিপিন্ধো।" ড্ৰামটোৰ ফালে পেংলাই কৰি জিভাখন অলপ উলিয়াই দিলে। তেওঁৰ বয়স মাত্ৰ উনৈশ বছৰহে। স্কুলৰপৰা আহোঁতে এটুকুৰা খৰিমাটি লৈ আহিছিল। খৰিমাটিৰে ড্ৰামটোৰ সমুখৰ ফালে দৈত্য এটাৰ মুখ এখন আঁকি তাক ভয় লগা জীৱন্ত প্ৰাণীৰ দৰে কৰি তুলিছিল। সেই ফালে চাই তেওঁ আনন্দ পাইছিল। বহুত বছৰ পাচত হাইপ্ৰেইৰিৰ সেইছোৱা জীৱনৰ অভিজ্ঞতাৰ বিষয়ে সোঁৱৰণ কৰিলে চৌকাৰ জুইৰ কথা পোনতে মনত পৰিছিল। তাৰ কাৰণো আছে। এটা ষ্টোভেই তেওঁৰ জীৱনৰ সমস্ত গতি বদলাই দিছে।

প্ৰাৰম্ভৰেপৰা তেওঁ স্কুল ঘৰৰ ষ্টোভটোক ঘৃণা কৰিছিল। প্ৰথম বছৰটোৰ ভিতৰত সেইটোৱেই ঘৃণিত দৈত্যস্বৰূপ। হাইপ্ৰেইৰিৰ যিখন স্কুলত চেলিনাই শিক্ষাদানৰ কাম কৰিছিল সেইখন স্কুল পুল-পামৰপৰা এমাইল-মানতকৈ বৰ বেচি দূৰত অৱস্থিত নহয়। পামৰ সমুখেদি যোৱা একে আলিবাটৰে ওপৰত। সেই বাট তেওঁৰ অতি পৰিচিত। বৰফৰ দ্বাৰা ঢাক খোৱা সেই বাটত বৰফৰ লগতে তেওঁ পিচলি গৈছে, বোকাত লুতুৰি-পুতুৰি হৈছে। চাৰে আঠ বজাত স্কুল আৰম্ভ হয়। প্ৰথম এসপ্তাহৰ পাচত চেলিনাই তেওঁ ৰাতিপুৱাৰ হিচাপ লঘিষ্ঠ-সাধাৰণ-ভাজকলৈ নিলে। ছয় বজাত উঠে। তাৰ পিচতে চোঁ মাৰি বৰফৰ দৰে ঠাণ্ডা হৈ থকা সাজ-পাৰ গাত লয় আৰু প্ৰাতঃ ভোজন কৰে—ৰুটি, মাখন, মাজে মাজে মাংস। মাখন বা চেনি নিদিয়া ৰাই কফি সদায় থাকে তাৰ পিচত ওপৰৰ ডাঙৰ কোট, মাফলাৰ, মূৰৰ টুপী ইত্যাদি লৈ ওলায়। বতৰ বেয়া থাকিলে দুপৰীয়াৰ খাদ্যৰ পাত্ৰটো লয়। আলিবাটত উঠি একে কোবতে স্কুল ঘৰলৈ বুলি ৰাওনা হয়। বাটত প্ৰেইৰিৰ ঠাণ্ডা বতাহ লাগি চকুপানী ওলায়, বৰফত পিচলি যায় অথবা শুকান বতৰত বৰফৰ লিটত পিচল খাই পৰে। জীৱনৰ উনৈশ বছৰ বয়সত এই সংগ্ৰাম চমৎকাৰ। ৰ'দ-বৰষুণ, বতাহ-বৰফ, সকলো অৱস্থাতে সেই আলি-বাটেৰে তেওঁ গৈছে। গৈ থাকোঁতে তেওঁৰ মানস-পটত ভাহি উঠে ষ্টোভটো। স্কুল ঘৰ পালত তেওঁ মামৰে ধৰা তলা মেলিবলৈ লাগি যায়। ঠাণ্ডাতে আঙুলিত তত নাই, অথচ তাৰেই পৰিশ্ৰম কৰি তলা খোলে। দুৱাৰ খুলিলত তেওঁৰ নাকত সোমায়— স্কুল ঘৰৰ গন্ধ। সেই দুৰ্গন্ধত বহুত উপাদান—পুৰণি আঙঠা আৰু ছাই, কেৰাচিন, গা নোধোৱা শৰীৰ, ধূলি, এন্দুৰ, খৰিমাটি, চুলাৰ খৰি, দুপৰীয়াৰ আহাৰৰ অৱশিষ্ট অংশ, মাটিৰ খাচা জিভাৰ লালেৰে চাফা কৰা চিলট। গলৰ মাফলাৰ সোলোকাই চেলিনাই এই কোঠালীৰ ভিতৰত সোমাল। সৰু আগ-কোঠালীটোত এটা বাকচত চুলাৰ খৰি ভৰাই থোৱা আছিল। অন্য এটাত শুকান খেৰ। ইয়াৰ কাষতে কেৰাচিনৰ টিন এটা। শুকান খেৰ কেৰাচিনত ভিজাই লোহাৰ চুলাটোৰ মুখত সুমাই দিব লাগে।

তেতিয়া তাত দিয়াচলাই কাঠি মাৰি দিব লাগে। সেই জুইৰ ওপৰত এডাল দুডালকৈ খৰি দিব লাগে তাৰ পিচত দুৱাৰ বন্ধ কৰি দিব লাগে। তেতিয়া জুই জ্বলি উঠে আৰু খৰি পোৰাৰ শব্দ হয়। তাৰ পিচত আৰু

কাঠৰ টুকুৰা দিব লাগে। এইদৰে স্কুল ঘৰৰ জুই জলোৱা হয়। কোঠালীটো অলপ গৰম হোৱাৰ লগে লগে চেলিনাই ওপৰৰ কাপোৰ কেইখন খোলে। ল'ৰা-ছোৱালীবোৰ আহি পায় মানে কোঠালীটো বাসৰ উপযোগী হয়গৈ।

যিবিলাক ল'ৰা-ছোৱালী চুলাৰ কাষতে বহে তেওঁবিলাক তাপত ভজা যেন হয়, যিবিলাক খিৰিকীৰ কাষত বহে তেওঁবিলাক ঠাণ্ডাতে গোট মাৰে। উগ্র জুইৰ তাপত আৰু তল-কাপোৰৰ গুণত একোঠালী ল'ৰা-ছোৱালীয়ে ইচাটি-বিচাটি কৰা দেখি আৰু হাত, ভৰি, কাষলতি পিঠি ইত্যাদি খজুৱাই থকা লক্ষ্য কৰি চেলিনা কেতিয়াবা অতিষ্ঠ হৈ উঠে।

শিক্ষাদানত ব্যস্ত থকা সময়ৰ চেলিনাৰ ছবি চেলিনাই নিজে দেখিছে। মৰ্য্যাদাপূৰ্ণ অথচ শান্তভাৱে একোঠালী ডাচ ল'ৰা-ছোৱালীক সাধাৰণ লিখা পঢ়াৰ শিক্ষা দিছে। কিন্তু শীতৰ কাৰণে হোৱা ফোঁহোৰাৰ খজুৱতি গাত লৈ মৰ্য্যাদা আৰু দয়া ৰক্ষা কৰা সহজ নহয়। এই ফোঁহোৰা অকল চেলিনাৰেই নহয়, প্ৰত্যেক ছাত্ৰ-ছাত্ৰীৰে হৈছিল। চেলিনাই পুৰণা সৰল কাঠৰ টেবিল-খনত বহে কিম্বা যেতিয়া চুলাৰ জুই বেয়া হয় বা ঠাণ্ডা বতাহ বলে তেতিয়া কান্ধত বৰফ-উলৰ শালখন মেৰিয়াই অলপ ঘূৰে। এই ক'লা, গাম্ভীৰ্য্যপূৰ্ণ সাজ-পাৰ পিন্ধোতে তেওঁৰ বগা সৰু ধুনীয়া মুখখনি বেচি বগা যেন দেখা গৈছিল। তেওঁৰ কোমল সৰু হাতত ফাট মেলি খহটা হৈছিল। কোঠালী-টোৰ সবাতোকৈ ডাঙৰ ল'ৰাটোৰ বয়স তেৰ আৰু সৰুটোৰ বয়স চাৰে চাৰি। পুৰা চাৰে আঠ বজাৰপৰা আবেলি চাৰি বজালৈকে এই অপৰিষ্কাৰ ৰাজ্যত ৰাজত্ব কৰে। ল'ৰা-ছোৱালীৰ কাহ, হাচি, কলা-ঘুমটি, খট-খটনি, ফোঁহোৰাৰ খজুৱতি, বেদনা, ঠেলা-ঠেলি—এইবিলাকেই ইয়াৰ বিশেষত্ব।

"এগি ভাণ্ডেৰ ছিজদে, তুমি এই বাক্যটোৰ পদান্বয় কৰা—'বৰষুণ হোৱা বাবে মাটিখিনি ভিজা'।"

এঘাৰ বছৰীয়া মিছ ভাণ্ডেৰ ছিজদে থিয় হয়। তেওঁৰ মেঘালী আৰু দীঘল চুলিৰ বেণী জিকাৰ খায়। "'মাটিখিনি' উদ্দেশ্য; 'ভিজা' বিধেয়। 'বৰষুণ হোৱা বাবে'—"

চেলিনাই শুনি আছে। তেওঁৰ মুখত ছাত্ৰীক উদগনি আৰু সমৰ্থন দিয়া শিক্ষকসুলভ ভাব। "জানস্মিথ! এই বাক্যটোৰ পদান্বয় কৰা—'ফুলটো ছিঙিলে শুকাই যাব'।"

মুগা বৰণৰ মহিলাৰ সাজ-পাৰ; বৰফ-উলৰ শাল; হাতত খয়মাটি। ই

মাত্র এটা স্তৰ ; দুঃসাহসিক অভিযানৰ এটা সংক্ষিপ্ত অধ্যায়। এই অধ্যায়ৰ কথা মনত পৰিলে পিচলৈ প্ৰাণত আনন্দ আৰু আশ্চৰ্য্যৰ সঞ্চাৰ হ'ব। জীৱন প্ৰবাহত স্থবিৰ অৱস্থা নাই। কিবা নহয় কিবা হবই। তেওঁৰ সমুখত দীঘল জীৱন পৰি আছে। আৰু পাঁচ বছৰ বা দুই বা এক বছৰৰ ভিতৰতে হয়তো তেওঁ ধুনীয়া পালেঙত মনোমোহা কাপোৰ আৰু বালিছ লৈ শুই থাকিব আৰু তেওঁ থকা কোঠালীত ধুনীয়া, ৰঙীন, মিহি পৰ্দা ওলমিব। কোনে কব পাৰে যে এইটো অসম্ভৱ। ( সকতে পঢ়া "জুইশালৰ সঙ্গী" নামৰ কিতাপৰ প্ৰভাৱ )।

"চেলেষ্টি, এতিয়া সময় কিমান ?"

"বাইদেউ, এতিয়া এঘাৰ বাজিছে।"

"আৰু কিবা কৰিবলগীয়া নাই জানো ?"

"বাইদেউ, গা ধোৱাৰ যোগাৰ এতিয়াই কৰিম নে পিচত ?"

"পিচত। কিন্তু আগতে মোৰ চকোলেট লাগে। মোৰ চিঠিবোৰো লাগে।"

দুৰ্ভাগ্যবশতঃ, শীতকালৰ প্ৰাৰম্ভতে চেলিনাই মাজে সময়ে ৰৰফেৰে বান্ধ খাই থকা খিৰিকীবোৰ মেলি দি ল'ৰা-ছোৱালীবিলাকক পাঁচ মিনিটৰ কাৰণে ব্যায়াম কৰিবলৈ দিছিল। ইপিনে ঠাণ্ডা মুকলি বতাহ বলি কোঠালীটো আৰু মস্তিষ্কবোৰ চাফ্ কৰি নিছিল। এসপ্তাহৰ অন্তত হাইপ্ৰেইৰিৰ কুৰিজন অভিভাৱকে মুখেৰে বা লিখিত টোকাৰে ইয়াৰ প্ৰতিবাদ কৰিছিল, তেওঁবিলাকৰ ল'ৰা-ছোৱালী—জান, কৰ্ণেলিয়াছ, কাৰ্ট্ৰিনা আৰু এগি—এওঁলোকে স্কুললৈ লিখা-পঢ়া শিকিবলৈহে গৈছে, শীতকালত খোলা খিৰিকীৰ ঘৰত থিয় হৈ থাকিবলৈকে নহয়।

পুলৰ খেতি-পামত শীতকালৰ কাম আৰম্ভ হৈছে। এতিয়া শীতকালৰ শাক-পাচলি লৈ ক্লাচে চিকাগোলৈ সপ্তাহত এবাৰকৈহে যায়। তেওঁ, জেকব আৰু বৌল্‌ফে আলু আৰু বন্ধা কবি মাটিৰ তলত জমা কৰিছে, পামৰ বেৰা মেৰামতি কৰিছে, বসন্তকালত আগতীয়াকৈ গুটি সিঁচিবলৈ সৰঞ্জাম সাজিছে, গুটিবিলাকৰ শ্ৰেণী বিভাগ কৰিছে। স্কুলৰ ঘৰৰ জুই কেনেকৈ জ্বলাব লাগে বৌল্‌ফেই চেলিনাক শিকাই দিছিল।

প্ৰথম দিনা পুৱা তেওঁ চেলিনাৰ সৈতে তালৈ গৈ জুইকুৰা ধৰি দিছিল, পাত্ৰত পানী ভৰাইছিল আৰু কেৰাচিন, শুকান খেৰ ইত্যাদিৰ লগত পৰিচয়

কৰি দিছিল। লাজকুৰীয়া, ক'লা, নীৰৱ ল'ৰা। চেলিনাই এই ল'ৰাটোৰ বন্ধুত্ব লাভ কৰিবলৈ চেষ্টা কৰিব ধৰিলে।

"ৰৌল্‌ফ, মোৰ 'আইভানহো' নামৰ কিতাপ এখন আছে। তুমি পঢ়িবা নেকি ?"

"মই বেচি সময় নাপাওঁ।"

"খৰ-ধৰ কৰিব নালাগে। ঠিক ঘৰতে। অন্য এখনো আছে—নাম 'থ্ৰি-মাস্কেটিয়াৰ্চ'।"

ৰৌল্‌ফে মুখত সন্তোষৰ ভাব নেদেখুৱাবলৈ চেষ্টা কৰিলে। পূৰ্বপুৰুষ ডাচসকলৰ দৰে গহীন, আন্ধাৰ মুখ কৰি থাকিল। চেলিনাই মনতে ভাবিলে—কোনো দূৰ অতীতত কোনো ডাচ নাবিক বা মাছমৰীয়াই হয়তো ইটালী বা স্পেইন দেশৰ কোনো বন্দৰৰপৰা তিৰোতা সংগ্ৰহ কৰি নিছিল। কেইবা পুৰুষো অতিক্ৰম কৰাৰ পাচত এতিয়া এই ল'ৰাৰ চকুৰে-মুখে সেই পূৰ্ব পৰি-মাতৃৰ সৌন্দৰ্য্য ফুটি উঠিছে।

কিতাপ আৰু ফটোবিলাক ৰাখিবৰ নিমিত্তে এখন চেল্‌ফৰ কথা চেলিনাই জেকব হুগেন ডাক্তৰ আগত কৈছিল। হুগেন ডাক্তে এখন ডাঠ, খহটা, কুৎসিৎ তক্তা দিছিল আৰু তাৰেই চেলিনাৰ কাম চলিছিল। এদিন কোঠালীলৈ উভতি আহি চেলিনাই দেখিলে আগৰ সেই কুৎসিৎ তক্তা নাই; তাৰ ঠাইত এখন মিহি, পাৰ্লিছ কৰা তক্তা, কাৰুকাৰ্য্য কৰা ব্ৰেকেট লগোৱা আছে। ৰান্ধনি ঘৰৰপৰা দূৰৈত থকা ঠাণ্ডা ঘৰটোত কেইবা ঘণ্টা কাম কৰি ৰৌল্‌ফে নিজে এইখিনি কৰিছে। সেই ঘৰটোত এওঁৰ সৰু কাৰখানা আৰু অলপ-অচৰপ অস্ত্ৰ-পাতি আছে। দিনত পথাৰত পুৰুষৰ কাম, আৰু ৰাতি এই ঘৰত মিস্ত্ৰিৰ কাম কৰে। শোৱা-পাটিৰপৰা চেলিনাই হাত-কৰতৰ শব্দ শুনিছে। তেওঁ জিৰ্জি আৰু জোজিনাৰ নিমিত্তে এটা পুতলাৰ ঘৰ সাজিছে। হাই প্ৰেইৰিৰ সকলো সৰু ল'ৰা-ছোৱালীয়ে এইটোক ঈৰ্ষা কৰে। ক্লাচ পুলে এই নিচিনা কামক মূৰ্খামি বুলি বিবেচনা কৰিছিল। সৰগ্ৰামৰ ঘৰত ৰৌল্‌ফৰ ঘাই কাম হ'ল বসন্তকালৰ আগতীয়া শস্যৰ পুলিৰ কাৰণে শীতল আৰু গৰম শয্যা সজা আৰু মেৰামতি কৰা। এই বিৰক্তিকৰ কামত তেওঁৰ মন নবহিছিল। সুযোগ আৰু সময় পালেই মনৰ কল্পনা খটুৱাই ধুনীয়া বস্তু তৈয়াৰ কৰিছিল। ক্লাচ পুলে এইটো পছন্দ নকৰিছিল। তেওঁৰ মতে এনে কাম "বোবা"। এই কাৰণে হাই প্ৰেইৰিৰ

মানুহে পুলৰ ল'ৰাটোক "বোবা"ৰ নিচিনা বুলি বিবেচনা কৰিছিল। এনে-বোৰ কথা তেওঁ কৈছিল। যেতিয়া নতুন ডাচ সংস্কাৰকৃত গীৰ্জাটোৰ নিৰ্মাণ কাৰ্য্য শেষ হয়, তেতিয়া সকলো লোকে তাক প্ৰশংসা কৰিছিল। বহুত কষ্ট কৰি এই কাৰ্য্য কৰা হয়। ৰঙা ইটাৰ এই গীৰ্জাটো হাইপ্ৰেইৰিৰ প্ৰথম ইটাৰ গীৰ্জা। উজ্জ্বল, হালধীয়া ৰঙৰ আসন, ৰঙা আৰু হালধীয়া গ্লাচৰ খিৰিকী। ৰেভাৰেণ্ড ভাৰৱাৰ্কে নিউ হাৰ্লেমৰপৰা আনি প্ৰথম ধৰ্ম প্ৰচাৰৰ বক্তৃতা দিছিল। কিন্তু পুলৰ ল'ৰা ৰৌল্‌ফে হাইপ্ৰেইৰিৰ এদল ল'ৰাৰ আগত ইঙ্গিত দি কৈছিল যে তেওঁ কোনো এক নিশা গীৰ্জাটো জুই লগাই পুৰি পেলাব। কাৰণ সেইটো হেনো কুৎসিৎ, দেখিলে বেয়া লাগে।

ল'ৰাটো যে অন্য ল'ৰাতকৈ ভিন্ন ধৰণৰ, সেইটো ধ্ৰুৱপ। বিশদভাৱে নাজানিলেও চেলিনাৰ ধাৰণা হৈছিল যে এই ল'ৰাটোৰ অসাধাৰণ গুণ কিছুমান আছে। পাৰিলে সেইবোৰ ৰক্ষা কৰি বৰ্ধনৰ কাৰণে উৎসাহ উদ্দীপনা দিব লাগে।

"ৰৌল্‌ফ! সেইবোৰ এৰি তোমাৰ মাৰাক অলপ খৰি দিয়া। শস্যৰ সজাবোৰৰ কাম শেষ নকৰি সেই বাকচটোৰ ওপৰত ফুল কাটিছে। কেতিয়াবা সেইবোৰ ভাঙি-ছিঙি দলিয়াই পেলাম।"

ৰৌল্‌ফ হতোৎসাহ নহ'ল। তেওঁ কথালৈ কাণ নিদিলে। বৰং সময় পালত পুনঃ বাকচটোৰ ওচৰলৈ আহিল।

মাৰ্জি আৰু ক্লাচ পুল নিষ্ঠুৰ, দয়াহীন লোক নাছিল। তেওঁলোকেনো কেনেকৈ এই অদ্ভুত ল'ৰাটোক জন্ম দিলে তাকে ভাবি আচৰিত হৈছিল। তেওঁলোকৰ বংশত লোকক দেখুৱাই ফুৰা অভ্যাস নাই। জীৱন সংগ্ৰামৰ কঠোৰতাই জীৱনৰ এই সুকোমল ফালটোৰ বিকাশ তেনেই বন্ধ কৰি ৰাখিছিল। তেওঁলোকৰ জন্মও শ্লেষা প্ৰধান আবেগহীন বংশত। পথাৰত আৰু ভঁৰালত ক্লাচে দাসৰ দৰে পৰিশ্ৰম কৰিছিল। মাৰ্জিয়ে ব্ৰহ্মমুহূৰ্ততে শোৱা পাটিৰপৰা উঠে—গ্ৰীষ্মকালত চাৰি বজাত, শীতকালত পাঁচ বজাত। শুই উঠাৰেপৰা তেওঁ ঘৰৰ কামত চকৰি ঘূৰাদি ঘূৰি থাকে। মচা, কাপোৰ ধোৱা, মেৰামতি কৰা—শোৱা-পাটিৰপৰা উঠাৰেপৰা পুনঃ শুবলৈ যোৱালৈকে গোটেই সময় এইবোৰতে যায়। ৰাতি অন্য মানুহ শোৱাৰ পিচতহে তেওঁ শোৱে। জিৰ্জি আৰু জোজিনাক তেওঁ চুমা খোৱা চেলিনাই কেতিয়াও দেখা নাই।

কিন্তু চেলিনাই এদিন দেখিলে যে ৰান্ধনি ঘৰ আৰু খোৱা ঘৰৰ ভিতৰত অসংখ্যবাৰ অহা-যোৱা কৰাৰ মাজতে মাৰ্জিয়ে এদিন ৰৌল্‌ফৰ ক'লা চুলি-কোছাৰ ভিতৰত আঙুলি বুলাই দি মুখখন মৰমেৰে পিহি দিছে। চেলিনা আচৰিত হ'ল। মাত্ৰ এক মুহূৰ্তৰ বাবে। কিন্তু ইয়াৰ প্ৰাণস্পৰ্শকাৰী শক্তি অসীম। ল'ৰাটোৰ বিষয়ে মাৰ্জিয়ে কেতিয়াবা কেতিয়াবা ক্লাচ পুলৰ লগতো প্ৰতিবাদ কৰিছিল। মাকৰ মতে ল'ৰাটো তেনেই বেয়া নহয়। 'ক্লাচ, ল'ৰাটোক বিৰক্তি নকৰিবা। অলপ সময়ৰ কাৰণে তাক স্বাধীন-ভাৱে কাম কৰিবলৈ দিয়া।" চেলিনাই ভাবে, মাকে ল'ৰাটোক মৰম কৰে। সময় পালে, তেওঁ ল'ৰাটোক বুজিবলৈকো চেষ্টা কৰিলেহেঁতেন।

ৰৌল্‌ফে চেলিনাৰ কিতাপবোৰ পঢ়িবলৈ ধৰিলে। তেওঁ ইমান বেগাই এখন এখনকৈ কিতাপ শেষ কৰিবলৈ ধৰিলে যে চেলিনাৰ কিতাপখিনিৰে শীত কালটো জুৰিব নে নোজোৰে, সঠিককৈ কোৱা টান। ৰাতিৰ আহাৰৰ পিচত কেতিয়াবা কেতিয়াবা চেলিনাই মাৰ্জিৰ শ্বাল-কাপোৰখন মেৰিয়াই লৈ কাঠৰ কাম কৰা ঘৰত বহি ৰৌল্‌ফক কিতাপ পঢ়ি শুনায়। ৰৌল্‌ফে কাঠত ফুল কাটি থাকে। চেলিনা আনন্দময়ী আৰু মুখ থকা তিৰোতা। তেওঁ এই ল'ৰাটোক হঁহুৱাব পাৰিলে ভাল পায় কাৰণ তেতিয়া ৰৌল্‌ফৰ ক'লা মুখখন উজ্জ্বল হৈ উঠে। মাজে সময়ে এই কোমল বয়সৰ মানুহ দুজনাৰ হাঁহি শুনি মাৰ্জি ঘৰটোৰ দুৱাৰ মুখলৈ যায় আৰু বাহিৰৰপৰা এই হাঁহি শুনি আনন্দ পায়।

"তোমালোকে ধেমালি কৰিছা ?"

"মিচেছ পুল, ভিতৰলৈ আহক বাকচটোৰ ওপৰত মোৰ কাষতে বহি ধেমালি কৰক। শ্বাল-কাপোৰখনৰ আধা আপুনি মেৰিয়াব পাৰে।"

"বহিবলৈ মোৰ সময় নাই।" তেওঁ গুচি গ'ল।

কাঠৰ কামৰ মাজতে ৰৌল্‌ফ থামিল। আঙুলিত পাতল চলিয়াৰ জৰী এডাল মেৰিয়াই থাকি ক'লে, "মই যেতিয়া চাবালক হৈ উপাৰ্জন কৰিম তেতিয়া মই মাৰ কাৰণে ৰেচমৰ কাপোৰ এযোৰ কিনিম। চিকাগোৰ দোকানত তেনে কাপোৰ দেখিছোঁ। তেতিয়া মাই এই কাপোৰযোৰ অকল যে দেওবাৰেহে পিন্ধিব তেনে নহয়; নিতৌ এই কাপোৰ পিন্ধি চেয়াৰত বহি বিধবা মহিলা পাৰ্লেনবাৰ্গৰ দৰে মিহি চিলাইৰ কাম কৰিব।"

"তুমি ডাঙৰ হ'লে আৰু কি কি কৰিবা ?" চেলিনাই প্ৰশ্ন কৰিলে।

তেওঁ উত্তৰলৈ অপেক্ষা কৰিলে। তেওঁ নিশ্চিতভাৱে জানে যে ৰৌল্‌ফে আনন্দ-দায়ক কথাকেই ক'ব।

"গাড়ীৰ ঘোঁৰা খেদি চহৰৰ বজাৰলৈ যাম।"

"অ' ৰৌল্‌ফ!"

"নিশ্চয়। ইতিমধ্যেই পাঁচবাৰ গৈছোঁ—দুবাৰ জেকবৰ সৈতে আৰু তিনিবাৰ পিতাৰ সৈতে। মোৰ বেগাই ষোল-সোতৰ বছৰ হ'ব। তেতিয়া অকলে যাব পাৰিম। আবেলি পাঁচ বজাত যাত্রা কৰিলে ৰাতি ন বজাত হেইমার্কেট পোৱা যায়। তাত ৰাতিটো গাড়ীতে শুই থাকিব পাৰি। তাত গেছৰ চাকি আছে। মানুহবিলাকে তাচ-পাশা খেলে। ৰাতিপুৱা চাৰি বজাত সাজু হ'ব লাগে—বেপাৰী, কমিচন লোৱা লোক, গ্রাহক—এইবোৰ আহে। সুন্দৰ।"

"ৰৌল্‌ফ!" হতাশাৰ সুৰত তেওঁ সম্বোধন কৰিলে। "এইয়া চাওক" এই বুলি তেওঁ মলিয়ন বাকচ এটা তালাচ কৰি লাজ-মনেৰে চেলিনাৰ আগত ফটা থহটা মিঠা বৰণীয়া কাগজ এখিলা পাৰি দিলে। এই কাগজত তেওঁ স্থূলভাৱে কিন্তু কার্য্যকৰী ধৰণে কুঁজ থকা ঘোঁৰাৰ যুদ্ধ এখন আঁকিছে। তদুপৰি গাড়ীৰ ডাঙ্গাত লৰি-মটৰ, কার্ডবয় আৰু ওভাৰকোট পিন্ধা মানুহ আৰু গেছৰ চাকি আদিৰো ছবি আছে। এডাল পেন্সিল লৈ ঠিক দেখা ধৰণে আঁকিছে। ফলত আজি কালিৰ প্রতীকধর্মী চিত্রকৰসকলৰ দৰে চমৎকাৰ হৈছে।

চেলিনা মুগ্ধ হ'ল।

নৰেম্বৰ মাহৰ বহুতো সন্ধিয়া চেলিনাই এইদৰে কটালে। গার্হস্থ জীৱন অতিবাহিত হ'ল ধোঁৱাৰে নীলা হোৱা আৰু বন্ধা-বঢ়াৰ গন্ধেৰে পৰিপূর্ণ ৰান্ধনি ঘৰ এটাত। কাচিৎ বৈঠকখানাটোতো জুই জ্বলোৱা হৈছিল। বহুত সময়ত স্কুলৰ বহী চাব লাগে—গণিত, ব্যাকৰণ, বানানৰ অপৰিষ্কাৰ বহী। বহুত সময়ত তেওঁ পঢ়িবলৈ আগ্রহ কৰিছিল, চিলায়ো কৰিব খুজিছিল। তেওঁৰ শোৱা কোঠালী অত্যন্ত ঠাণ্ডা, তাত কাম কৰিব নোৱাৰি। ৰান্ধনি ঘৰত পুৰুষ কেইজন বহি বা অহা-যোৱা কৰি থাকে। জির্জি, জোজিনা টনা-আজোৰা আৰু খেলা কৰি থাকে। শ্রান্ত জন্তু এটাৰ দৰে মার্জিয়ে কাম কৰি ঘূৰি ফুৰে—ভৰি গধুৰ কিন্তু ক্ষিপ্র। কোঠালীটোৰ মজিয়া পুৰুষ কেইজনৰ বুট জোতাত লাগি অহা বোকা-মাটিৰ দ্বাৰা সদায় অপৰিষ্কাৰ-অপৰিচ্ছন্ন হৈ থাকে।

ডিচেম্বৰৰ আগভাগতে এবাৰ চেলিনা চহৰলৈ গৈছিল। পাৰিপাৰ্শ্বিকতাৰ বিৰুদ্ধে মনত হঠাতে বিদ্ৰোহ জন্মিলত আৰু চিকাগো চহৰৰ মলি, শব্দ আৰু জনতাৰ প্ৰতি আকুল আকাঙ্ক্ষা জন্মিলত এই যাত্ৰা কৰিবলগীয়া হ'ল। শনিবাৰে দোকমোকালিতে ক্লাচে পাঁচ মাইল দূৰত থকা ৰেল ষ্টেচনলৈ গাড়ীত তুলি নিলে। ৰবিবাৰ পৰ্য্যন্ত চেলিনা তাত থাকিব। দহদিন আগতে জুলি হেম্পেললৈ এখন চিঠি দিয়া হৈছিল, কিন্তু কোনো উত্তৰ নাহিল। চহৰ পায়েই তেওঁ পোনে পোনে হেম্পেল-ভৱনলৈ গ'ল। মিচেছ হেম্পেলৰ মুখ খীণাইছে। তেওঁ বৈঠকখানাতে চেলিনাক দেখা দিলে আৰু জনালে যে জুলি চহৰৰ বাহিৰলৈ গৈছে। কানচাছ চহৰত থকা তেওঁৰ বন্ধু মিচ আৰ্নল্ডক লগ ধৰিবলৈ গৈছে। চেলিনাক খোৱাৰ সময়লৈ থাকিবলৈ নক'লে। তেওঁক বহিবলৈকো নক'লে। ঘৰটোৰপৰা ওলাই আহোঁতে তেওঁৰ চকুৰে-মুখে বিষাদৰ ছাঁ—চকুৰ পানী ওলাওঁ ওলাওঁ অৱস্থা। হঠাতে এই চিকাগোৰ প্ৰতি তেওঁৰ ঘৃণা জন্মিল। চিকাগোই তেওঁক নিবিচাৰে। গাত ঘঁহনি লগাকৈ গ'লেও মানুহে নামাতে, হাতত খুন্দা মাৰিলেও ক্ষমা নোখোজে। প্ৰেইৰিৰ নীৰৱতাত অভ্যস্ত হৈ চেলিনাই চিকাগোৰ হাই-উৰুমি, আৰ্তনাদ-হুইচেল, দৌৰাদৌৰি ইত্যাদি সহ্য কৰিব নোৱাৰা হ'ল।

তেওঁ ক'লে, "মই পৰোৱা নকৰোঁ।" ধৈৰ্য্য ধৰি থাকিলে এদিন খুব মূল্যবান হৈ পৰিম। মানুহে ক'ব, সেই চমৎকাৰ মহিলা চেলিনা পিকক জানেনে? মানুহে কয়, তেওঁ হেনো গাঁও অঞ্চলৰ স্কুলত শিক্ষয়িত্ৰী আছিল। তেওঁ বৰফৰ দৰে ঠাণ্ডা কোঠালী এটাত শুইছিল আৰু দিনত তিনিবাৰকৈ গাহৰিৰ মাংস খাইছিল ···। মই জানো কি হ'মগৈ। মই ভোজ খাবৰ সামৰ্থ্য লাভ কৰিম, দামী দামী আহাৰৰ অৰ্ডাৰ দিম। বোধহয় পামাৰ ভৱনলৈকেই যাম। ইয়াতেই দেউতা আৰু মই ···। নহয়, সেইটো মোৰ সহ্য নহ'ব। মই বৰং অডিটৰিয়াম হোটেল-ৰেষ্টোৰাঁলৈ যাম আৰু তাত আইচক্ৰিম খাম। তদুপৰি ৰূপৰ পাত্ৰত কুকুৰা পোৱালিৰ চুৰুহা, কাগজৰ থালত ভেৰাৰ চপ, ক্ৰিমৰ তৰ্কাৰী, সকলো ৰকমৰ শাক-পাচলি আৰু অৱেঞ্জপিকো চাহ খাম।

তেওঁ প্ৰকৃততে এই বস্তবোৰৰ অৰ্ডাৰ দিছিল। পৰিবেশকসকলে আচৰিত হৈ এই এটাইবিলাকনো তেওঁ কেনেকৈ খায় চাবলৈ টেবিলৰ চৌপাশে অহা-যোৱা কৰি থাকিল। লণ্ডনলৈ বুলি যাওঁতে বাটতে হোটেলত

ডেভিদ কপাৰফিল্ডে এনেকৈ খাদ্যৰ অৰ্ডাৰ দিছিল আৰু পৰিবেশন কৰা লোকসকল আচৰিত হৈছিল।

তেওঁ আইচক্ৰিম আৰু অৰেঞ্জপিকো খালে। অৰেঞ্জপিকো নামটোৰ কাৰণেই খালে। এই নামটো তেওঁৰ ভাল লাগে। এই নামটোৱে তেওঁৰ মনত অন্য বহুতো বস্তুৰ কথা সোঁৱৰাই দিয়ে—চেৰিফুল, মছলা, বিচনী, বেঁকা চকুৰ গাভৰু। ক্যানাৰী চৰায়ে লেটুছৰ পাত খুটিয়াই খোৱা দৰে তেওঁ আগ্ৰহেৰে জলা চালাদ অলপ খালে। ভেৰাৰ মাংসৰ 'চপ'ৰ লগত চুপতি কৰিলে। তেওঁৰ দেউতাকে পৰিবেশকসকলক যথেষ্ট বকচিছ দিছিল। সেই কথা মনত পৰিল। তেৰোঁ সৰহ বকচিছ থলে। সেইখিনি পালত পৰিবেশকজনৰ মনত তিৰোতা গ্ৰাহকৰ প্ৰতি থকা স্বাভাৱিক ঘৃণা সাময়িক-ভাৱে কমিল কিন্তু খানাটো বৰ সফলকাম হ'ল বুলিব নোৱাৰি। ডিনাৰ খানাৰ কথা ভাবি তেওঁ থমকিলে। আবেলি এক বজাৰপৰা তিনি বজালৈ সময়খিনি পুল পৰিয়ালৰ সকলো কেইজন লোকৰ নিমিত্তে উপহাৰ কিনোতে কটালে। তাৰ লগতে জিৰ্জি আৰু জোজিনাৰ কাৰণে কলো কিনিলে। এই সৰু ছোৱালী দুজনীয়ে কল ভাল পায়। চাৰি বাজি পঁয়ত্ৰিশ মিনিটত অহা ৰেলগাড়ীখনত উঠি তেওঁ উভতিল। ষ্টেচনৰপৰা ফাৰ্মলৈ থকা পাঁচ মাইল দূৰ আলিবাট খোজ কাটিয়েই গ'ল। ঘৰ গৈ যেতিয়া পায়, তেতিয়া ঠাণ্ডাতে তেওঁ প্ৰায় বৰফ হোৱাৰ দৰে হৈছে। ক্লান্তি, হাত-ভৰিৰ বিষ—সকলো সহ্য কৰি গৈ ঘৰ পালত, তেওঁক পুল পৰিয়ালৰ সকলোৱে অন্তৰৰ আদৰণি জনালে। ৰান্ধনি ঘৰৰ চুলা, গাহৰিৰ মাংস ভজাৰ গন্ধ, তেওঁৰ নিজৰ কোঠালী আৰু তাত থকা ৱালনাটৰ বিছনা আৰু কিতাপৰ চেল্‌ফ্—সেই পৰিচিত ঠাইলৈ আহি তেওঁৰ ভাল লাগিল। আনকি সেই কুৎসিৎ ড্ৰামটোও মৰমৰ বস্তু যেন লাগিল।

## পাঁচ

হাই প্ৰেইৰিৰ গ্ৰাম্য যুৱকৰ চকুত চেলিনা প্ৰলোভনজনক যেন নালাগিল। তেওঁবিলাক শকত-আৱত, অভিৰুচিও তদনুৰূপ। চেলিনা সৰু, শেঁতা, কৃশ। তেওঁবিলাকৰ লগত নিমিলে। চেলিনাৰ আগমনে ইয়াত স্বাভাৱিকতে এটা আলোড়নৰ সৃষ্টি কৰিছিল। হাই প্ৰেইৰিৰ লোকে তেওঁৰ বিষয়ে কি আগ্ৰহ আৰু ঔৎসুক্যৰে খবৰ সংগ্ৰহ কৰিছে সেইটো জনাহেঁতেন তেওঁ আচৰিত হ'লহেঁতেন। তেওঁৰ চেহেৰা, আচাৰ-প্ৰকৃতি, সাজ-পাৰ—সকলো বিষয়ৰ সংবাদ। তেওঁ দাম্ভিকা নে আধুনিকা? স্কুললৈ যাওঁতে আলিবাটৰ কাষত থকা পামবিলাকৰ বৈঠকখানাত তেওঁৰ বিষয়ে কিমান কি ধৰণৰ উত্তেজনাপূৰ্ণ প্ৰশ্ন আৰু কথোপকথন হয়, চেলিনাই তাৰ গম নাপায়। তেওঁৰ বিষয়ে কথা প্ৰচাৰিত হ'বৰ কোনো দৃশ্যমান বাহন নথকাত হাবিত লগা জুই জঁপিয়াই বিয়পি পৰাৰ দৰে, তেওঁৰ কথাও ইখন পামৰপৰা সিখনলৈকে বিয়পি পৰিছিল। কেনেবাকৈ হাই প্ৰেইৰিয়ে তেওঁৰ বিষয়ে সকলো কথা জানে। তেওঁৰ বগা, সৰু, পৰিষ্কাৰ বদিচৰ ফিটাৰ ৰঙৰপৰা তেওঁৰ চেলফ্‌ত থকা কিতাপৰ সংখ্যালৈকে সকলো সংবাদ মানুহে জানে। তেওঁৰ মতে বন্ধা কবিৰ খেতি ধুনীয়া; কাম কৰি থকা 'বোবা' ৰোল্‌ফক তেওঁ কিতাপ পঢ়ি শুনায়। তেওঁ স্কুললৈ পিন্ধি যোৱা সেই নতুন ফেচনৰ চোলাৰ দৰে এটা চোলা মাৰ্জিৰ কাৰণেও চিলাই কৰিছে। মাজে সময়ে ঘোঁৰাৰ গাড়ী দুই এখন বাটত তেওঁ লগ পায়। তেওঁ 'সুপ্ৰভাত' কামনা কৰে। কেতিয়াবা ড্ৰাইভাৰজনে আচৰিত হৈ উত্তৰ দিয়ে, অন্য সময়ত মাত্ৰ চকু থিৰ কৰি চাই থাকে। হাই প্ৰেইৰিৰ খেতি পথাৰৰ তিৰোতাক তেওঁ লগ নাপায়েই; কাৰণ তেওঁবিলাক ৰান্ধনি ঘৰত ব্যস্ত হৈ থাকে।

সেই জিলালৈ অহাৰ পিচৰ পঞ্চমটো ৰবিবাৰৰ দিনা চেলিনাই পুল পৰিয়ালৰ লগত ডাচ ৰিফৰ্মদ চাৰ্চৰ পুৱাৰ প্ৰাৰ্থনালৈ গ'ল। এনে সৰু-সুৰা কামৰ নিমিত্তে মাৰ্জিৰ সময় নাছিলেই। কিন্তু সিদিনা ক্লাচে ডাঙৰ গাড়ীখন উলিয়ালে আৰু গোটেই পৰিয়ালটোকে ল'লে—মাৰ্জি, চেলিনা, ৰোল্‌ফ,

জির্জি আৰু জোজিনা। ৰান্ধনি ঘৰৰপৰা ওলাই মাৰ্জিয়ে তেওঁৰ ভাল ক'লা কাপোৰবোৰ পিন্ধিলে আৰু মূৰত পুৰণা টুপী ল'লে। ক্লাচেও তেওঁৰ অপৰিষ্কাৰ গীৰ্জালৈ যোৱা সাজ-পাৰ পিন্ধিলে। চেলিনাৰ চকুত দুয়ো আচহুৱা যেন লাগিল।

ৰৌল্‌ফে যোৱাৰ বিৰুদ্ধে বিদ্ৰোহ কৰিছিল। জোৰ কৰিহে নিয়া হৈছিল; কিন্তু প্ৰাৰ্থনা চলি থকা সময়তে নীৰৱে বহি খিৰিকীৰ ৰঙা হালধীয়া আয়নাৰ পিনেহে ৰ লাগি চাই আছিল। পাচত চেলিনাক মনে মনে কৈছিল যে হালধীয়া আয়নাৰ মাজেদি সূৰ্য্যৰ ৰশ্মি আহি দুৰ্ভগীয়া প্ৰাৰ্থনাকাৰী-সকলৰ ওপৰত পৰাত তেওঁবিলাকক খঙাল যেন দেখা গৈছিল আৰু তাকে দেখি মনে মনে তেওঁ আনন্দ পাইছিল।

চেলিনাৰ উপস্থিতিয়ে এটা আলোড়নৰ সৃষ্টি কৰিছিল। এইটোৰ গম অৱশ্যে তেওঁ পোৱা নাছিল। দুজন-তিনিজনকৈ শাৰী পাতি মানুহবিলাকে গীৰ্জাত প্ৰৱেশ কৰিবৰ সময়ত চেলিনাৰ ধাৰণা হ'ল যেন সেইবোৰ কাঠত কটা মূৰ্তি। এনে ছবি আগতে এখন কিতাপত তেওঁ দেখিছিল। পুৰুষ-বিলাকৰ দীঘল পেণ্ট আৰু কোটত থকা ভাজবোৰ এনে পোন আৰু নিয়মীয়া যে সেইবোৰ সাঁচত কটা যেন লাগে। আলোৱান লৈ মূৰত ক'লা টুপী পিন্ধি অহা তিৰোতাবিলাকো যেন এনে আকৃতিতে গঢ়া। অবিবাহিতা গাভৰুবিলাক অৱশ্যে শকত-আৱত আৰু ধুনীয়া নোহোৱা নহয়। গালৰ উঠন হাড়ৰ ওপৰত ৰঙচুৱা ৰহণ। কিন্তু সেই ৰং গোটেই মুখমণ্ডল বিয়পি পৰা নাই। তেওঁলোকৰ কপাল ওখ আৰু অৰ্থহীন।

কিছু বেলি পাচত এজনী তিৰোতা আহি এই বৈচিত্র্যহীন জনসমাবেশত প্ৰৱেশ কৰিলে। তিৰোতাজনী ওখ, লাহে লাহে খোজ কাঢ়িলেও কাপোৰত শব্দ হৈছে। তেওঁৰ কোট আৰু মূৰৰ টুপী চহৰত কিনা—হাই প্ৰেইৰিৰ সাজ-পাৰতকৈ ভিন্ন। গীৰ্জাৰ ভিতৰলৈ আহোঁতে চেলিনাৰ চকুত এই তিৰোতাজনী পালতৰা এখন সৰু যুদ্ধৰ জাহাজ যেন অনুমান হ'ল। প্ৰকাণ্ড তিৰোতা, চামৰা ধুনীয়া, মুখ ৰঙা। বুকু বহল আৰু উঠন, উৰু প্ৰকাণ্ড, খোজৰ লগে লগে লয়লাসে গৈছে। তেওঁৰ চকুৰ পিৰঠি ভাঠ, সম্ভ্ৰমহীন। প্ৰাৰ্থনাৰ কিতাপৰ পাত লুটিয়াওঁতে দেখা গ'ল—তেওঁৰ হাত বগা আৰু মিহি। তেওঁ সোমোৱাৰ লগে লগে জনতাৰ মাজত আলোড়ন হ'ল, মানুহে ডিঙি মেলি মেলি চাবলৈ ধৰিলে। যদিও তেওঁ গা লৰাই ধৰফৰ

কৰি আহিছে আৰু পিঠিত বস্তুৰ মোনা আছে, তথাপি তেওঁক দেখিলে ষোড়শ শতাব্দীৰ ছবিবিলাকত চিত্রিত হোৱা তিৰোতাবিলাকৰ ছবি মনত উদয় হয়।

চেলিনাই মার্জিক ফুচফুচাই শুধিলে, "সেইজনী কোন ?"

"বিধৱা মহিলা পার্লেনবার্গ, বৰ ধনী।"

"হয় ?" চেলিনা চমৎকৃত হ'ল।

"এবাৰ চাওক, তেওঁ সেইজনৰ ফালে কেনেকৈ কটাক্ষ কৰিছে।"

"কাৰ পিনে ?"

"পার্ভাছ ডিজং। গেৰিট পনৰ কাষত নীলা চার্ট পিন্ধি বিষাদ মনে আছে।"

চেলিনাই ডিঙি মেলি চালে আৰু ক'লে, "অ' দেখিবলৈ বৰ ধুনীয়া, নহয় নে ?"

"নিশ্চয়। বিধৱা পার্লেনবার্গ তেনেই মজি গৈছে। চাওক তেওঁ কেনেকৈ—ইছ্—ইছ্—! ৰেভাৰেণ্ড ডেক্কাৰে আমাৰ পিনে চাইছে। মই পাচত কম।"

চেলিনাই মনতে থিৰ কৰিলে তেওঁ গীর্জালৈ ঘনাই আহিব। গধুৰ, নিৰানন্দভাৱে প্রার্থনা কৰা হ'ল। ইংৰাজী আৰু ডাচ—দুয়ো ভাষাতে হৈছে। তেওঁ এটা শব্দও শুনিবলৈ নাপালে। বিধৱা পার্লেনবার্গ আৰু পার্ভাছ ডিজঙে তেওঁৰ মন অধিকাৰ কৰিলে। কোনো ঈর্ষাৰ ভাবত নহয়, কিন্তু তেওঁৰ ধাৰণা হ'ল যে বিধৱা পার্লেনবার্গজনী ক্লাচ পুলৰ ঘৰত থকা আৰু বৰদিনৰ ভোজৰ কাৰণে কাটিবলৈ উপযুক্ত হোৱা চিকুণ গাহৰিৰ দৰে।

বিধৱা পার্লেনবার্গে ঘূৰি চাই হাঁহিলে। তেওঁৰ চকু 'পিচল' (চেলিনাৰ ভাষা)। তেওঁৰ মুখৰ কঠিন বান্ধ ঢিলা হ'ল আৰু ওঁঠৰ একোণত বক্র হাঁহিৰ আভাস দেখা গ'ল।

মহিলাজনীয়ে প্রকাশ্যে দেখুওৱা মৰমৰ ইঙ্গিতত পার্ভাছ ডিজঙে কেনে সঁহাৰি দিয়ে তাকে চাবলৈ গীর্জাৰ সকলো লোকে সমুখৰ ফালে চালে। তেওঁৰ চকু গম্ভীৰ, মুখত হাঁহি নাই। তেওঁ চকু ৰেভাৰেণ্ড ডেক্কাৰৰ বিচিত্রতা-হীন মুখত নিবিষ্ট।

চেলিনাই ভাবিলে, "তেওঁ বিৰক্ত হৈছে।" চেলিনাৰ মনটো ভাল লাগিল। মই বিধৱা নহয়; কিন্তু এইটো পদ্ধতি নিশ্চয় ঠিক নহয়। কিন্তু তেওঁ হাঁহিলে কেনে দেখি চাবৰ ইচ্ছা হয়।

চেলিনাই "জুহালৰ সঙ্গী" আৰু অন্যান্য উপন্যাসত পঢ়িছিল যে এনে সময়ত পুৰুষজনে তিৰোতাৰ বৈদ্যুতিক চাহনিত আকৃষ্ট হৈ ধুনীয়াকৈ হাঁহি মাৰে আৰু সেই হাঁহিত ডেকাৰ মুখ উজ্জ্বল হৈ উঠে। কিন্তু ডিজঙে নাহাঁহিলে। তেওঁ বৰং হঠাতে খুবকৈ হামিয়ালে। ব্যগ্ৰ মানুহবিলাক হতাশ হৈ বহি পৰিল। চেলিনাই ভাবিলে মানুহজন নিঃসন্দেহে ধুনীয়া। পিছে, কিছু বছৰ আগতে ক্লাচ পুলো হয়তো ধুনীয়া আছিল।

প্ৰাৰ্থনা শেষ হ'লত সমবেত লোকসকলৰ ভিতৰত নানাধৰণৰ কথা হ'ল—বতৰ, কঠিয়া, ভঁৰাল আৰু আগন্তুক উছৱৰ সময় ইত্যাদি। মাৰ্জিয়ে মানুহৰ মাজেৰে গীৰ্জাৰপৰা ওলাব ধৰিছে—ৰবিবাৰৰ দুপৰীয়াৰ আহাৰৰ কথা মনতে ভাবিছে। অ'ত-ত'ত দুই-এজনী তিৰোতা বন্ধুৰ লগত সংক্ষেপকৈ চেলিনাক পৰিচয় কৰি দিছে।

এজনীক কৈছে, "মিচেছ ভাণ্ডেৰ চিজদে, এইয়া মাষ্টৰণী" "এইয়া এগিৰ মা নেকি?" চেলিনাই সোধে। কিন্তু মাৰ্জিয়ে তেওঁক দুৱাৰৰ পিনে লৈ আগুৱাই যায়। "মিচেছ ফন্ মিজনেন! এইজনী মাষ্টৰণী" চেলিনাক দেখুৱাই দিয়ে। এই মহিলা কেইগৰাকীয়ে চেলিনাক কঠোৰভাৱে নিৰীক্ষণ কৰে। চেলিনাই হাঁহে আৰু ভীতভাৱে মূৰ দুপিয়ায়—তেওঁ তৰুণী। আৰু যেন কিবা কাৰণত দোষী।

মাৰ্জিৰে সৈতে চেলিনাই গীৰ্জাৰ আগ তোৰণ পালেগৈ। তেতিয়া পাৰ্ভাছ ডিজঙে তেওঁৰ জৰাজীৰ্ণ আৰু এফলীয়া গাড়ীখনত টোপনিয়াই থকা ঘোঁৰাটো খুলিছে। ঘোঁৰাটোৱে চাৰিওখন ঠেং একেলগ কৰি দুখলগা ধৰণে কলা ঘুমটিয়াই আছে। ভগা গাড়ীখনৰ লগত এই ঘোঁৰাটো মিলিছে। ডিজঙে বেগাই লেকাম ঢিলা কৰিলে। নামি যাব ধৰা গাড়ীখনত তেওঁ উঠিব। ঠিক এনে সময়তে বিধৱা পাৰ্লেনবাৰ্গে বেগেৰে গীৰ্জাৰ খটখটীৰে নামি আহিল। পোনে পোনে তেওঁ ডিজঙৰ পিনে ধাপলি মেলিলে। মেখেলাত বতাহ লাগি ঢৌ উঠিল। মাৰ্জিয়ে চেলিনাৰ হাতত খামোচ মাৰি ধৰি ক'লে, "চাওক, তেওঁ কেনেকৈ চোঁ মাৰিছে। নিশ্চয় ডিজঙক ৰবিবাৰৰ আহাৰলৈ নিমন্ত্ৰণ দিব, মই বাজ্ৰ মাৰিব পাৰোঁ। ডিজঙে কেনেকৈ মূৰ জোকাৰিছে এবাৰ চাওক।"

চেলিনা আৰু আন সকলো মানুহে নিৰ্লজ্জভাৱে চালে আৰু ডিজঙে মূৰ জোকৰা দেখিলে। তেওঁৰ সমস্ত শৰীৰতে নিমন্ত্ৰণ অগ্ৰাহ্য কৰাৰ লক্ষণ

ফুটি উঠিছে। ধুনীয়া মূৰ, বহল, সহনশীল কান্ধ, ৰবিবাৰৰ ক'লা সাজ-পাৰত শোভা নকৰিলেও তেওঁৰ নোদোকা বলশালী ভৰি—সকলোতে অনিচ্ছা বৰ্ত্তমান। তেওঁ মূৰটো জোকাৰিলে, হাতত লেকাম ল'লে আৰু গাড়ী চলাই গুচি গ'ল। বিধৱা পাৰ্লেনবাৰ্গ তাতে থাকিল। ডাচ ৰিফৰ্মদ চাৰ্চৰ সমবেত লোক-জনৰ সমুখত এইদৰে প্ৰকাশ্যভাৱে কৰা অৱজ্ঞা তেওঁ শক্তি অনুসাৰে বহন কৰিলে। এইটো স্বীকাৰ কৰিব লাগিব যে তেওঁ প্ৰশংসনীয় ধৈৰ্য্য সহকাৰে এই অৱজ্ঞা বহন কৰিব পাৰিলে। তেওঁ মুখ ঘূৰালে। তেওঁৰ ঘূৰণীয়া মুখ শান্ত, তেওঁৰ ডাঙৰ গৰুৰ নিচিনা চকু সুস্থিৰ। চেলিনাই আগতে এওঁক গাহৰিৰ লগত তুলনা কৰিছিল। এই উপমা এৰি দি এতিয়া তেওঁ পাৰস্য দেশীয় নোদোকা মেকুৰী এটাৰ উপমা মনত কৰিলে। এই মেকুৰী বিশ্বাসঘাটক। কোমল লোমৰ আবৰণৰ তলত অদৃশ্য চোকা হাঁতোৰা থাকে। বিধৱাজনীয়ে চতুৰভাৱে নিজৰ গাড়ীখনত বহি পৰিলহি। উন্নত মস্তকৰ এই তিৰোতা গৰাকীৰ গাড়ী তেওঁৰ চিকুণ ঘোঁৰাই টান, বৰফহীন আলিবাটৰ ওপৰেদি লৈ গ'ল।

"চমৎকাৰ!" চেলিনাই ক'লে। তেওঁৰ ধাৰণা হ'ল তেওঁ যেন এখন উত্তেজনাপূৰ্ণ নাটকৰ প্ৰথম অঙ্ক দেখিছে। তেওঁ গভীৰভাৱে উশাহ ল'লে। অন্যান্য মানুহবিলাকৰো তেনে অনুভূতিয়েই হ'ল।

পুল ফাৰ্মৰ গাড়ীত উঠি ঘৰলৈ উভতি গৈ থাকোঁতে বাটত মাজিয়ে ৰসালভাৱে তেওঁৰ গল্প ক'লে।

দুবছৰ আগতে পাৰ্ভাছ ডিজং বৰলা হয়। এই ঘটনাৰ এমাহমানৰ ভিতৰতে লিওাৰ্ট পাৰ্লেনবাৰ্গৰ মৃত্যু হয়। তেওঁৰ বিধৱা পত্নী সম্প্ৰদায়ৰ ভিতৰতে সবাতোকৈ সমৃদ্ধিশালী আৰু লাভজনক ফাৰ্মখনৰ গৰাকিনী হয়। পাৰ্ভাছ ডিজঙে হ'লে তেওঁৰ দেউতাক জোহান্নিছৰপৰা উত্তৰাধিকাৰী সূত্ৰে মাত্ৰ পঁচিশ একৰমান মাটি পায়। এই মাটি তেনেই বেয়া-দ'। হাই প্ৰেইৰিৰ ভিতৰত সেইখিনিয়েই সবাতোকৈ দ মাটি। মাটিখিনি তেনেই অনুৰ্বৰ। বসন্তকালৰ যি সময়ত কঠিয়া আৰু আগতীয়া শাক-পাচলি গজাব লাগে সেই সময়ত ইয়াৰ প্ৰায় ষোল একৰ মাটি পানীৰ তলতে থাকে। পাৰ্ভাছ ডিজঙে ধৈৰ্য্য সহকাৰে ৰোৱে, সিঁচে, ফচল দায় আৰু বজাৰলৈ পঠিয়ায়। তথাপি তেওঁ কোনোৰকমে চলিব নোৱাৰে। ডাচ সম্প্ৰদায়টো মিতব্যয়ী। তেওঁবিলাকে সহজে উদ্গতি কৰে। কিন্তু ভাগ্য আৰু প্ৰকৃতি

ডুয়ো তেওঁৰ প্ৰতি নাৰাজ যেন হ'ল। তেওঁৰ কঠিয়া আৰু পুলিবোৰ ফলদায়ক নহয়; তেওঁৰ গৰু-ম'হ-ঘোঁৰাৰ বেমাৰ; তেওঁৰ কৰিত পোক; তেওঁৰ বেউচেনি গছ পোকে বিন্ধা। বৰষুণ হ'ব বুলি আশা কৰি যিবাৰ তেওঁ ব্যাপকভাৱে পিনাক শাকৰ খেতি কৰে, সেইবাৰ বসন্তকালতো শুকান বতৰ হয়। পিচৰ বছৰ শুকান বতৰৰ আশা কৰি মিঠা আলুৰ খেতি কৰে। কিন্তু বতৰৰ সকলো আগজাননী উপেক্ষা কৰি সেই বছৰৰ বসন্ত আৰু গ্ৰীষ্মকালত ধাৰাসাৰে বৰষুণ হয়—এক যুগৰ ভিতৰত তেনে বৰষুণ হোৱাই নাছিল। শস্যৰ অপকাৰী পোক-পৰুৱাক কোনো অজ্ঞাত দৈৱিক শক্তিয়ে যেন টানি তেওঁৰ পথাৰলৈ নিছিল। তেওঁ যদি সৰু, নগণ্য, লেখত লবলগীয়া লোক নহ'লহেঁতেন, তেন্তে তেওঁৰ দুৰ্ভাগ্য হয়তো কোনোৱে তেনে বিশেষকৈ লক্ষ্য নকৰি মাত্ৰ ঘৃণাসূচক পুতৌ কৰিলেহেঁতেন। কিন্তু তেওঁ তেনে সৰু নাছিল। তেওঁ নাম থকা মুখিয়াল লোক আছিল আৰু সকলোৱে তেওঁক ভাল পাইছিল। তেওঁক বিপদত পৰা এজন দৈত্য বুলিব পাৰি। তেওঁৰ দুৰ্ভাগ্যৰ ইমানতে অন্ত হোৱা নাই। সম্পৰ্কীয় বয়সিয়াল তিৰোতা এগৰাকীয়ে তেওঁৰ ঘৰ চলাইছিল। এই তিৰোতা গৰাকীৰ বাত বেমাৰ আছিল। এওঁ তৈয়াৰ কৰা ৰুটি, পিঠা ইত্যাদি দেখি চুবুৰীয়া তিৰোতাসকলে ইতিকিং কৰিছিল।

এই পাৰ্ভাছ ডিজঙৰ ওপৰতে বিধৱা পাৰ্লেনবাৰ্গে মনোনিবেশ কৰিলে। মহিলা গৰাকীৰ মাটি-বাৰী অজস্ৰ, তেওঁৰ ফাৰ্মত ধুনীয়া ঘৰ আছে। গলত সোণৰ চেইন, গাত চিল্কৰ গাউন, বগা কোমল হাত, বন্ধা-বঢ়াত দক্ষতা —সকলো বিষয়তে তেওঁ সমৃদ্ধিশালী। তেওঁ ডিজঙক প্ৰকাশ্যভাৱে প্ৰেম নিবেদন কৰিলে। ডাচ জাতিৰ স্বভাৱসুলভ প্ৰাবল্য থকা এই প্ৰেম-নিবেদনত অইন মানুহ বাগৰি পৰিলহেঁতেন।

এইটো জনা-শুনা কথা যে তেওঁ ডিজঙলৈ প্ৰত্যেক সপ্তাহে ৰুটি, পিঠা, বৰা ভজা দি পঠাইছিল। তেওঁৰ ভাল শস্যৰ বীজ, কঠিয়া, পুলি ইত্যাদি আনিবলৈ ডিজঙক উদগনি দিছিল। কিন্তু ডিজঙে একাদিক্ৰমে এইবোৰ প্ৰত্যাখ্যান কৰি আহিছে। চাতুৰী বা তোষামোদ কৰি মাতি নি তেওঁ ডিজঙক খানা খুৱাইছিল। আনকি তেওঁ মাজে সময়ে ডিজঙৰপৰা উপদেশো বিচাৰিছিল। এইটো অৱশ্যে বৰ চতুৰ ধৰণৰ তোষামোদৰ বাহিৰে অন্য একো নাছিল। শস্যৰ স্থানান্তৰ, সাৰ, ইত্যাদিৰ বিষয়ে তেওঁ ডিজঙৰ

উপদেশ বিচাৰিছিল। অথচ, তেওঁৰ চতুৰ পৰিচালনাত তেওঁৰ সাৰুৱা পথাৰৰ প্ৰত্যেক একৰ মাটিত যিমান ফচল হৈছিল, ডিজঙৰ দহ একৰ মাটিতো সিমান নহৈছিল। তেওঁৰ তত্বাৱধানত জান ব্ৰাছ নামেৰে মানুহ এজনে তেওঁৰ ফাৰ্ম চলাইছিল।

ডিজং সৰল মনৰ লোক। পোনতে এই মহিলাই ডিজঙৰ লগত গভীৰ মৰমৰ সুৰত কথা হৈছিল। তেওঁ কৈছিল, "মিষ্টাৰ ডিজং, মই আপোনাৰ-পৰা কিছু পৰামৰ্শ বিচাৰিছোঁ। মই অকলশৰীয়া তিৰোতা; মোৰ স্বামী মিষ্টাৰ লিওাৰ্ট আৰু জীৱিত নাই। বাহিৰা মানুহে খেতি কেনে হয় তাৰ কি তু ৰাখে? মোৰ মূলা, লেটুছ. স্পিনাক, গাজৰ, এইবিলাকৰ খেতি আছে। যোৱা বছৰ ফচলবোৰ লহপহীয়া নহৈ কেৰকেৰীয়া হ'ল। ইয়াৰ গুৰিতে সেই জান ব্ৰাছ নামৰ মানুহজন। তেওঁ লাহে লাহে কাম কৰা বিধৰ মানুহ। কিন্তু এইবোৰ শাক-পাচলিৰ খেতি খৰতকীয়া হ'ব লাগে। ব্ৰাছে কয়, "মোৰ সাৰৰ দোষ; কিন্তু মোৰ মতে দোষ ক'ৰবাতহে। আপুনি কি ভাবে?"

জান ব্ৰাছে ইয়াৰ গম পাই চাৰিওফালে ৰগৰ কৰি এই কথা প্ৰচাৰ কৰিলে। হাই প্ৰেইৰিৰ পুৰুষে ডিজঙক বাটত লগ পালে সুধিব ধৰিলে, "বাৰু মিষ্টাৰ ডিজং, আপুনি কিছুমান দিন ধৰি বিধৱা পাৰ্লেনবাৰ্গক খেতি বিষয়ত কোনো ভাল উপদেশ দিছে নেকি?"

সেইবাৰ তেওঁৰ খেতি বিশেষভাৱে বেয়া। এই প্ৰশ্নৰ দ্বাৰা মানুহে তেওঁৰ মনত আঘাত দিয়াত তেওঁ উপলব্ধি কৰিলে যে চতুৰ বিধৱাজনীয়ে তেওঁক প্ৰতাৰণা কৰিছে। তেওঁৰ ডাচ ধমনীত ধীৰে ধীৰে বিধৱাজনীৰ প্ৰতি ৰাগ জন্মিল। তিৰোতা এজনীৰ চাতুৰী দেখি পুৰুষ হিচাবে তেওঁৰ ঘৃণা হ'ল। তাৰ পিচৰবাৰ তোষামোদৰ সুৰত তেওঁৰ ওচৰ চাপি মাটি চাহ কৰা, নলা খন্দা, খেতি, ইত্যাদিৰ বিষয়ে তেওঁৰপৰা উপদেশ বিচৰাত ডিজঙে ৰুক্ষভাৱে ক'লে, "আপুনি বৰং হাৰ্মটিয়েনৰ ওচৰলৈ গৈ তেওঁৰ উপদেশ লওক।" হাৰ্মটিয়েনৰ বয়স ত্ৰিশ বছৰ, মনটো শিশুৰ দৰে; গভীৰ, বুদ্ধিহীন। গোটেই জিলাখনৰ ভিতৰতে জনাজাত বুৰ্বক।

পাৰ্ভাছে জানে যে সম্প্ৰদায়ৰ সকলো লোকে এই ধনী, নোদোকা, ৰঙা ওঁঠৰ বিধৱাজনীক বিয়া কৰাবলৈকে তেওঁক উদগনি দিছে। কাৰণ এই বিবাহ লাভজনক হ'ব।

কিন্তু ঠিক সেই উদগনিৰ কাৰণেই তেওঁ বিয়া নকৰাবলৈ দৃঢ় সঙ্কল্প।

তেওঁৰ ঘৰ-দুৱাৰ অপৰিষ্কাৰ হৈছে, তেওঁ অকলশৰীয়া, মনত অশান্তি। কিন্তু এই তিৰোতাজনীক তেওঁ কোনো মতে বিয়া নকৰায়। অহঙ্কাৰ, গৰ্ব, খং—এটাইবোৰ লগলাগি তেওঁক এই সিদ্ধান্তত উপনীত কৰাইছে।

পাৰ্ভাচ ডিজঙে প্ৰথমবাৰ লগ পোৱাৰ সময়তে চেলিনাক ৰক্ষা কৰিবৰ সুযোগ এটা পালে। আৰম্ভণিৰ দিনতে এইটো হ'ল যেতিয়া তাৰ পৰিণতি অৱশ্যম্ভাবী। তেতিয়া চেলিনাৰ গাত মদৰ ৰঙৰ কাশ্মীৰী শ্বালখন আছে আৰু হাই প্ৰেইৰিৰ সকলোৰে আগত বৰ কষ্ট কৰি চকুৰ পানী ওলোৱা বন্ধ কৰিবলৈ চেষ্টা কৰিছে। মাৰ্জিৰ উদগনিত (আৰু নিজেও কথাটো পছন্দ কৰি) চেলিনাই আদাম উমছৰ হলত হোৱা সভা আৰু নাচ-গানত উপস্থিত হৈছিল। হাই প্ৰেইৰি ষ্টেচনৰ ওচৰৰ সাধাৰণ ষ্টোৰৰ ওপৰত এই হল। চাৰিফালৰ কেইবা মাইলৰপৰা কৃষক পৰিয়ালবিলাক তালৈ আহিছে। গীৰ্জাৰ নতুন অৰ্গেনটোৰেই এই সমাবেশৰ কাৰণ। এইটো এটা সময়-প্ৰসিদ্ধ চেলুহে। প্ৰকৃততে সামাজিক প্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈকে জনসমাগম হয়। প্ৰৱেশদ্বাৰত সামান্য পইচা লোৱা হৈছিল। আদাম উমছে তেওঁলোকক হলটো দিছিল। তিনিজন বাদ্যকৰে বিনা পইচাই বাদ্য বজাইছিল। তিৰোতাবিলাকে ঘৰৰপৰা বাকচত বা খৰাহিত কৰি নিশাৰ খাদ্য আনিছিল। এইবোৰ ডাকত বিক্ৰী কৰা হয়। যিটোৰ খাদ্য সবাতোকৈ বেচি দামত ডাক হয়, সেই তিৰোতাজনীৰ কিনোতাজনৰ খাদ্য খাবৰ অধিকাৰ জন্মে। একে দামতে গৰম কফিও পোৱা যায়। ইয়াৰপৰা পোৱা টকা-পইচা অৰ্গেনত খৰচ কৰা হ'ব। এইটো অৱশ্যে সকলোৱে জানিছিল যে স্বামীৰ বিৰুদ্ধে বৰ বেচি আনন্দ কৰি ডাক ডাকিব নালাগে। নিজৰ ল'ৰা-ছোৱালীৰ মুখ ভালদৰে চিনাৰ দৰে প্ৰত্যেক তিৰোতাই নিজৰ নিজৰ খৰাহি ভালদৰে চিনিছিল। ডাকত সেই খৰাহিটো উঠিলত প্ৰত্যেক কৃষকে ভাবি-চিন্তি এটা দাম কৈছিল আৰু তাৰ দ্বাৰা তেওঁ সেইটোৰ অধিকাৰী হৈ পৰিছিল। ১৮৯০ খৃষ্টাব্দত হাই প্ৰেইৰিত সকলো পিনৰ স্বাধীনতা আহি পোৱা নাছিল। অবিবাহিতা তিৰোতা-বিলাকৰ বাকচ আৰু খৰাহিবোৰৰ বাবেহে তুমুল যুদ্ধ হৈছিল। মাৰ্জিয়ে দুপুৰীয়াতে তেওঁৰ খৰাহি সাজু কৰিছিল আৰু চাবি বজাত ক্লাচ আৰু ল'ৰা-ছোৱালী কেইটিৰে সৈতে গাড়ীত উঠি যাত্ৰা কৰিছিল। কফি তৈয়াৰ কৰাৰপৰা আৰম্ভ কৰি বাচন ধোৱালৈকে বিভিন্ন ধৰণৰ কাম কৰিবলৈ

কেইটিমান কমিটী কৰি দিয়া হৈছিল। এওঁবিলাকে হুলস্থুল কৰি কাম কৰিছিল; মাৰ্জিয়ে এনে এটা কমিটীত কাম কৰিবলগীয়া আছিল। ক্লাচ আৰু বৌল্‌ফকো কামত লগাব। অকণিহঁতে উমছৰ হলত অন্য অকণিহঁতৰ লগত দৌৰাদৌৰি কৰি ফুৰিব। শেষত নীলাম আৰু ৰাতিৰ খানাৰ কাৰণে মানুহ আহি ভৰি পৰিব। জেকব হুগেন ডাঙ্গে চেলিনাক উছৰ থলিলৈ লৈ যাব।

চেলিনাৰ খৰাহিটো পৃথককৈ ৰখা হ'ল। তেওঁৰ খৰাহিটো নীলামত দিবৰ বেলিকা হাই প্ৰেইৰিৰ কাত্ৰিনা, লিনা আৰু ছফিয়া আদি মহিলাৰ খৰাহিৰ সৈতে একেলগে দিয়া হ'ব। মনত অলপ শঙ্কা কৰি এই খৰাহিটো তেওঁ নিজেই বান্ধিছিল। মাৰ্জি গ'ল। যাবৰ সময়ত তেওঁ চেলিনাক প্ৰচুৰ পৰিমাণৰ অসংলগ্ন ধৰণৰ উপদেশ দিলে।

মাৰ্জিৰ নিজৰ খৰাহিটো প্ৰকাণ্ড, ভিতৰত বস্তুও বহুত। তেওঁৰ জোৰা-পিঠাবোৰ জ্যামিতিৰ ঘনক্ষেত্ৰৰ দৰে, আচাৰবোৰ তিঁয়হৰ দৰে আৰু মাংস ভৰোৱা পিঠাবোৰ মালভূমিৰ দৰে।

চেলিনাৰ খৰাহিটো সিমান ডাঙৰ নাছিল যদিও চেলিনাৰ চকুত সেইটোও বৃহদাকাৰ যেন লাগিছিল। তেওঁ হঠাতে সিদ্ধান্ত কৰিলে যে তেওঁ ইয়াৰে একো নকৰে। তেওঁৰ ট্ৰাঙ্কৰ ভিতৰত জোতাৰ ঠোহাৰ দৰে কাঠ-বকলাৰ বাকচ এটা আছিল। তেওঁ ভাবিলে এইটোত দুজনৰ কাৰণে যথেষ্ট খাদ্য ধৰে। শনিবৰীয়া বন্ধত তেওঁ আৰু জুলিয়ে খাদ্য নিবলৈ এনে বাকচ আগতে ব্যৱহাৰ কৰিছে। গোটেই কথাটো ভাবি তেওঁ অলপ শঙ্কিত হৈছিল। হাই প্ৰেইৰিৰ অজানিত গ্ৰাম্য যুৱকৰ লগত একেলগে ৰাতিৰ আহাৰ কৰিবলৈ তেওঁৰ ভয় হ'ল। কোনোৱে যদি তেওঁৰ বাকচটোৰ কাৰণে ডাক নিদিয়ে? মাৰ্জিৰ উপদেশ নেওচি তেওঁৰ নিজৰ বুদ্ধিমতে বাকচটোত বস্তু ভৰালে।

বান্ধনি ঘৰত তেওঁ অকলে কাম কৰিবলৈ পালে। জেকব পথাৰলৈ গৈছে কিম্বা বাহিৰৰ ঘৰত আছে। চেলিনাই জোতাৰ ঠোহাটো বিচাৰি উলিয়াই তাৰ ভিতৰৰ ফালে পাতল কাগজ দিলে। তাৰ পিচত চোলাৰ হাত কোঁচাই ময়দা মিহলোৱা বাতি, ময়দা, কেৰাহি উলিয়ালে। পিয়লা পিঠা খাবলৈ তেওঁৰ আকাঙ্ক্ষা আছিল। তেওঁ তেনে ছয়খন পুৰিলে। কেৰাহিৰপৰা আনোতে ধুনীয়া মুগা বৰণ আছিল যদিও অলপ ক'লা পৰিল।

ভেকুৰা পিঠাতকৈ অন্য যিকোনো বস্তুৰেই ভাল, তেওঁ ভাবিলে। তেওঁ কণী বেচিকৈ সিদ্ধ কৰি দুই খণ্ডকৈ কাটিলে। হালধীয়া কুহুমখিনি উলিয়াই পেলাই বগা অংশত এই খিচুৰিখিনি ভৰাই পুনঃ খণ্ড দুটা যোৰা লগাই দিলে। তাৰ পিচত প্ৰত্যেকটো যোৰা লগা কণীকে কাপোৰেৰে মেৰালে। তেওঁৰ খাদ্যৰ খৰাহিৰ বিশেষত্ব হ'ব—সুখাদ্য। কাগজৰ নিচিনা পাতলকৈ কাটি কাটি জেলিৰ সহায়ত তাৰ পিঠা তৈয়াৰ কৰিলে। ভিতৰত গাহৰিৰ মাংস নিদিলে। লাঞ্চ-খাদ্যৰ খৰাহিত কল থাকে। কিন্তু কল তেতিয়া দুষ্প্ৰাপ্য। তাৰ সলনি তেওঁ দুটা ৰসাল আপেল দিলে। বেচিকৈ ঘঁহি দিয়াত ফল দুটাৰ গা চিকমিক কৰে হৈছিল।

খাদ্যখিনি পৰিষ্কাৰ-পৰিচ্ছন্নভাৱে ভৰাই বাকচটো কাগজেৰে মেৰাই তাৰ ওপৰত ধুনীয়া ফিটা এডালেৰে গাঁঠি দিলে। ফিটা তেওঁৰ ট্ৰাঙ্কতে আছিল। ইয়াকে কৰি তেওঁ ঘৰৰ প্ৰাঙ্গণলৈ ওলাল। ঘৰৰ কাষত থকা গছ এজোপাৰ-পৰা সেউজীয়া পাতসহ সৰু ডাল এটা আনি বাকচটোৰ ওপৰৰ ফালে ফিটাত গুজি দি দূৰৰপৰা দেখাত কেনে হৈছে চালে। দেখিলে, ধুনীয়া হৈছে।

ৰঙা কাশ্মীৰী চাদৰ, কোট আৰু টুপী পিন্ধি তেওঁ অপেক্ষা কৰিলে। এনেতে হুগেন ডাক্কে তেওঁক মাতিলে। তেওঁলোক গৈ পোৱাত পলম হৈছে। উমৃছৰ হলৰ বাহিৰত নানা ধৰণৰ গাড়ী ভৰি আছে। দুদিন আগতে খুব বৰফ পৰিছিল। সেই কাৰণে সেই বতৰৰ বাবে উপযোগী ধৰণৰ গাড়ী চলিছে। ঘোঁৰা ৰখা ঘৰবিলাক সৰু—আটাইবিলাক ঘোঁৰাকে নধৰে। পলমকৈ অহা লোকসকলে য'তে পাৰে গাড়ী ৰাখিব লাগে। ঘোঁৰাই বৰফত ঠেং জোকাৰি দিয়াত বহুত ঘণ্টা বাজি উঠাৰ শব্দ হৈছিল।

বাকচটো ভালদৰে লৈ চেলিনাই কাঠৰ খটখটীলৈ যোৱা দুৱাৰখন খুলিলে। হলটো দ্বিতীয় তলাত। ভিতৰৰ শব্দ কাণত পৰিলত তাল মাৰি ধৰিলে। তেওঁ অলপ থমকিল। পুলৰ ফাৰ্মলৈ দূৰত্ব পাঁচ মাইল। বৰফত এই পাঁচ মাইল বাট খোজ নকঢ়াকৈ অন্য কোনো উপায়েৰে ফাৰ্মলৈ উভতিব পৰাহেঁতেন তেওঁ তাকে কৰিলেহেঁতেন। তেওঁ ওপৰলৈ গ'ল আৰু হাই-উৰুমিৰ মাজত প্ৰৱেশ কৰিলে। দেখিলে খাদ্যৰ খৰাহি তেতিয়াও নীলাম হৈ আছে। এটা খৰাহি নীলাম হৈ গৈছে। তাৰ চিঞৰ-বাখৰ আৰম্ভ হৈছে। কিন্তু নীলামৰ হাঁতুৰীৰ কাণ-ফলা শব্দ হোৱাৰ লগে লগে চিঞৰ-বাখৰ থামিল। জনপূৰ্ণ দুৱাৰৰ মাজেদি চেলিনাই নীলাম চলোৱা

মানুহজনক দেখিলে—তেওঁৰ সমুখত খৰাহিৰ দম। এটা বাকচৰ ওপৰত বেৰেল এটা দি তাৰ ওপৰত নীলাম কৰ্তাজন বহি আছিল। এই নীলাম কৰ্তা-জন হ'ল—আদাম উমছ। এওঁ নিজেই এসময়ত হাই প্ৰেইৰিৰ স্কুলৰ শিক্ষক আছিল। টপামুৰীয়া শিয়ালমুৰা এই সৰু মানুহজন গাঁওখনৰ বহুৱা। কিন্তু তেওঁৰ বহুৱালিৰ অন্তৰালত ধূৰ্তামি আৰু ঈৰ্ষা আছিল।

নীলাম কৰ্তাৰ উচ্চস্বৰ শুনা গ'ল, "কিমান ডাক, কিমান? ত্ৰিশ চেণ্ট, পঁয়ত্ৰিশ! ধিক্! কিমান? চল্লিশ কোৱা কোনোবা আছে নে?"

চেলিনাই মনত উত্তেজনা অনুভৱ কৰিলে। তেওঁৰ ওপৰৰ কাপোৰৰ টোপোলা থবলৈ অলপ ঠাই বিচাৰিলে। কোঠালীটোৰ চেয়াৰ টেবিল, হুক, ৰেক—সকলোবোৰ কাপোৰ-কানিৰে ভৰ্তি।

এটা বাকচ খালী থকা যেন দেখা পালে। কোট, মাফ্লাৰ, টুপী—এটাই-বিলাকৰ সৰু টোপোলা এটা কৰি বাকচটোত থবলৈ ধৰিছে। ঠিক এনে সময়তে বাকচটোৰ ভিতৰত দেখে, কাইপাৰৰ ছমহীয়া যমজ সন্তান দুটা। ঘূৰণীয়া মুখ, বেঙুনীয়া বৰণ, ওপৰলৈ মুখ কৰি চেলিনাৰ ফালে চাই আছে। এনেতে ডাঙৰ হলটোৰপৰা অহা চিঞৰ-বাখৰ, হাত-চাপৰি, ভৰিৰ খচ-মচনি আৰু বিদ্ৰূপৰ ধ্বনি শুনা গ'ল। অন্য এটা খৰাহি নীলাম হৈ গ'ল। "আই ঐ দেহি" এই বুলি চেলিনাই তেওঁৰ টোপোলাটো মজিয়াৰে একোণত থলে। ৰঙা কাশ্মীৰী কাপোৰখন পিহি-পাহি লৈ খাদ্যৰ খৰাহিটো হাতত ললে আৰু সৰু ল'ৰা-ছোৱালীয়ে উছৱৰ মাজলৈ যাবলৈ আগ্ৰহ কৰাৰ দৰে, তেৱোঁ হলৰ দুৱাৰ মুখলৈ গ'ল। এই জনতাৰ মাজত মাৰ্জি, ক্লাচ পুল আৰু ৰোল্‌ফ কোনখিনিত আছে ভাবি আচৰিত হ'ল। দুৱাৰ মুখেৰে ভিতৰলৈ যাবও নোৱাৰি, ভালকৈ দেখাও নাপায়। কাৰণ তাত বহুল পিঠিৰ ক'লা কোট পিন্ধা মানুহবিলাক থিয় হৈ আছে। খাদ্যৰ বাকচত তেওঁ নিজৰ নামটো পৰিষ্কাৰকৈ লিখিছে। আদাম উমছৰ কাষলৈ কেনেকৈ যাব, ভাবি চিন্তিত হ'ল। সমুখতে মানুহৰ পিঠিৰ বেৰা। হতাশ হৈ বাকচটোৰে মানুহৰ শাৰী ভাঙি বাট উলিয়াবলৈ থিৰ কৰিলে। জোৰেৰে বাকচটো ঠেলি দিয়াত মানুহৰ পিঠিত লাগিল। মানুহজনে ঘূৰি ক'লে, "ইয়াত—কি—"

চেলিনাই ওপৰলৈ চাই দেখে খঙাল মুখেৰে পাৰ্ভাছ ডিজং। ডিজঙে চেলিনাৰ চকিত চকুৰ ফালে চালে। তেওঁৰ চকু এনেয়ে ডাঙৰ। ডিজঙক পিচ ফালৰপৰা খুচি দিয়াত ভয়ত সেই চকু প্ৰকাণ্ড ডাঙৰ হৈছে।

চেলিনাই অনুতাপৰ সুৰত ক'লে, "মই বৰ দুখিত। ইমান মানুহ, মোৰ বাকচটো তালৈকে নিবৰ বাট নাই। মই ভাবিলোঁ যদি বাকচটোৰে ঠেলি ........"

ইমানবিলাক উত্তেজিত আৰু উৎফুল্ল লোক আৰু উন্নত বুকুৰ ওপৰত কাশ্মীৰী চাদৰ লোৱা পাতল, ধুনীয়া, আবেদনশীল এই নাৰী। ইচ্ছাৰ বিৰুদ্ধে তেওঁৰ দৃষ্টি চেলিনাৰপৰা গৈ থাক্তৰ বাকচটোৰ ওপৰত পৰিল। আৰু তেওঁ বেচি আচৰিত হ'ল। তেওঁ কৈ উঠিল, "সেই বাকচটো?"

"হয় নীলামৰ নিমিত্তে। ময়েই স্কুলৰ শিক্ষয়িত্ৰী, চেলিনা পিক"

ডিজঙে মূৰ দুপিয়ালে। "মই ৰবিবাৰে গীৰ্জাত দেখিছিলোঁ।"—তেওঁ ক'লে।

'দেখিছিল? মই জনা নাছিলোঁ যে আপুনি দেখিছিল।"

"ইয়াতে থাকক। মই উভতি আহিম; ইয়াতে থাকক।"

তেওঁ জোতাৰ বাকচটো নিলে। চেলিনাই অপেক্ষা কৰি থাকিল। জনতাৰ মাজেৰে ৰথ-যাত্ৰাৰ ৰথ যোৱাৰ দৰে ডিজং আগবাঢ়ি গ'ল। আদাম উমছৰ গাদীটো পাই বিশেষভাৱে চকুত নপৰাকৈ বাকচটো তাতে থলে। কাষতে আৰু এক ডজনমান খৰাহি আদাম উমছৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ থৈ দিয়া আছে।

উভতি চেলিনাৰ কাষ পাই তেওঁ আকৌ ক'লে, "অপেক্ষা কৰক।" এই বুলি তেওঁ কাঠৰ খটখটীৰে তললৈ নামি গ'ল। চেলিনাই অপেক্ষা কৰি থাকিল। ভৰিৰ ঠেং মেলি পুলইতক বিচাৰিও নাপাই এতিয়া আৰু তেওঁ মনত দুখ অনুভৱ নকৰিলে। ডিজং উভতি আহিল। তেওঁৰ হাতত কাঠৰ সুদা চাবনৰ বাকচ এটা। এই বাকচটো দুৱাৰ মুখত জনতাৰ পিচৰ ফালে থিয় কৰি দিলে। চেলিনা এইটোৰ ওপৰত উঠিল। চেলিনাৰ মূৰ ডিজঙৰ মূৰতকৈ ওখ হ'ল। এমূৰৰপৰা অন্যমূৰলৈ তেওঁ কোঠালীটো নিৰীক্ষণ কৰিলে। পুলইত তাতে আছে। মাৰ্জিৰ ফালে চাই তেওঁ হাত জোকাৰিলে, ৰৌল্‌ফৰ ফালে চাই হাঁহিলে। ৰৌল্‌ফে তেওঁৰ পিনে আহিব যেন দেখা গ'ল, কিছুদূৰ আহিলো। কিন্তু মাৰ্জিয়ে কোটৰ পিচ ফালে ধৰি তেওঁক বন্ধ কৰিলে।

চেলিনাই কিবা কম বুলি ভাবিলে। তেওঁৰ তললৈ ডিজঙৰ ফালে চালে। তেওঁৰ ডিঙিৰ পিচ ফালটো বেঙুনীয়া বৰণৰ হৈছে—যেন ক্লান্তিত্তে।

কিজানি ডিজঙেও কিবা কথা ক'বলৈ চিন্তা কৰিছে—চেলিনাই অনুমান কৰিলে। তেওঁৰ মনত শান্তি আহিল। ডিজঙে কথা নোকোৱা পৰ্য্যন্ত তেওঁ অপেক্ষা কৰিব। ডিজঙৰ ডিঙিটোত এতিয়া গাঢ় ৰঙা বৰণ। আদাম উমছৰ কাষত কিবা ঠেলা-ঠেলি হোৱা কাৰণে জনতাই পিচলৈ চোঁ লৈছে। চেলিনাই পৰোঁ পৰোঁ হৈ কঁপি তলতে সাহায্য বিচাৰি নোচোৱাকৈ হাত নমালে। তেওঁ অনুমান কৰিলে ডিজঙে টান, ডাঙৰ, শক্তিশালী হাতেৰে চেলিনাৰ হাতত ধৰি তেওঁক সাহায্য দিছে।

"জনতাৰ ভিৰ বৰ বেচি, নহয় নে?" ডিজঙৰ সঙ্কল্পই শিখৰ পাইছে। তেওঁৰ ডিঙিৰ ৰঙা ৰং নাইকিয়া হ'বলৈ আৰম্ভ কৰিছে।

"বৰ বেচি।"

"এই সকলোবিলাক হাই প্ৰেইৰিৰ লোক নহয় কিছুমান লো প্ৰেইৰিৰো আছে। নিউ হাৰ্লেমৰপৰাও কিছুমান আহিছে।"

"হয় নে?"

অলপ নীৰৱতা। অন্য এটা চেষ্টা।

"স্কুলৰ শিক্ষাদানৰ কাম কেনে চলিছে?"

"খুব ভালদৰেই চলিছে।"

"হ'লেও, শিক্ষকতাৰ কাৰণে আপোনাৰ বয়স কম নহয় নে?"

"কম?" চেলিনাই চাবনৰ বাকচটোৰ ওপৰত সুবিধাজনকভাৱে থিয় হৈ ক'লে, "মই আপোনাতকৈ ওখ।"

এই কথাত যেন এটা সুন্দৰ ৰগৰ পাই দুয়ো হাঁহিলে।

আদাম উমছৰ নীলামৰ হাঁতুৰীৰ কোব পৰিল—সকলোৰে মনে মনে থাকিব লাগে। তেওঁ ক'লে, "ভদ্ৰমহিলা (হাঁতুৰীৰ কোব) আৰু ভদ্ৰ-মহোদয়সকল (হাঁতুৰীৰ কোব), মহোদয়সকল চাওক এইটো কি খৰাহি।"

চোৱাৰ কথাই। এটা ডাঙৰ খৰাহি। তাৰ ভিতৰত ইমান বস্তু ভৰোৱা হৈছে যে তাৰ ভিতৰৰ বস্তু ফেট খাই বাহিৰলৈ ওলাবৰ চেষ্টা কৰিছে। তাৰে ওপৰত এখন বগা কাপোৰ মেৰোৱা হৈছে। ফলত গোটেইটো এটা চিকমিক কৰে বস্তু হৈ পৰিছে, বাহিৰৰ গাটো ৰেচমৰ দ্বাৰা আবৃত যেন হৈছে। খৰাহিৰ ভিতৰত হিমালয় স্বৰূপ, বৰফৰ আবৰণৰ তলত সোণ থকাৰ দৰে, এই চিকমিক কৰে খৰাহিটোৰ ভিতৰতো নানা ধৰণৰ পিঠা-পনা আছে

হাঁতুৰীৰ শব্দ। "ভদ্ৰ মহোদয় আৰু মহিলাসকল, বিধৱা পার্লেনবার্গৰ খৰাহি। ইয়াৰ ভিতৰত কি আছে, নাজানো। আপোনালোকেও নাজানে। ভিতৰত কি আছে আমাৰ জনাৰ প্ৰয়োজন নাই। বিধৱা পার্লেনবার্গৰ পিঠা-পনা যিয়ে এবাৰ খাইছে, সি জানিবৰ দৰ্কাৰ নাই। কোনে কিমান দিব? কিমান, কিমান, কিমান, কিমান,..." হাঁতুৰীৰ শব্দ।

মহিলাজনী নিজে নীলাম-কর্তাৰপৰা পাঁচ ফুটমান দূৰত চকীত বহি আছে। ক'লা ৰেচমৰ সাজ-পাৰত তেওঁক অতিশয় ধুনীয়া দেখা গৈছে। উত্তেজনাত তেওঁৰ বুকু উঠা-নমা কৰাৰ লগে লগে ডিঙিৰ সোণৰ চেইন উঠা-নমা কৰি সৌন্দৰ্য্য দুগুণে চৰাইছে। তেওঁ এবাৰ ওপৰলৈ—এবাৰ তললৈ চাইছে। চকু উদ্ভাসিত যদিও তেওঁৰ মুখত টুৰ্ক দেশীয় দাস-কন্যাৰ দৰে অমায়িকতা আৰু চেতনাহীনতাৰ ভাব দেখুৱাবলৈ সমৰ্থ হৈছে।

আদাম উমৃছৰ চকুৰ চাহনিয়ে হ'লটো ঘোৰাই পেলালে। শিয়ালৰদৰে মুখখনত হাঁহি মাৰি তেওঁ সমুখৰ ফালে হালিলে। তেওঁৰ সোঁহাতে সকলোৰে চকুত পৰাকৈ বহি থকা বিধৱা মহিলাটোৰেপৰা আৰম্ভ কৰি ডেকা-বুঢ়া, যুৱক-যুৱতী, বৰলা-থাৰবা, সকলোকে চাই ল'লে। আজিৰ গধূলিৰ শ্ৰেষ্ঠ পুৰস্কাৰ ইয়াতে আছে। সমুখৰ অৰ্দ্ধবৃত্তাকাৰ মণ্ডলৰপৰা গৈ তেওঁৰ দৃষ্টি দুৱাৰ মুখত থিয় হৈ থকা ওখ প্ৰাণীটোৰ ওপৰত পৰিল। দৃষ্টি পৰিয়েই ক্ষান্ত নহ'ল; তাতে দৃষ্টিয়ে থিতাপিও ল'লে।

ভোঁহাৰে কাঠ বিন্ধি পেলোৱাৰদৰে তেওঁৰ চকুৱে পাৰ্ভাছ ডিজঙৰ স্থিৰ, পলকহীন দৃষ্টিৰ ভিতৰলৈ ভেদ কৰি পেলালে। তেওঁ সোঁহাতখন ওপৰলৈ দাঙি হাঁতুৰীটো (আলুদলা বেলনাবাৰীকে হাঁতুৰী কৰি লোৱা হৈছিল) কোবোৱাৰ ভাবত জোকাৰিলে। সকলো মানুহে দুৱাৰ-মুখৰ ধুনীয়া মুৰটোৰ পিনে চালে। "হাইপ্ৰেইৰিব যুৱকসকল, কোৱা কিমান দিবা, কিমান, কিমান, কিমান..... "

হলটোৰ অন্য মূৰৰপৰা গেৰিটপনে মাত দিলে, "পঞ্চাশ চেণ্ট।" গাঁৱলীয়া ঠাইত পহিলৰ ডাক হিচাবে ভালেই আগবঢ়াইছে বুলিব লাগিব। কাৰণ, তাৰ বজাৰত এগাড়ী মালৰ সমস্ত লাভৰ পৰিমাণ সাধাৰণতে এক ডলাৰৰ ওপৰ নহয়।

হাঁতুৰীৰ শব্দ। "পঞ্চাশ চেণ্ট। পঞ্চাশ চেণ্টৰ ডাক হৈছে। কোনে পঁয়সত্তৰ চেণ্ট ক'ব?"

"ষাঠি"—জহান্নিছ আব্দুল নামেৰে ৰবলা এজনে মাত দিলে। তেওঁৰ বয়সো ডাকৰ সংখ্যাতকৈ বেছি। গেৰিটপনে ক'লে, "সত্তৰ।"

আদাম উম্‌ছে ফুচ্‌ফুচাই ক'লে, "সত্তৰ। ভদ্র মহিলা আৰু মহোদয়সকল, মই ডাঙৰকৈ নকওঁ, মোৰ লাজ লাগিব। খৰাহিটো চাওক; তেতিয়া 'সত্তৰ' বুলি কব পাৰিব ?"

আব্দুলে সাৱধানে আগবাঢ়ি ক'লে, "পঁয়সত্তৰ"।

বিধৱা মহিলা গৰাকীৰ মুখ ৰঙা হ'ল। তেওঁৰ বাহ্যিক প্ৰশান্ততাৰ মুখা ধৰা পৰিল। চেলিনাৰ কাষত থিয় দি থাকি পাৰ্ভাছ ডিজঙে এই কথাবোৰ অনাসক্তভাৱে চাই থাকিল। হাইপ্ৰেইৰিয়ে তেওঁৰ ফালে প্ৰকাশ্য-ভাৱে আশা কৰি চাই আছে। বিধৱাজনীয়ে তেওঁৰ ৰঙা ওঁঠ কামুৰিলে, তেওঁ মুৰটোৰে চাটিফুটি কৰিলে। পাৰ্ভাছ ডিজঙে নীলাম-কৰ্তাৰ অৰ্থপূৰ্ণ চাহনিৰ উত্তৰত প্ৰতি চাহনি দিলে; কিন্তু সেই চাহনি অনাসক্ত দৰ্শক এজনৰ দৰে। হাইপ্ৰেইৰি, লোপ্ৰেইৰি, নিউ হাৰ্লেম—সকলো ঠাইৰ লোকে নাটকৰ দৰ্শকৰদৰে গভীৰ অনুভূতিৰে অপেক্ষা কৰি চাই থাকিল। কম উত্তেজনাৰ এই গ্ৰাম্য সম্প্ৰদায়টোৰ আগত সচাসচিকৈয়ে নাটকেই অভিনীত হ'ব ধৰিছে।

আদাম উম্‌ছে মাতিলে। তেওঁৰ মাতত খঙতকৈ দুখহে বেছি।

"ভদ্ৰমহোদয়সকল"—এই বুলি তেওঁ লাহে লাহে অতিভক্তি সহকাৰে খৰাহিটোৰ ওপৰৰপৰা ফ্লেনাম ৰেচম-কাপোৰখনৰ এটা কোণ গুচালে আৰু বহুমূলীয়া ধনৰ পিনে চোৱাদি ভিতৰলৈ চালে। বস্তু দেখি নাটকীয় ধৰণে তেওঁ মুখ ঘূৰালে। মুখত উল্লাস, নৈৰাশ্য আৰু আশ্চৰ্য্য একেলগে বিদ্যমান। তেওঁ চাৰিওফালে চকু ফুৰাই চালে, ওঁঠ চেলেকিলে আৰু পেট পিহিলে। গ্ৰীক নাটকৰ পিচত, সুখাদ্য বিষয়ৰ যি নাটকে মানুহক আমোদ দি আহিছে তাৰেই সুন্দৰ নিদৰ্শন।

"আশী"—গৌৰিছফন ভুৰেনে ভতংকৈ মাত দিলে। এওঁৰ বয়স উনৈশ বছৰ। নিউ হাৰ্লেমৰ আঢ্যৱন্ত খেতিয়ক এজনৰ ল'ৰা, শকত-আৱত আৰু ভূৰিভোজনকাৰী।

আদাম উম্‌ছে ততালিকে হাতৰ তলুৱা ঘঁহিলে। আৰু ক'লে, "তেন্তে এক ডলাৰ, এক ডলাৰ। এক ডলাৰতকৈ ক'ম হ'লে এই খৰাহিক অপমান কৰা হ'ব।" তেওঁ খৰাহিৰ ঢাকনী দাঙি গুচিলে আৰু উতলা হৈ ক'লে,

"মিচেছ উমৃছ ইয়াত বহি নথকাহেঁতেন মই নিজেই এক ডলাৰ ডাকি খৰাহিটো নিলোহেঁতেন। এক ডলাৰ! এক ডলাৰ! কোনোবাই এক ডলাৰ ক'ব নেকি?" তেওঁ সমুখৰ ফালে ডিঙি মেলি দূৰলৈ চালে আৰু ক'লে, "পাৰ্ভাছ ডিজং! আপুনি এক ডলাৰ কৈছে নেকি?" ডিজঙে অবিচলিত আৰু অলজ্জিতভাৱে চাই থাকিল। তেওঁৰ অনাসক্তি সংক্ৰামক হৈ পৰিল। বিধৱাজনীৰ খৰাহিটোৰ মূল্য কমাৰদৰে হ'ল। উমৃছে চিঞৰি ক'লে, "আশী, আশী, আশী! মহোদয়সকল, মই মনে মনে এটা গুপুত কথা ক'ম।" তেওঁৰ খীণ মুখত ধূৰ্ত্তামিৰ ধমনী ফুলি উঠিল। 'শুনক, এই খৰাহিত মুৰগীৰ পোৱালি নহয়।" নাটকীয়ভাৱে থমকি তেওঁ কৈ দিলে, "ইয়াত পোৱা হাঁহ আছে।" তেওঁলৈ পিচুৱাই পোন হ'ল, ৰঙা ৰুমালখনেৰে মুখখন মচিলে আৰু এখন হাত ওপৰলৈ দাঙিলে। তেওঁৰ শেষ কিটিপ।

"পঁচাশী"—শকত-আৱত গোৰিছফন ভুৰেনে মাতিলে।

"পঁচাশী, পঁচাশী, পঁচাশী, পঁচাশী! মহোদয়সকল, পঁচাশী এক, পঁচাশী দুই (হাঁতুৰীৰ কোব)। পঁচাশীত গোৰিছফন ভুৰেনে পালে।"

জনতাৰ মাজৰপৰা হুমুনিয়াহ উঠিল। কিন্তু এই হুমুনিয়াহ ধুমুহাৰ আগৰ মৃদু বতাহ স্বৰূপ। কথাৰ খলকনি উঠিল। আঢ্যৱন্ত মহিলা বিধৱা পাৰ্লেনবাৰ্গে ফন ভুৰেনৰ নোদোকা লৰা গোৰিছৰ লগত নিশাৰ আহাৰ কৰিব লাগিব। আৰু দুৱাৰ মুখত ডিজঙে জেপত পইচা ৰাখি চিৰপৰিচিতৰদৰে শিক্ষয়িত্ৰীজনীৰ লগত কথা কৈ আছে। ই নাটকৰ ঘটনাৰ দৰে।

আদাম উমছৰ খং উঠিল। তেওঁৰ খীণ, শিয়ালৰ দৰে মুখখন ঈৰ্ষাৰে ভৰি পৰিল। নীলামকাৰীহিচাপে আদাব-কায়দা জানে বুলি তেওঁ গৰ্ব কৰিছিল। কিন্তু এই আদব-কায়দাৰ ফলত মাত্ৰ পঁচাশী চেণ্টহে পোৱা গ'ল। তদুপৰি ষ্টোৰৰ ডাঙৰ গ্ৰাহক বিধৱা পাৰ্লেনবাৰ্গ শত্ৰু হৈ পৰিল। চিঞৰ-বাখৰ, হাঁহি-খিকিন্দালি আৰু কৰতালিৰ মাজত গোৰিছফন ভুৰেনে তেওঁৰ পুৰস্কাৰ দাবী কৰিলেহি।

প্ৰকাণ্ড খৰাহিটো তেওঁৰ হাতত দিয়া হ'ল। ডাঙৰ, ধুনীয়া খৰাহিটো দেখোঁতে মূল্যবান যেন লাগে। নালটো মাজতে জাপি থৈ দিয়া আছে। ওপৰৰ বগা ঢাকনিখন মাৰ আৰু ইস্ত্ৰিত ইমান চকচকীয়া হৈছে যে নীলামকাৰীৰ ওপৰত থকা চাকিৰ পোহৰ তাত প্ৰতিবিম্বিত হৈছে

সেইটো তুলি লওঁতে গোবিছফন ভুবেনৰ কান্ধ কঁপিল। তেওঁৰ নিচিনা থকুৱা লোককো ভিতৰৰ বস্তুৱে সন্তুষ্ট কৰিব পাৰিব যেন অনুমান হ'ল। তেওঁৰ নোদোকা, বেঙেনা বৰণীয়া মুখত অন্তঃশূন্য উল্লাসৰ ৰহণ ফুটি উঠিল।

আদাম উম্‌ছে তেওঁৰ ভৰিৰ কাষত দ'ম হৈ থকা খৰাহিবিলাক টনা-টনি কৰি চলাথ কৰিলে। এটা সৰু বস্তু বিচাৰিছে। তেওঁৰ নাকত কিহবাই বিন্ধি দিছে। হাড়-ছাল লগা হাতত কঁপনি উঠিছে।

যেতিয়া তেওঁ পোন হৈ থিয় হ'ল, তেতিয়া মুখত পুনঃ হাঁহি আহিল। তেওঁৰ সৰু চকুত জিলিকনি। হাতত থকা কাঠৰ দণ্ডেৰে শব্দ কৰি মানুহ-বিলাকক নীৰৱ হবলৈ সঙ্কেত দিলে। হাতখন দাঙি আঙুলিৰ আগেৰে তেওঁ চেলিনাৰ জোতাৰ বাকচটো ধুনীয়াকৈ ওপৰলৈ তুলি ধৰিলে। বাকচটোত ৰঙা ফিটাৰ বান্ধ আছে আৰু সেই বান্ধত গছৰ চিৰ সেউজীয়া পাতৰ মুঠা এটা গুঁজি দিয়া আছে। তাৰ পিচত বৰ আগ্ৰহ দেখুৱাই বাকচটো নমাই আনি তাৰ ওপৰত লিখি থোৱা নামটো পঢ়িলে আৰু কপট হাঁহি এটা মাৰি বাকচটো পুনঃ ওপৰলৈ তুলি ধৰিলে।

তেওঁ মুখেৰে একো নক'লে। বিদ্ৰূপৰ হাঁহি এটা মাৰি তেওঁ বাকচটো ওপৰলৈ দাঙি ধৰিলে। সকলোৱে বাকচটো যাতে দেখে তাৰ কাৰণে নিজৰ গাটো ঘূৰাই থিয় দিলে। সমুখৰ জনতাৰ চকুত তেতিয়াও আগৰ ডাঙৰ খৰাহিটোৰ ছবি ভাহি আছে। তাৰ পিচত অহা এই বাকচটো তাতকৈ বহুত সৰু। পাৰ্থক্যটো মানুহে সহজে লক্ষ্য কৰিলে। কোঠালীত মৃদু হাঁহিৰ ঢৌ উঠি খলকনিত পৰিণত হ'ল। আদাম উম্‌ছে হালি বাকচটো সোঁফালৰপৰা বাঁওফাললৈ ঠেলি দিলে। তেওঁ চকুৰে ইফালৰপৰা সিফাললৈ নিৰীক্ষণ কৰিলে। তেওঁ নাটকীয় গুণ জানে। যেতিয়া হাঁহিয়ে চৰম অৱস্থা পালে তেতিয়া তেওঁ হাত দাঙি মানুহবিলাকক নীৰৱ হ'বলৈ নিৰ্দেশ দিলে। এটা কাহ মাৰি গলটো পৰিষ্কাৰ কৰি ল'লে। এই কাহৰ লগে লগে জনতাৰ বহুতৰ কাহ শুনা গ'ল যদিও, ক্ৰমে শান্তি স্থাপিত হ'ল।

"ভদ্ৰ মহিলা আৰু মহোদয়সকল, এইটো এটা মনোমোহা খৰাহি। ইয়াত পেটৰে খাদ্য থকা নাই, চকুৰো খাদ্য আছে। ল'বাইত, যদি আগৰ বাকচটো তোমালোকৰ কাৰণে ডাঙৰ আছিল, এই বাকচটো ঠিক মাপৰ হ'ব। ভিতৰত থকা খাদ্য যদি যথেষ্ট নহয়, তোমালোকে এই ফিটাডাল

মহিলাজনীৰ চুলিত বান্ধি দিব পাৰিবা আৰু গছৰ পাতখিনি চোলাত গুজি ল'ব পাৰিবা। তদুপৰি মহিলাজনী লগতে যাব। এই বাকচ অনা ছোৱালীজনী গাঁৱলীয়া ছোৱালী নহয়, চহৰৰ। এইটো দেখিয়েই ক'ব পাৰি। এওঁনো কোন? দুজনৰ কাৰণে জোৰা এই বাকচটো কোনে সজাইছে?" তেওঁ গম্ভীৰভাৱে বাকচটো আকৌ নিৰীক্ষণ কৰিলে। বান্দৰৰদৰে চাৰিওফালে চাই তেওঁ আকৌ সুধিলে, "এইটো কাৰ বাকচ?"

চেলিনাৰ মুখৰ চেহেৰা গাউনৰ লগত ৰঞ্জিতা খাইছে। তেওঁ চকুৰে আন্ধাৰ দেখা যেন পাই চেষ্টা কৰি সুস্থিৰ হৈ থাকিল। তেওঁৰ ক'লা চকু-যুৰি বেছিকৈ মেল খালে। তেওঁনো কেলেই সেই দুৰ্ভগীয়া চাবোনৰ বাকচটোৰ ওপৰত উঠিছিল! তেওঁ সেই উছৱলৈ কেলেই আহিছিল! হাইপ্ৰেইৰিলৈকেই বা তেওঁ কেলেই আহিছিল! কেলেই!

"এই বাকচটো অনাজনী হৈছে মিছ চেলিনা পিক, মিছ চেলিনা পিক।"

এডাল জৰীৰে এশ বেলুন উৰালে যেনে হয় শ শ মানুহৰ মুখে, সেইদৰে এডাল অদৃশ্য জৰীৰে বান্ধ খাই একেফালে আকৃষ্ট হ'ল। সকলোৱে বাকচটোৰ ওপৰত থিয় হৈ থকা এই তিৰোতাজনীৰ ফালে মুখ কৰিলে।

'এই ধুনীয়া বাকচটোৰ কাৰণে কোনে কিমান ডাক ডাকিব, কিমান? আৰম্ভ কৰক।"

জহান্নিছ আম্বুলে ক'লে, "পাঁচ চেণ্ট।" জনতাৰ মাজত বিদ্ৰূপৰ হাঁহিৰ শব্দ হ'ল। চেলিনাই তলপেটৰ ভিতৰত অলপ বেদনা অনুভৱ কৰা যেন পালে। তেওঁ বিধৱাজনীক দূৰত দেখা পালে—তেওঁৰ মুখত খং নাই, হাঁহি ওলাইছে। তেওঁ ল'ৰা ৰোল্‌ফৰ ক'লা মূৰটোও দেখা পালে, পূৰঠ লোকৰ দৰে চাই আছে। ৰোল্‌ফে তেওঁৰ ফালে আহিবলৈ চেষ্টা কৰিছে। কিন্তু মানুহৰ ভিৰত এই সৰু ল'ৰাটোৱে আহিব পৰা নাই। জনতাৰ মাজত অলপ পিচতে ৰোল্‌ফ অদৃশ্য হ'ল। চেলিনাই বৰ গৰম অনুভৱ কৰিলে। তেওঁ অনুভৱ কৰিলে—বাকচটোৰ ওপৰত তেওঁৰ কাষতে থিয় দি কোনোবাই তেওঁৰ কোমৰত হাত দিছে। তেওঁ দেখে, পাৰ্ভাছ ডিজং। দুৱাৰ মুখত চাবোনৰ বাকচ এটাৰ ওপৰত দুয়ো থিয় হৈছে আৰু হাইপ্ৰেইৰিৰ সকলোৱে সেইফালে চাইছে। চেলিনাৰ মূৰ ডিজঙৰ বহল কান্ধৰ সমান।

"স্কুলৰ শিক্ষয়িত্ৰীয়ে নিজৰ ধুনীয়া হাতেৰে সজোৱা এই বাকচটোৰ কাৰণে পাঁচ চেণ্টৰ ডাক হৈছে—পাঁচ চেণ্ট।"

পাৰ্ভাছ ডিজ্জং— 'এক ডলাৰ।"

বেলুন ফুটিলে চেপেটা হোৱাৰদৰে শ শ মুখ শেঁতা পৰিল। হাইপ্ৰেইৰিৰ লোকসকলে আশ্চৰ্য্যতে মুখ মেলি থিয় হৈ থাকিল।

চেলিনাৰ নতুন মূল্য আৰোপ হ'ল। তেওঁক আৰু মানুহে সাধাৰণ বুলি নাভাবে। তেওঁৰ ক'লা মূৰ উন্নত হৈ থাকিল আৰু তাৰ কাষতে ডিজঙৰ ধুনীয়া মূৰে উপযুক্ত সমনীয়াৰূপে থিয় হৈ থাকিল। মদৰ বৰণৰ কাশ্মীৰী শ্বালখন কিনাটো ঠিকেই হৈছিল।

বুঢ়া জহান্নিছ আম্বুলে চকু চেলিনাৰ ওপৰত ৰাখি মাত লগালে, "আৰু দহ।"

আদাম উমৃছৰ মুখত মানৱীয় কৌশল আৰু ঈৰ্ষা-পৰায়নতাৰ দ্বন্দ্ব দেখা গ'ল। কৌশলৰে জয় হ'ল। নীলাম কৰ্তাৰ প্ৰকৃতিৰ ওপৰত মানুহ-জনৰ জয়লাভ হ'ল। জনতাৰ মনোবিজ্ঞান বোলা কথা ফাকি তেওঁ নাজানিছিল, কিন্তু কৌশলৰ সহজ অনুভূতিৰে তেওঁ বুজিব পাৰিলে যে কোনো এটা নবুজা যাদু-শক্তিয়ে এই কোঠালীভৰা লোকবিলাকৰ মনো-ৰাজ্যত যাদু বিস্তাৰ কৰি এটা সৰু, বগা বাকচক ঘৃণিত আৰু অৱহেলিত বস্তু এটাৰপৰা ৰূপান্তৰিত কৰি তাক সকলোৰে আকাঙ্ক্ষিত, মূল্যবান আৰু সৌন্দৰ্য্যশালী বস্তুত পৰিণত কৰিছে। তেওঁ প্ৰশংসা আৰু বিস্ময়েৰে বাকচটোৰ পিনে চালে।

"যিজনী ছোৱালীয়ে এইটো বাকচ আনিছে, তেওঁৰ গাউনৰ লগত ৰজিতা খোৱা ফিটাৰে বন্ধা এই বাকচ। ইয়াৰ কাৰণে এক ডলাৰ দহ চেণ্টৰ ডাক হৈছে। মহোদয়সকল, কিনোতাই ফিটা, খাদ্য আৰু, আৰু এই ছোৱালীজনী পাব। মনত ৰাখিব, অকল খাদ্যকে পাব এনে নহয়, এখন ছবিও পাব—এই ছবিয়ে চকু শাঁত কৰে। কোনোবাই বেছি ডাকিব নেকি?"

লোপ্ৰেইৰিৰ বেৰেও ডিকৰে মাত দিলে, "পাঁচ খণ্ড" ডিক শকত-আৱত আৰু ওখ ডেকা, ডাচ জাতীয়। এওঁক জিলাৰ ভিতৰত ব্ৰোমবোনইঁতৰ দৰে বুলিব পাৰি। তেওঁৰ আলজিহাকে বিয়া কৰোৱাৰ কথা আছিল। কিন্তু তেওঁৰ উদাসীনতা দেখি এই গৰাকী তিৰোতাই অইনক বিয়া কৰাই তেওঁৰ

ওপৰত প্ৰতিশোধ ল'লে। নিউ হাৰ্লেমৰ ৰূপহী গাভৰু কৰ্নেলিয়া ভিক্সেও তেওঁৰ প্ৰেম নাপাই হেনো মৰাহ গৈছে। গাড়ীত খেতিৰ উৎপন্ন বস্তু লৈ হেইমাৰ্কেটলৈ যাওঁতে ওৰেও ৰাতি গেচৰ পোহৰত গাড়ীৰ ভিতৰতে তেওঁ তাচ খেলিছিল। বাটত ওচৰ-চুবুৰীয়াৰ ছোৱালীবিলাকে তেওঁৰ মনোযোগ আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিও বিফল হৈছিল। ছয় ফুট তিনি ইঞ্চি ওখ এই ডেকাজনৰ ৰঙা মুখ জনতাৰ ওপৰত শৰৎকালৰ চন্দ্ৰৰ দৰে জ্বলিব ধৰিলে। পাৰ্ভাচ ডিজঙৰ এক ডলাৰৰ ডাকক ভ্ৰূকুটি কৰি এই দুষ্ট ল'ৰাটোৱে হাঁহিলে।

"ডেৰ ডলাৰ"—এই বুলি অন্য এজনে ডাক দিলে। মাতটো ল'ৰাৰ। ৰৌল্‌ফৰ মাত।

চেলিনাই ডাঙৰকৈ ক'লে, "অ' নহয়।" কিন্তু গণ্ডগোলত তেওঁৰ মাত মানুহে নুশুনিলে।

ৰৌল্‌ফে এবাৰ তেওঁক কৈছিল যে যোৱা তিনি বছৰে তেওঁ তিনি ডলাৰ আৰু পঞ্চাশ চেণ্ট ধন সঞ্চয় কৰিছে। পাঁচ ডলাৰ হলেই তেওঁৰ মনত লগা এবাকচ যন্ত্ৰ-সৰঞ্জাম কিনিব পাৰে। চেলিনাই লক্ষ্য কৰিলে, ক্লাচ পুলৰ মুখত আশ্চয্যৰ ভাব গুচি থং আহিছে। মাৰ্জি পুলেও তৎক্ষণাত ৰৌল্‌ফৰ হাতত ধৰি নীলামত প্ৰতিযোগিতা কৰাৰপৰা বিৰত কৰিবলৈ চেষ্টা কৰিছে।

পাৰ্ভাচ ডিজঙে মাত দিলে, "দুই ডলাৰ।"

দোকানী-সুলভ আনন্দত আদাম উম্‌ছে ক'বলৈ ধৰিলে, "দুই দুই দুই দুই দুই—"

বেৰেণ্ড ডিকৰে মাত দিলে, "ছোৱা দুই।"

পাৰ্ভাচ ডিজঙে ডাক দিলে "আঢ়ৈ।"

সৰু ল'ৰাটোৱে মাত দিলে, "তিনি ডলাৰ।" মানুহবিলাকে হাঁহিলে।

"তিনি তিনি তিনি তিনি তিনি—তিনি, এক..."

পাৰ্ভাচ ডিজং, 'আৰু আধা ডলাৰ।"

"তিনি ডলাৰ ষাঠি চেণ্ট।"

ডিক—"চাৰি।"

"আৰু দহ চেণ্ট।"

ল'ৰাটোৰ মাত আৰু শুনা নগ'ল।

চেলিনাই ক'লে, "এওঁবিলাক থামিলেই হয়"

পার্ভাছ ডিজং, "পাঁচ।"

ডিকয়ে মাত দিলে, "ছয়।" তেওঁৰ মুখ বৰ ৰঙা।

"আৰু দহ।"

"সাত!"

ভয়তে চেলিনাই ডিজঙক ক'লে, "ভিতৰত কেৱল জেলি পিঠাহে আছে।"

বলিয়া হোৱাৰ দৰে জহান্নিছ আম্বুলে ডাক দিলে, "আঠ।"

ডিকৰে মাত দিলে, "ন।"

"ন ন ন! ন ডাক হৈছে। কোনে বেছি · "

"তেওঁ নিয়ক। কোনোৱে নাডাকি·· "

"দহ" পার্ভাছু ডিজঙে ক'লে।

বেৰেও ডিকৰে তেওঁৰ ওথ কান্ধ জোকাৰিলে।

"দহ দহ দহ। কোনোবাই এঘাৰ বুলি কোৱা শুনো নেকি? অথবা চাৰে দহ! দহ দহ দহ! দহ এক, দহ দুই। গ'ল। দহ ডলাৰত পার্ভাচ ডিজঙে পালে। ভাল বস্তু পালে।" আদাম উম্‌ছে তেওঁৰ টপা মূৰ, গাল, আৰু থুঁতৰিৰ তলৰ ভিজা খওটো মচিলে।

দহ ডলাৰ। আদাম উম্‌ছ আৰু গ্ৰাম্য অঞ্চলৰ অইন লোক সকলোৱে জানে যে এই দহ ডলাৰ এনেয়ে অহা ধন নহয়। খৰাহি এটাৰ খাদ্যৰ দ্বাৰা এই ধনৰ দাম মুঠে, সেই খৰাহিৰ ভিতৰত তেহেলৈ যিয়েই নাথাকক—। নাইটিংগেল চৰাইৰ জিভা, আটালাণ্টাৰ সোণৰ আপেল বা দুষ্প্ৰাপ্য আঙুৰৰ মদ থাকিলেও তাৰ উপযুক্ত প্ৰতিমূল্য পোৱা নাযায়। এই দহ ডলাৰ ধনৰ পিচত আছে কঠোৰ পৰিশ্ৰম। প্ৰেইৰিত মধ্যাহ্ন সূৰ্য্যৰ উত্তাপত কৰা কাম, বসন্তকালৰ বৰষুণত তিতি তিতি কৰা শ্ৰম, হাইপ্ৰেইৰিৰপৰা চিকাগো চহৰলৈ যোৱা বেয়া বাটত কেতিয়াবা বোকাত পোত গৈ, কেতিয়াবা ধূলিত কষ্ট ভুগি কৰা অহা-যোৱা, আৰু চিকাগোৰ বজাৰত প্ৰায় বিনিদ্ৰ ৰজনী কটোৱা আদি বিভিন্ন ধৰণৰ কষ্ট আৰু অধ্যৱসায়ৰদ্বাৰা এই ধন উপাৰ্জন কৰা।

খৃষ্টিৰ দোকানত এটা সৰু বস্তু এক লক্ষত বিক্ৰী হোৱা হলেও জনতাৰ মাজত ইমান আশ্চৰ্য্য আৰু স্তব্ধতা দেখা নগ'লহেঁতেন। মানুহবিলাকে স্তব্ধতাৰ পিচত নাটকীয় ধৰণে ইটোৱে সিটোৱে কথা কোৱা-কুই কৰিব ধৰিলে।

আদাম উম্‌ছৰ হ'লৰ একোণত বহি দুয়ো ৰাতিৰ আহাৰ কৰিলে।

চেলিনাই বাকচটো খুলি মছলা ভৰোৱা কণীবোৰ উলিয়ালে। পিয়লা-পিঠাবোৰ অলপ চেপেটা হৈছে। আপেল আৰু খুব পাতল পাতলকৈ কটা কটিৰ চেণ্ডউইচবোৰো উলিয়ালে। ফিটাৰে বান্ধি থোৱা এই জোতাৰ বাকচটোৰপৰা খোৱা-বস্তুবোৰ উলিয়াওঁতে হাইপ্ৰেইৰি, লোপ্ৰেইৰি আৰু নিউ হাৰ্লেমৰ সকলো লোকে চাই থাকিল। চেলিনাই ডিজঙক চেণ্ডউইচ এখন দিলে। ডিজঙৰ ডাঙৰ হাতত তাক নিচেই সৰু যেন দেখা গ'ল। হঠাতে চেলিনাৰ মনৰ সকলো কুণ্ঠা আৰু চিন্তা উৰি গ'ল। তেওঁ হাঁহিবলৈ ধৰিলে—উত্ৰাৱলভাৱে নহয়, ছোৱালীসুলভ স্বাভাৱিক আনন্দতে। সৰু, ধুনীয়া, বগা দাঁতেৰে এখন চেণ্ডউইচ কামুৰি ধৰি তেওঁ ডিজঙৰ ফালে চালে। কিন্তু ডিজঙে হাঁহা নাই। তেওঁৰ মুখত বৰ ঐকান্তিকতাৰ ভাব। তেওঁৰ মুখ বৰ ৰঙা আৰু পৰিষ্কাৰকৈ খুৰোৱা। তেওঁৰ হাতত এটুকুৰা কটি। এই টুকুৰা কটিৰ ওপৰত তেওঁৰ নীলা চকুৰ দৃষ্টি আবদ্ধ। তেওঁ দাঁতেৰে এই কটিখণ্ড কামুৰি গম্ভীৰভাৱে চোবাবলৈ ধৰিলে। চেলিনাই ভাবিলে, 'দহ ডলাৰ! এই ধনেৰে এওঁ হাঁহৰ বুকুৰ মাংস খাব পাৰিলেহেঁতেন।' মৰমৰ মাতেৰে তেওঁ ক'লে, "কিহৰ কাৰণে ইমান চৰা ডাক ডাকিলে?"

"মই ক'ব নোৱাৰোঁ, ক'ব নোৱাৰোঁ। আপোনাক ইমান সৰু দেখি সিহঁতে হাঁহি-খিকিন্দালি কৰি তাচ্ছিল্য কৰিছিল।" তেওঁৰ চাহনিত ঐকান্তিকতা, নীলা চকুৰ দৃষ্টি চেণ্ডউইচত আবদ্ধ আৰু মুখৰ বৰণ অতিশয় ৰঙা।

চেলিনাই তিৰস্কাৰৰ সুৰত ক'লে, "সেই বুলি দহ ডলাৰ ধন দলিয়াই পেলাব লাগে নে?"

তেওঁ যেন এই মন্তব্য নুশুনিলে। এখণ্ড পিয়লা-পিঠা মুখত ভৰাই চিন্তাযুক্তভাৱে চোবাই থাকিল। হঠাতে তেওঁ কৈ উঠিল, "মই লিখিব নাজানো। মাত্ৰ দস্তখতটো কৰিব পাৰোঁ।"

"পঢ়িব"

"মাত্ৰ শব্দৰ বানান জানো। পঢ়িবৰ সময়ো নাপাওঁ। কিন্তু অলপ গণিত জনা হ'লে ভাল আছিল। সংখ্যা গণিব আৰু হিচাপ কৰিব পাৰিলোহেঁতেন। অলপ গণিব পাৰোঁ। কিন্তু হেইমাৰ্কেটৰ মানুহবিলাক বৰ চতুৰ। সিহঁতৰ লগত মই পাল্লা দিব নোৱাৰোঁ। সিহঁতে মনতে তৎক্ষণাত হিচাপ কৰে।"

চেলিনাই তেওঁৰ ফালে অলপ হাঁহি ক'লে, "মই শিকাই দিম।"

"কেতিয়া, কেনেকৈ ?"

"গধূলি সময়ত।"

ডিজঙে তেওঁৰ ডাঙৰ, খহটা হাতৰ তলুৱা দুখনৰ ফালে চালে। তাৰ পাচত চেলিনাৰ পিনে চাই সুধিলে,

"দৰমহা কিমানকৈ ল'ব ?"

"দৰ্মহা! মোক কোনো দৰ্মহা নালাগে।" তেওঁৰ মাতত প্ৰকৃততে আশ্চৰ্য্যৰ ভাব।

হঠাতে ডিজঙৰ মুখ উজ্জল হৈ উঠিল, "মই আচল কথা কওঁ—মোৰ ঘৰ স্কুলৰ ঠিক এইফালে, বাউটচহঁতৰ ঘৰৰ কাষতে। মই ৰাতিপুৱা স্কুল ঘৰৰ জুই ধৰি দিবহি পাৰিম, পাম্পৰপৰা পানী আনিও দিব পাৰিম—বৰ্ত্তমান মাহ—জানুৱাৰী, ফেব্ৰুৱাৰী আৰু মাচ মাহৰো এক ভাগত পাৰিম। আজিকালিতো মই ঘৰতে থাকোঁ, বজাৰলৈ নাযাওঁ, কাৰণ শীত বৰকৈ পৰিছে। এতিয়াও মই জুই ধৰি দিব পাৰিম। বসন্তকালৰ আগলৈ। সপ্তাহত তিনিবাৰকৈ মই পঢ়িবৰ নিমিত্তে পুলৰ ঘৰলৈ আহিব পাৰিম।" দেখাত ইমান ডাঙৰ, অথচ ইমান অমায়িক, ইমান অসহায়। দুখ লাগে।

মানুহজনৰ প্ৰতি চেলিনাই হঠাতে মৰম অনুভৱ কৰিলে—নিস্বাৰ্থ, মাতৃস্নেহৰ দৰে এই মৰম।

এই ডাঙৰ, অথচ অসহায় মানুহজনৰ প্ৰতি তেওঁৰ হৃদয়ত সহানুভূতি জন্মে। ইমান ডাঙৰ, অথচ, ইমান হাঁহি উঠা ধৰণৰ। কিন্তু মানুহজন অতিপাত নিষ্ঠাবান। তেওঁৰ ডাঙৰ হাতত পিয়লা-পিঠা, চকু মেল খোৱা আৰু চিন্তাযুক্ত। মুখৰ বৰণ আগতকৈ বেছি ৰঙা, তেওঁৰ কপালত ঐকান্তিকতাৰ ৰেখা। চেলিনাই হঠাতে লাহেকৈ আনন্দৰ হাঁহি এটা মাৰিলে। অলপ অপ্ৰস্তুত হোৱাৰ পাচত ডিজঙেও হাঁহিত যোগ দিলে।

ভালকৈ তাৎপৰ্য্যটো নুবুজিলেও চেলিনাই মনে মনে আওৰালে, "সপ্তাহত তিনি বাৰকৈ! মই ভালেই পাম।"

## ছয়

মঙ্গলবাৰ. বৃহস্পতিবাৰ আৰু শনিবাৰে গধূলি ডিজং পঢ়িবলৈ অহাটো ঠিক হ'ল। পুল পৰিয়ালত চাবে ছয় বজাতে গধূলিৰ আহাৰ শেষ হয়। সাত বজাত পাৰ্ভাছে সেইখিনিত হাজিৰ হয়। তেওঁৰ চাৰ্ট অত্যন্ত পৰিষ্কাৰ আৰু মূৰৰ চুলি চুচি চুচি চক্‌চকীয়া কৰা। মূৰৰ টুপীটো ঘনাই মাটিত পেলোৱা আৰু চেয়াৰত খুন্দা খোৱা—এই দুটা অভ্যাসত পৰিণত হৈছে। মুখত লাজৰ ভাব, কিন্তু ব্যৱহাৰত গম্ভীৰ। চেলিনাই আনন্দ আৰু পুতো দুয়োটাকে অনুভব কৰে। ডিজঙে যদি গৰ্ব কৰিলেহেঁতেন তেন্তে তেওঁক ঘৃণা কৰিব পৰা গ'লহেঁতেন। কিন্তু তেওঁ নম্ৰ। নম্ৰ মানুহে লোকৰ সহানুভূতি লাভ কৰে।

চেলিনাই মেকব্ৰাইদে লিখা ব্যাকৰণ আৰু ডাফিয়ে লিখা গণিতখন উলিয়ালে। দুয়ো লগ লাগি ক্ৰিয়াৰ পদান্বয়, বেৰত কাগজ লগোৱা খৰচৰ অঙ্ক, মাটিত খাল খনাৰ কালি, আৰু বৰ্গমূল নিৰূপণ কৰিবলৈ ধৰিলে। পুল পৰিয়ালৰ ৰান্ধনি ঘৰৰ তেল লগা কাপোৰেৰে আবৃত মেজৰ ওপৰত পঢ়াটো টান পালে। পুল পৰিয়ালৰ লোক-জনেও মেজৰ চাৰিওফালে ঘূৰাঘূৰি কৰি থাকে। জেকবে বৈঠকখানাৰ জুহালত একুৰা জুই ধৰিছিল। তাতে শিক্ষয়িত্ৰী আৰু ছাত্ৰ দুয়ো বহে। জুহালৰ চাৰিওফালে থকা নিকেলৰ চক্‌চকীয়া ৰেলিঙত দুয়োৰো ভৰি শান্তিৰে জুইৰ উত্তাপ উপভোগ কৰি থাকে।

প্ৰথম দিনা পঢ়াৰ সময়ত বৌল্‌ফে গোটেইখিনি সময় ভ্ৰূকুটিপূৰ্ণভাৱে চাই থাকি শেষত তেওঁৰ কাৰখানাৰ চালিখনত সোমাল। তাৰপৰা কৰত, হাঁতুৰী আৰু কাঠৰ কামৰ সাধাৰণ শব্দ শুনিবলৈ পোৱা গ'ল। কিছুমান দিনৰেপৰা তেওঁ আৰু চেলিনাই ঘৰৰ ভিতৰে-বাহিৰে কিছু সময় লগ লাগি কটোৱা অভ্যাস হৈছিল। ডাণ্ডেৰ ছিজডেৰ পুখুৰীত তেওঁলোকে স্কেটিং খেলিছিল। কাইপাৰৰ হাবিৰ সৰু টিলা এটাৰে নামি গৈ ৰিথিনিত থাই আলিবাট ওলাব পাৰি তাতে বৌল্‌ফে নিজে সজা স্লেজ নামৰ বৰফত

চলোৱা গাড়ীৰে তুয়ো খেলা কৰিছিল। চিঞৰ-বাখৰ কৰা সৰু ছোৱালী দুজনীও লগতে আছিল। বেয়া বতৰৰ দিনা তুয়ো পঢ়িছিল। অকল ৰবিবাৰেই নহয়, সপ্তাহৰ অন্যান্য দিনতো এইদৰে একেলগে গধূলিৰ সময় কটাইছিল। চেলিনাই মনতে সংকল্প কৰিছিল যে ৰৌল্ফৰ মুখৰ গ্ৰাম্য ভাষা মাৰ্জিত কৰি দিব। মিছ ফিষ্টাৰৰ স্কুলত চেলিনাই লাভ কৰা শিক্ষাৰ কিয়দংশ ৰৌল্ফক দিবই। প্ৰায় কুৰি বছৰ বয়সৰ এই তিৰোতাজনীয়ে বাৰ বছৰীয়া এই ল'ৰাটোৰ আগত নিজে ডাঙৰ ভাব দেখুৱাই কেতিয়াও কথা নকৈছিল। প্ৰকাশ নকৰাকৈ ল'ৰাটোৱে তেওঁক পূজা কৰিছিল। অলপ কেইদিনমানৰ ভিতৰতে চেলিনাই গম পালে যে এই ল'ৰাটোৰ সৌন্দৰ্য্যজ্ঞান আছে—শাৰী, ৰং সংগঠন—এই বিষয়ৰ। এনে কোমল বয়সৰ ল'ৰাৰ এনে গুণ বিৰল। হাতত ৰেচমী ফিটা লাগিলে, সূৰ্য্যাস্তৰ সুমথিৰা আৰু গোলাপৰ দৰে বৰণ দেখিলে, মদৰ দৰে ৰঙা কাশ্মীৰী শ্বালৰ জাপবোৰ দেখিলে আৰু মানুহৰ মাতৰ সঙ্গীত শুনিলে ৰৌল্ফৰ মুখত এনে এটা ভাব আহে যে চেলিনা আচৰিত হয়। তেওঁৰ হাতত টেনিছনৰ কবিতা সংগ্ৰহৰ ফটা কিতাপ এখন আছিল। "ইলেইন"ৰ শান্ত প্ৰকৃতি আৰু শাৰীৰিক সৌন্দয্য বিষয়ক শাৰী কেইটিমান পোনতে যেতিয়া চেলিনাই পঢ়ি শুনায়, তেতিয়া ৰৌল্ফে আবেগতে চিঞৰি উঠিছিল। মূৰ দাঙি চাই চেলিনাই দেখে, ৰৌল্ফৰ চকুত জ্যোতি।

"কি হ'ল ৰৌল্ফ ?"

"মই একো কোৱা নাই। আকৌ পঢক। শাৰীটো কি ? ইলেইন ..."

চেলিনাই "ৰূপৱতী ইলেইন, মনোমতী ইলেইন—" পঢে। উমৃছৰ হলত হোৱা উছৱৰ পিচৰেপৰা ৰৌল্ফৰ মুখত আনন্দ নাই। সিদিনা ৰৌল্ফে কিয় নীলামত ডাক খেলিছিল সেই বিষয়ে প্ৰশ্ন কৰিলে নামাতে। বৰ জোৰ কৰিলে কয়, "অ' উমৃছৰ মূৰ গৰম কৰিবলৈকে হে।"

পাৰ্ভাছ ডিজওৰ আগমনত এতিয়া ৰৌল্ফৰ অৱস্থা খুব দুখলগা আৰু হৃদয়-বিদাৰক হ'ল। এটা সৰু ল'ৰাই ঈৰ্ষাতে পুৰি মৰিছে; সেই অৱস্থাত সহায় কৰোঁতাও কোনো নাই। সপ্তাহত তিনিবাৰকৈ ডিজওক পঢ়োৱা হয়। ৰৌল্ফক তাত উপস্থিত থাকিবলৈ দিয়া হৈছিল। ইয়াৰ কাৰণে জোৰ কৰাও হৈছিল। মাজিয়ে পহিলৰ দিনাই কৈছিল, "ৰৌল্ফ, তুমিও বহা আৰু পঢ়া। শিক্ষয়িত্ৰীয়ে কোৱা ধৰণে কিতাপৰপৰা শিক্ষা কৰা ভাল।"

ক্লাচ পুলেও এই কথা সমৰ্থন কৰিছিল। কিয়নো এইটোত এটা পইচাও খৰচ নহয়। তদুপৰি পথাৰৰ খেতিৰ কামতো ব্যাঘাত নঘটে। তেওঁ ক'লে, "নিশ্চয়, শিক্ষা কৰা।"

ৰৌল্‌ফে তেনেকৈ নপঢ়ে। তেওঁ বৰং অত্যাচাৰ কৰিবলৈ ধৰিলে। দুৱাৰ জপাওঁতে জোৰেৰে জপায়; বৈঠকখানাৰ ভিতৰেদি কোঠালীৰ-পৰা ওলোৱা খট্‌খটীৰে অজানিত উদ্দেশ্যত অসংখ্যবাৰ অহা-যোৱা কৰে। আৰু উঠোঁতে খট্‌-খট্‌ শব্দ কৰে, জিৰ্জি আৰু জোজিনাক নানা ৰকমে কাজিয়া-পেচাল কৰি কন্দা-কটা কৰিবলৈ লগাই দিয়ে, ঘৰত হাই-উৰুমি কৰি থাকে; কেতিয়াবা উজুতি খাই দাণ্ডাৰ নামৰ কুকুৰটোৰ গাতে পৰে। কুকুৰটোৰ ভেউ-ভেউ শব্দই ঘৰৰ হাই উৰুমি বঢ়াত সহায় কৰে।

চেলিনাৰ ধৈৰ্য্যচ্যুতি হ'বৰ উপক্ৰম হ'ল। এই হাই-উৰুমিৰ মাজত শিক্ষা দান কৰা অসম্ভৱ। কান্দো কান্দো হৈ তেওঁ ডিজঙক ক'লে, "আগতে কিন্তু এনে নাছিল। কি হৈছে মই নাজানো। এইটো অসহনীয়।"

পাৰ্ভাছ ডিজঙে চিলটৰপৰা মূৰ দাঙি ওপৰৰ ফালে চাইছে। তেওঁৰ চকু শান্ত, ওঁঠত হাঁহি। "ঠিক আছে। মোৰ ঘৰ গধূলি নিস্তব্ধ থাকে। ইয়াৰ পাচৰ বাৰলৈ ইয়াতো গণ্ডগোল নহব পাৰে।"

তাৰ পাচৰ বাৰত গণ্ডগোল নহ'ল। ৰাতিৰ আহাৰৰ পিচত ৰৌল্‌ফ তেওঁৰ কাৰখানা ঘৰত সোমাই অদৃশ্য হ'ল। ডিজং নোযোৱা পৰ্য্যন্ত তাৰ ভিতৰৰপৰা নোলাল।

ডাঙৰ আঙুলিৰে বেয়াকৈ পেন্সিলডাল ধৰি চিলটৰ ওপৰত কষ্ট কৰি লিখা-পঢ়া কৰা এই প্ৰকাণ্ড ডিজংজনক দেখি চেলিনাৰ মনটো বিচলিত হয়। তেওঁৰ মনত পুতৌ উপচি পৰে। এই পুতৌ নামৰ অনুভূতিটোৰ কাষতে অন্য যিটো অনুভূতি থাকে সেইটোৰ কথা যদি চেলিনাই জানিলে-হেঁতেন তেনেহলে তেওঁ ডিজঙৰ হাতৰপৰা চিলটখন আঁতৰাই পেলাই তেওঁক এটা ৰবি দিলেহেঁতেন আৰু সেইটো হোৱাহেঁতেন তেওঁৰ জীৱনৰ গতি অন্য পিনে গলহেঁতেন। "হায়, বেচাৰা!" ডিজঙৰ শিশুসুলভ ঐকান্তিকতাক পেংলাই কৰা কাৰণে নিজকে তিৰস্কাৰ কৰিলে।

পৰিশ্ৰম কৰিব পাৰিলেও ডিজঙে ছাত্ৰ হিচাবে প্ৰতিভা দেখুৱাব নোৱাৰিলে। সাধাৰণত ষ্টোভৰ ওপৰৰ ঢাকনীখন আঁতৰোৱা থাকে। জুইৰ পোহৰে তেওঁৰ মুখ আৰু মূৰত গোলাপী ৰহণৰ বোল সানে।

তেওঁ বৰ গম্ভীৰ হৈ থাকে। চেলিনাই কোনো অঙ্ক বা বাক্যৰ সমাধান ধৈৰ্য্যসহকাৰে লাহে লাহে কৈ থাকে। এনেতে হঠাতে তেওঁৰ মুখত হাঁহি বিৰিঙি উঠে। তেওঁৰ বগা, সৰু, শকত দাঁত। হাঁহিলে শিশুৰে ইহা যেন যেখি। এই হাঁহিয়ে চেলিনাৰ মনত যি আনন্দৰ সঞ্চাৰ কৰে, তাতে তেওঁ সাৱধান হোৱা উচিত আছিল। এই হাঁহিত চেলিনাই নিজেও হাঁহে। ডিজঙে নতুন আৰু আশ্চৰ্য্যজনক আৱিষ্কাৰ এটা কৰাৰ সমান সুখী হ'ল।

সৰু ল'ৰাটোৰ দৰে তেওঁ কয়, "এবাৰ জানিলে, পঢ়াটো সহজ।"

সধাৰণতঃ তেওঁ চাৰে আঠ বা ন বজাত ঘৰলৈ যায়। বহুত সময়ত ডিজং যোৱাৰ আগতে পুল পৰিয়ালৰ মানুহ শোৱাপাটীলৈ যায়। তেওঁ যোৱাৰ পিচত চেলিনা উজাগৰে থাকে। পানী গৰম কৰি হাত-মুখ ধোৱে, চুলি বেচিকৈ ফাণিয়ায় আৰু মনত একে সময়তে উল্লাস আৰু বিষাদ দুয়োটাকে অনুভৱ কৰে।

মাজে সময়ে তেওঁলোক দুয়ো কথা পতাত লাগে। ডিজঙৰ পৰিবাৰ বিয়াৰ দ্বিতীয় বছৰত সন্তানটোৰ জন্মৰ পাচতে মৃত্যুৰ মুখত পৰে।

সন্তানটোও মৰে। ছোৱালী আছিল। এইদৰে তেওঁৰ দুৰ্ভাগ্যৰ সমুখীন হয়। ফাৰ্মতো একে কথা।

"বসন্ত কালত, আধা মাটি পানীৰ তলত থাকে। ঠিক মোৰ মাটিখণ্ড। মোৰ ওচৰতে থকা বাউটছৰ মাটি ওখ আৰু সাৰুৱা। বাউটছে মাটি দকৈ চহাবও নালাগে। তেওঁৰ মাটিত শস্য ভৰ-ভৰকৈ উঠি আছে। বসন্তকালত তেওঁৰ মাটি সোনকালে তপত হৈ উঠে। তেতিয়া বৰষুণ পৰিলে কাম সহজ হয়। তেওঁ যিকোনো সাৰকে নিদিয়ক শস্য ফোঁপাই উঠি আছে। মোৰ মাটি বাগিচাৰ কাৰণে বেয়া। প্ৰায়খিনি সময়তে জেকা হৈ থাকে। গ্ৰীষ্ম কালত হ'লে ভজাৰ নিচিনা হয়। মই ভাঙিবই নোৱাৰোঁ। বেয়া মাটি।"

চেলিনাই অলপ ভাবিলে। শীতকালৰ সন্ধিয়াবিলাকত জেকব আৰু ক্লাচ পুলে হোৱা বহুত কথা শুনিছে। তেওঁ ক'লে, "কিবা এটা কৰিব নোৱাৰি নে? পানীবোৰ উলিয়াই দিবলৈ এটা খাল খান্দিব বা তেনে কোনো কাম কৰিব নোৱাৰি নে?"

"হয়তো পাৰি; কিন্তু তাৰ কাৰণে ধন লাগে।"

"নাখান্দিলেও ধন হানি নহয় জানো ?"

ডিজঙে অলপ চিন্তা কৰি ক'লে, "হয়। পিচে মাটি পেলাই থ'বলৈ হ'লে নগদ ধন নালাগে। নলা খান্দিবলৈ হ'লে নগদ ধন লাগিবই।"

অধীৰভাৱে চেলিনাই মুৰ জোকাৰি ক'লে, "সেইদৰে বিবেচনা কৰাটো বুদ্ধিহীন আৰু ঠেক দৃষ্টিৰ কথা হ'ব।"

তেওঁৰ চকুত অসহায়ৰ ভাব ফুটি উঠিল। ই বলশালী লোকৰ অসহায় অৱস্থা। পুতৌতে চেলিনাৰ হৃদয় গলি গ'ল। ডিজঙে এবাৰ তেওঁৰ ভাঙৰ হাত দুখনলৈ চায়, এবাৰ চেলিনাৰ পিনে চায়। ডিজঙৰ এটা বিশেষত্ব এই যে তেওঁ মুখেৰে নোকোৱা কথাবোৰ বেচি ধুনীয়াকৈ চকুত প্ৰকাশ পায়। তিৰোতাবিলাকে সদায় অনুমান কৰিছিল যে তেওঁৰ চকুত প্ৰকাশ পোৱা ভাববিলাক তেওঁ মুখেৰে প্ৰকাশ কৰিব খোজে। কাৰ্য্যতঃ কিন্তু ই কেতিয়াও হৈ নুঠে। সেই কাৰণে, তেওঁৰ সৈতে হোৱা নীৰস কথাও উন্মাদনাপূৰ্ণ হয়।

তেওঁক বৰ বুধিয়ক বুলি কোনোমতে ক'ব নোৱাৰি। তেওঁৰ চেলিনাৰ প্ৰতি থকা শ্ৰদ্ধা প্ৰায় ভক্তিৰ পৰ্য্যায়ত উঠিল।

কিন্তু এটা বিষয়ত চেলিনাতকৈ তেওঁৰ বেচি অভিজ্ঞতা আছিল। তেওঁ এজনী তিৰোতা বিয়া কৰাই দুবছৰ দাম্পত্য জীৱন যাপন কৰিছিল আৰু এটা সন্তান দেছিল। চেলিনা হ'লে এজনী অবিবাহিতা ছোৱালী। তেওঁৰ অনুৰাগৰ জোৰ আছে। কিন্তু তেওঁ এই বিষয়ে অনভিজ্ঞ। তিৰোতা মানুহৰ সাধাৰণতে অনুৰাগ নাথাকে সেই বিষয়ে আলোচনাও নকৰে। পুৰুষৰ হে এইটো থাকে। তেওঁবিলাকে ইয়াৰ কাৰণে লজ্জা অনুভৱ কৰে। খং আৰু পাকস্থলীৰ দুৰ্বলতাৰ দৰে ইয়াক হেয় বুলি ভাবে।

মাৰ্চৰ পহিলা তাৰিখ পৰিল। ডিজঙে সাৱধানে আৰু লাহে লাহে ক'লে ব্যাকৰণমতে শুদ্ধ ইংৰাজী ক'ব পৰা হ'ল। তেওঁ সৰু সৰু অঙ্ক কৰিব পৰা হ'ল। মাৰ্চৰ মাজমানত এই শিক্ষা-কাৰ্য্য শেষ হ'ব। ফাৰ্মত কৰিবলগীয়া বহুতো কাম আছে—দিন আৰু ৰাতি দুয়ো সময়ৰে কাম। শিক্ষাদানৰ কাম কেতিয়া শেষ হ'ব সেই বিষয়ে চেলিনাই চিন্তা নকৰিবলৈ চেষ্টা কৰিলে। তেওঁ এপ্ৰিললৈ দৃষ্টি নিক্ষেপ কৰিবলৈ ইচ্ছা নকৰিলে।

ফেব্ৰুৱাৰী মাহৰ শেষৰ ফালৰ কথা। ৰাতি চেলিনাই অনুভৱ কৰিলে যেন তেওঁ মনক সংযত কৰিবলৈ চেষ্টা কৰিছে। তেওঁ কিবা এটা বস্তুৰপৰা

নিজৰ চকু আঁতৰত ৰাখিবলৈ যত্ন কৰিছে। ডিজঙৰ হাতৰ ফালে তেওঁ চাব খোজা নাই। সেই হাত দুখন স্পৰ্শ কৰিবলৈ তেওঁ উৰাউল। সেই হাত দুখনৰ মেৰ তেওঁ ডিঙিৰ চাৰিওফালে পাবলৈ বিচাৰে। তেওঁৰ মুখখন সেই হাতৰ ওপৰত থৈ লাহে লাহে ভিজা ওঁঠেৰে সেই হাতৰ পিঠিত বৈ বৈ বুকুজ কৰি দিব খোজে। তেওঁ মনতে ভাবিলে, "মই বলিয়া হৈছোঁ। মোৰ কিবা হৈছে। মুখৰ চেহেৰা বা কেনে হৈছে? নিশ্চয় আশ্চৰ্য্য-জনক হ'ব।"

তেওঁ কিবা ক'লত ডিজঙে ওপৰলৈ মুখ কৰি তেওঁৰ ফালে চালে। ডিজঙৰ দৃষ্টি নম্র, আতঙ্ক তাত নাই। গতিকে চেলিনাৰ মনৰ বিকট চিন্তা মুখত ফুটি উঠা নাই। চেলিনাই জোৰ কৰি চকু কিতাপৰ ওপৰত ৰাখিলে। চাৰে আঠ বজাত তেওঁ কিতাপখন হঠাতে বন্ধ কৰি ক'লে, "মোৰ ভাগৰ লাগিছে। বোধহয় বসন্ত কাল আহিল।" তেওঁ এটা মৃদু হাঁহি মাৰিলে। ডিজং থিয় হ'ল, ডাঙৰ বাহু দুটা মূৰৰ ওপৰৰ পিনে থিয় কৰিলে। চেলিনাই কঁপিলে।

"আৰু দুসপ্তাহৰ ভিতৰত শেষৰ পাঠ হ'ব। মই ভাল কৰিছোঁ নে?" ডিজঙে সুধিলে।

চেলিনাই সমানভাৱে উত্তৰ দিলে, "খুব ভাল।" তেওঁ বৰ শ্ৰান্ত অনুভৱ কৰিলে।

মাৰ্চৰ প্ৰথম সপ্তাহত বেমাৰ হোৱা বাবে তেওঁ নাহিল। বাতৰ বেমাৰ, আগে-পাচেও হয়। তেওঁৰ বাপেক বুঢ়া জহান্নিছ ডিজঙৰো এই বেমাৰ আছিল। মানুহৰ মতে ভিজা পথাৰত কাম কৰাই ইয়াৰ কাৰণ। পথাৰত কাম কৰা কৃষকৰ এইটো এটা অভিশাপ। চেলিনাই এইকেইদিন গধূলিৰ সময়খিনি ৰৌল্ফৰ লগতে কটালে। ৰৌল্ফৰ মনত পুনৰ আনন্দ আহিল। চেলিনাই চিলাই কৰে, পঢ়ে আৰু মিচেছ পুলৰ ঘৰুৱা কাম-বনত সহায় কৰি মনত শান্তি পায়। পুৰণা সাজ-পাৰ এটা মেৰামত কৰে, অধ্যয়ন কৰে আৰু চিঠি লিখে। তেওঁ চিঠি সাধাৰণতঃ কমকৈ লিখে। ভাৰ্মণ্টত থকা শুকান আপেলৰ দৰে পেহী দুজনীলৈকেও এখন লিখিলে। জুলি হেম্পললৈ „ তেওঁ আজিকালি চিঠি নিদিয়ে। তেওঁ শুনিবলৈ পাইছিল যে জুলিয়ে কানচাছত আৰ্ণল্ড নামৰ মানুহ এজনক বিয়া কৰাব। জুলিয়ে নিজেও এওঁলৈ চিঠি দিয়া নাছিল। মাৰ্চ মাহৰ

প্ৰথম সপ্তাহ গ'ল। ডিজং নাহিল। তাৰ পাচৰ মঙ্গলবাৰ বা বৃহস্পতিবাৰেও নাহিল। চেলিনাৰ মনোৰাজ্যত সংগ্ৰাম আৰম্ভ হ'ল। এদিন বৃহস্পতিবাৰে স্কুল ছুটী হোৱাৰ পাচত তেওঁৰ ঘৰৰ সমুখেদি আহিল। তেওঁৰ কোনো সকাম থকা যেন দেখুৱাই বেচ বেগাই খোজ কাঢ়িছে। মনে মনে বেয়া লাগিছে যদিও এইটো নকৰি উপায় নাই। সেইখিনি পোৱাত তেওঁ ডিজঙৰ ঘৰৰ ফালে নাচালে। মনত এটা ভয়ানক আৰু বেদনাদায়ক ভাৰ।

তেওঁ পোনতে আচৰিত হ'ল। পাচত ই ভয়ত পৰিণত হ'ল। সেই সপ্তাহ কাল তেওঁৰ মনত এটা আচৰিত ধৰণৰ অনুভূতি। এটা মুবুলি এলানি বোলাহে সমীচীন। তেওঁৰ যেন কণ্ঠ বাষ্পৰুদ্ধ হৈছে। তাৰ পাচত তেওঁৰ অনুমান হ'ল যেন তেওঁ থালী হৈ গৈছে—যেন শৰীৰত হাড়-তেজ নাই। অন্য সময়ত শৰীৰত বেদনা হোৱা যেন লাগে। পেটৰ নাড়ী-ভুঁৰু কোনোবাই যেন উলিয়াই নিছে। তেওঁ এবাৰ চঞ্চল আৰু এবাৰ নিৰ্বিকাৰ হয়। কেইদিনমান অত্যন্ত পৰিশ্ৰম কৰে—কেইদিনমান একেবাৰে জঠৰ হৈ পৰে। মাৰ্জিয়ে কয় বসন্তৰ কাৰণে তেনে হৈছে। বেমাৰ নহলেই ৰক্ষা। এনে অনুভূতি আগতে হোৱা নাই। তেওঁ কান্দি পেলাব খোজে। স্কুলত ল'ৰা-ছোৱালীবিলাকৰ লগতো খিট্‌-খিটীয়া কথা। সোনকালে খং উঠে আৰু খং উঠিলে বৰলৰ দৰে হয়।

মাচৰ চৈধ্য তাৰিখ, শনিবাৰ। সাত বজাত ডিজং আহিল। ক্লাচ, মাৰ্জি আৰু ৰৌল্‌ফ লোপ্ৰেইৰিৰ এটা উছৱলৈ গৈছে। ঘৰত বুঢ়া জেকব আৰু সৰু সৰু ছোৱালী দুজনীৰে সৈতে চেলিনাক এৰি গৈছে।

ছোৱালী দুজনীক টফি কৰি দিম বুলি কৈ চেলিনাই বান্ধনি ঘৰত টফি কৰা কামত লাগি গৈছে। ঠিক এনে সময়তে দুৱাৰত ঠক্ ঠক্ শব্দ। শৰীৰৰ সমস্ত তেজ গৈ মূৰত উঠি মূৰত কোব মাৰি দিয়াৰ দৰে কৰিলে। ডিজঙে প্ৰৱেশ কৰিলে। তৎক্ষণাত চেলিনা গম্ভীৰ আৰু সুস্থিৰ হৈ পৰিল। ডিজংনো কেনে আছে, কি কৰিছে, নবহে নে, বৈঠকখানাত জুই নথকা হেতুকে বান্ধনি ঘৰতে বহিব লাগিব, ইত্যাদি ধৰণৰ বহুত প্ৰশ্ন সুধিলে।

টফি টনাত ডিজঙে অংশ গ্ৰহণ কৰিলে। জিৰ্জি আৰু জোজিনাই চিঞৰ-বাখৰ কেতিয়া বন্ধ কৰিব ভাবিলে। চাৰে আঠ বজাৰ পাচত

এক প্লেট টফি লুজন দি দুয়োকো বিচনাত থ'লে। মাক-বাপেকৰ অনুপস্থিতিৰ সুবিধা পাই দুয়ো খোৱা-কামোৰা কৰা শব্দ শুনা গ'ল।

"ছোৱালীহঁত, তোমালোকে মা-দেউতাৰ আগত কি প্ৰতিজ্ঞা কৰিছিলা জানা?" চেলিনাই মাত দি ক'লে।

চেলিনাই শুনিলে জিৰ্জিয়ে তেওঁৰ মাতৰ বিকৃত অনুকৰণ কৰি কৈছে, "তোমালোকে মা-দেউতাৰ আগত কি প্ৰতিজ্ঞা কৰিছিলা জানা?" ইয়াৰ পাচত মুখত কৈঁচি ধৰি হঁহা হাঁহিৰ খলকনি।

প্যাৰ্ভাছ যে চহৰলৈ গৈছিল সেইটো স্পষ্ট। কাৰণ তেওঁ কোটৰ জেপৰপৰা আধা ডজনমান কল থকা মোনা এখন উলিয়ালে। ফাৰ্মৰ লোকৰ মানত কলটো অতি সুস্বাদু খাদ্য। ইয়াৰ দুটা কলৰ আধাকৈ বাকলি গুচাই সৰু ছোৱালী দুজনীক দিলে। আগ্ৰহেৰে কল দুটা খাই ছোৱালী দুজনীৰ ততালিকে টোপনি আহিল।

ৰান্ধনি ঘৰৰ মেজৰ অইলক্লথৰ ওপৰত কিতাপ মেলি চেলিনা আৰু ডিজং বহিল। কলৰ সুগন্ধই কোঠালীটো আমোল-মোল কৰিলে। ভাল পোহৰ পাবৰ নিমিত্তে চেলিনাই বৈঠকখানাৰ লেম্পটো আনিলে। লেম্পটোৰ ছাঁ আছে তাৰ পোহৰ পকা সোণ বৰণীয়া।

নিখুঁতভাৱে চেলিনাই সুধিলে, "মিষ্টাৰ আৰু মিচেছ পুল মিটিঙলৈ গ'ল, আপুনি নগ'ল?"

"নাই, মই নগ'লোঁ।"

"কেলেই।"

চেলিনাই লক্ষ্য কৰিলে ডিজঙে ঢোক গিলিছে।

"মোৰ আহি পোৱাত বৰ পলম হ'ল। মই চহৰলৈ গৈছিলোঁ। তাৰপৰা আহি পোৱাত বৰ পলম হ'ল। অহাকালিলৈ আমি বিলাহী বেঙেনাৰ গুটি সিঁচিম বুলি ঠাৱৰ কৰিছোঁ।"

চেলিনাই মেকব্ৰাইদৰ ব্যাকৰণ মেলিলে। আৰু স্কুলৰ শিক্ষয়িত্ৰীৰ দৰে গল খেঁকাৰিলে। "বাৰু তেন্তে আমি এতিয়া এই বাক্যটোৰ পদান্বয় কৰিম—'নেপোলিয়নৰ সৈন্যৰ ওপৰত ৱেলিংটনে শেষ আঘাত কৰিব ধৰিছে। ঠিক এনে সময়তে ব্লুচাৰ ৱাটাৰলুৰ ৰণক্ষেত্ৰত আহি উপস্থিত হ'ল।' ইয়াতে 'ঠিক' শব্দটো 'এনে সময়তে' ইয়াক বিশেষ কৰি দেখুৱাইছে।"

এইদৰে আধা ঘণ্টা গ'ল। চেলিনাই জোৰ কৰি তেওঁৰ চকু কিতাপৰ

ওপৰত ৰাখিলে। ডিজঙে পদান্বয়ৰ কামটোতে লাগি থাকিল। তেওঁৰ মাত ব্যাকৰণৰ কামত ব্যৱহৃত হৈছে যদিও সেই গভীৰ মাতৰ প্রতিক্রিয়া চেলিনাৰ প্রাণত নোহোৱাকৈ নাথাকিল। বীণৰ তাঁৰত হাতৰ আঙুলি বুলালে যেনে সহাঁৰি পোৱা যায়, চেলিনাৰ প্রাণতো তেনে সহাঁৰি পোৱা গ'ল। ওপৰৰ তলাত বুঢ়া জেকবে শোৱাপাটী সাজু কৰিবলৈ ধৰাৰ শব্দ শুনা গৈছে। তাৰ পাচত ওপৰত নিস্তব্ধতা। চেলিনাই জোৰ কৰি তেওঁৰ চকু কিতাপৰ ওপৰতে ৰাখিছে। তথাপি তেওঁ ডিজঙৰ ডাঙৰ শক্তিমান হাত দুখন দেখিলে—যেন চকুৰে সেইপিনেহে চাই আছে। হাতৰ পিঠিত সুন্দৰ সোণালী বৰণৰ নোম। এই নোম হাতৰ গাঁঠিৰ কাষত ঘন হৈছে। হাতৰ গাঁথিৰ অংশ বেচি গাঢ় আৰু মধুৰ। শক্তি পাবলৈ তেওঁ মনে মনে প্রার্থনা কৰিলে। এই জঘণ্য আৰু দুষ্ট কামনা যাতে প্রতিৰোধ কৰিব পাৰে। আজি পাপ আৰু নাৰকীয় চিন্তাই তেওঁৰ মন দখল কৰি আছে। বাইবেলৰ ভাষাৰে তেওঁ পোনপটীয়া কাতৰ প্রার্থনা এটা কৰিলে।

'হে ভগৱান, মোৰ চকু আৰু চিন্তা তেওঁৰপৰা আঁতৰত ৰাখা। তেওঁৰ হাতৰপৰা আঁতৰত ৰাখা। মোৰ চকু আৰু চিন্তা তেওঁৰ হাতৰ গাঁথিৰ সোণ বৰণীয়া নোমৰপৰা যেন আঁতৰত ৰাখিব পাৰোঁ। তেওঁৰ হাতৰ গাঁথিৰ কথা যেন মই চিন্তা নকৰোঁ,' "এজন মাটিৰ মালিকে তেওঁৰ দক্ষিণ সীমাত ২০ ৰদ বহলৰ এডৰা মাটি বেচিলে প্রতি একৰত ১৫০ পাউণ্ড হিচাপে তেওঁ কিমান পাব ?"

ডিজঙে এই কাৰবাৰত জয়লাভ কৰিলে। এতিয়া তেওঁ ৫৭৬ অৰ বর্গমূলত ধৰিলে। বর্গমূলে তেওঁক বেদনা দিয়ে। চেলিনাই তেওঁৰ সৰু হাতেৰে মচি চিলটখন পৰিষ্কাৰ কৰিলে। চেলিনাই পেন্সিল হাতত লৈ দক্ষতাৰে সংখ্যাবোৰ লিখি গ'ল।

সেইবোৰ বুজিবলৈ চেষ্টা কৰোঁতে ডিজঙে চেলিনাৰ নিচেই কাষত হালি থাকিল।

চেলিনাই বুজালে, "দহকৰ ঘৰৰ সংখ্যাক এককৰ ঘৰৰ সংখ্যাৰে পূৰণ কৰি তাৰ দুগুণ লৈ তাৰ লগত এককৰ ঘৰৰ সংখ্যাৰ বর্গ যোগ দিলে ভাগশেষ পোৱা যায়।" একো বুজি নাপাই ডিজঙে চকু পিৰিকিয়াবলৈ ধৰিলে। চেলিনাই আনন্দেৰে কৈ গ'ল, "দহকৰ ঘৰৰ সংখ্যাক দুগুণ

কৰি সেই সংখ্যাৰে এককৰ ঘৰৰ সংখ্যাক পূৰণ কৰাৰ পাচত তাৰ লগত যদি এককৰ সংখ্যাৰ বৰ্গফল যোগ দিয়া যায় তেন্তে ফল দহকৰ দুগুণ আৰু একক আৰু এই দুয়োটাৰ পূৰণফলৰ সমষ্টিৰ সমান হব। গতিকে—৪০ অৰ লগত ৪ একক যোগ দি তাৰ ফলক ৪ ৰে পূৰণ কৰিব লাগে। গতিকে ৫৭৬ অৰ বৰ্গমূল ২৪।"

তেওঁৰ উশাহ-নিশাহৰ গতি খৰ হৈছে। ৰান্ধনি ঘৰৰ চুলাৰ জুই নুমাবলৈ ধৰা কাৰণে আঙঠা ফাটিব ধৰিছে। "এই বাৰ নহয়, আপুনিয়েই এইটো কৰক। আমি পাচত মচি পেলাম। এয়া। ভাগ শেষত কি থাকিব?"

ডিজঙে লাহে লাহে লওঁ নলওঁকৈ চিলটখন ল'লে। ডিজঙৰ মাতৰ বাহিৰে ঘৰটো ভয়ানকভাৱে নিস্তব্ধ। "ভাগশেষ—দুইগুণ—পূৰণফল - দহক—একক ·।" ডিজঙৰ মাতত কিবা এটা সুৰ, কিবা সঙ্গীত। চেলিনাৰ গাটো কঁপিব ধৰিলে। গোটেই ঘৰটো লৰিব ধৰা যেন অনুভৱ হ'ল। তেওঁৰ বাহুত, ভৰিত আৰু ৰাজহাড়ত বেদনাদায়ক, মধুৰ শিহৰণ এটাৰ পিচত এটাকৈ ঢৌ খেলি গ'ল। ইপিনে ডিজঙে আওৰাই থাকিল, "তাৰ লগত এককৰ বৰ্গ যোগ দিলে দহকৰ দুগুণ দহকৰ দুগুণ · দহক··।" ডিজঙৰ মাত বন্ধ হ'ল।

চেলিনাৰ চকুৰে অনুশাসন নামানি কিতাপৰ ওপৰৰপৰা গৈ ডিজঙৰ হাতৰ ওপৰত পৰিল। তাত থকা কিবা এটাই তেওঁক স্তম্ভিত কৰিলে। সেই হাত দুখনত মুঠি মৰা আছে। ·এই মুঠিৰপৰা তেওঁৰ চকু মানুহ-জনৰ মুখৰ ওপৰত নিক্ষিপ্ত হ'ল। চেলিনাৰ মূৰটো লৰিবলৈ ধৰিলে। তেওঁৰ চকিত চকু ডিজঙৰ চকুত পৰিল। ডিজঙৰ ৰঙা মুখত তীক্ষ্ণ চমক লগা নীলা চকু এযোৰ। চেলিনাৰ মনত থকা সুস্থিৰ ফালটোৱে এইটো চাই ল'লে। ইয়াৰ পাচত তেওঁৰ হাতৰ মুঠি স্খলকিল; চকুৰ নীলা অগ্নিয়ে চেলিনাক দগ্ধ কৰিলে আগুৰি পেলালে। চেলিনাই নিজৰ গালৰ কাষত পুৰুষ এজনৰ খহটা গালৰ ঠাণ্ডা পৰশ পালে।

নিচেই কাষৰ শক্তিশালী, ভয় লগা, আৰু চোকা গন্ধ নাকত সোমাল—ইয়াত ধঁপাত, মূৰৰ চুলি, নতুনকৈ ধোৱা কাপোৰ আৰু শৰীৰৰ এক অনিৰ্বচনীয় গন্ধ এটাইবোৰ মিহলি আছে। এই সানমিহলি গন্ধই তেওঁক একেলগে বিতুষ্ট আৰু আকৃষ্ট কৰিলে। তাৰ পাচতে চেলিনাই ডিজঙৰ ওঁঠ তেওঁৰ নিজৰ ওঁঠৰ ওপৰত পৰা অনুভৱ কৰিলে আৰু তেওঁৰ নিজৰ ওঁঠে সেই অন্ত ওঁঠৰ চুমাত আগ্ৰহেৰে আৰু সম্পূৰ্ণৰূপে সহাঁৰি দিলে।

## সাত

ঠিক দুমাহৰ পাচতে মে' মাহত তেওঁলোক দুজনৰ বিয়া হয়। হাই-প্ৰেইৰিৰ স্কুলত বছৰৰ অন্ত হয় পৃথিৱীত কোমল, সেউজীয়া পাতৰ আগমনীৰ লগে লগে। পিয়াঁজ, মূলা, স্পিনাক ইত্যাদি গজি সাকৰা বালি-মাটিৰ ওপৰখন ধুনীয়া কৰে। চেলিনাৰ স্কুলত শ্ৰেণীবিলাকৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ক্ৰমে কমি আহি শ্ৰেণী নাইকিয়া হোৱাৰ দৰে হ'ল। স্কুলখন এতিয়া পাঁচ বছৰীয়া শিশুৰ কিণ্ডাৰগাৰ্টেন স্বৰূপ হ'ল। সেই সময়ৰ প্ৰেইৰিৰপৰা বসন্তৰ গৰম বতাহ প্ৰচুৰভাৱে বলিবলৈ ধৰিলে। স্কুল ঘৰৰ মুকলি খিৰিকীৰে এই বতাহ আহে আৰু শিশুবিলাকে এই গৰম বতাহত নাচি-বাগি, চিঞৰ-বাখৰ কৰি আনন্দ কৰে। স্কুল ঘৰৰ ষ্টোভ মামৰ ধৰি ৰঙা আৰু ঠাণ্ডা হৈ থাকিল। চেলিনাৰ কোঠালীৰ ড্ৰামটো এটা ক'লা ভূতৰ দৰে পৰি থাকিল। ই চেলিনাক এতিয়া আৰু বিদ্ৰূপ কৰিব নোৱাৰে।

চেলিনা একে সময়তে চকিত আৰু সুস্থিৰ হ'ল, একে সময়তে বিদ্ৰোহী আৰু সন্তুষ্ট। এই অনুভূতিবোৰ ইটোৰ ওপৰত সিটো পৰি এটা ভয়ানক আমোদ স্বৰূপ হৈ পৰিল। সকলোবোৰৰে তলীত ভীতি। সেই মাহত হাইপ্ৰেইৰি সেউজীয়া, সোণালী, গোলাপী, আৰু নীলা বৰণেৰে উপচি পৰে। বসন্তকালৰ ফুলবিলাকে পথাৰ আৰু আলিবাটৰ কাষত হালধীয়া, বেঙেনা বৰণৰ, ৰঙা আৰু মুগা বৰণৰ ফুলেৰে জাতিষ্কাৰ কৰে। ভায়োলেট, মেনড্ৰেক, হেপাটিকা, ঘটুৰা ফুল, বোকাৰ নাৰ্জি ফুল আদি নানা তৰহৰ ফুল ফুলে। হ্ৰদৰ পিনৰপৰা বলা বতাহ নম্ৰ আৰু শীতল। গাঁৱলীয়া অঞ্চলৰ বসন্তকাল চেলিনাই আগতে দেখা নাই। তেওঁ শৰীৰত যথাৰ্থতে বেদনা অনুভৱ কৰাৰ দৰে হ'ল। কোনো এক অৱশ্যম্ভাৱিতাৰ ভাবত তেওঁ চলা-ফিৰা কৰিব। তেওঁৰ ধাৰণা হ'ল যেন তেওঁৰ ইচ্ছা, বিবেচনা আৰু পৰিকল্পনাৰ বিৰুদ্ধে কিহবাই নিষ্ঠুৰভাৱে কোনো এক ভয়ঙ্কৰ মাধুৰ্য্যৰ পিনে টানি নিব ধৰিছে। পাৰ্ভাছৰ সঙ্গত তেওঁ উৎফুল্ল, আনন্দিত আৰু

কথাচহকী হয়। পার্ভাছে কিন্তু কম কথা কয়; তেওঁ চেলিনাৰ পিনে নীৰৱে চায় আৰু অন্তৰেৰে পূজা কৰে। পাৰ্ভাছে তেওঁক এমুঠা শুকাম ট্ৰিলিয়াম ফুল দিলত তেওঁৰ চকুৰ পানী ওলাল। চেলিনাই সেই ফুল ভাল পায় বুলি কোৱা শুনি এদিন তাকে আনিবলৈ উদপাইকৰ হাবিলৈ গৈছিল। কাৰণ ওচৰত সেই ফুল নাই। ৰ'দ লাগি আৰু হাতৰ মুঠিৰ চেপা লাগি ফুলবোৰ চেপেটা হৈছে। ৰান্ধনি ঘৰৰ খট্‌খটীত থিয় হৈ ডিজঙে দুৱাৰ মুখত থিয় হৈ থকা অৱস্থাত চেলিনাক ফুলখিনি দিলে। তেওঁ ফুলখিনি লৈ ডিজঙৰ মূৰৰ ওপৰত হাতখন থ'লে। কোনো এটা প্ৰকাণ্ড কিন্তু নম্ৰ কুকুৰে চোতালৰপৰা কিবা বস্তু এটা ধৰি আনি মালিকৰ ভৰিৰ আগত পেলাই দি শান্ত আৰু ভিক্ষাৰ ভাবত মালিকৰ মুখলৈ চাই অনুগ্ৰহৰ অপেক্ষাত থকাৰ দৰে ডিঁজঙেও অপেক্ষা কৰি থাকিল।

বহুত সময়ত এটা অবাস্তৱতাই চেলিনাক আৱৰি ৰাখিছিল। তেওঁ হাইপ্ৰেইৰিত খেতি-পথাৰৰ কৃষক এজনৰ পত্নী হৈ জীৱনৰ বাকী কাল কটাব। নহয়, সেইটো হ'ব নোৱাৰে। তেওঁৰ দেউতাকে যি দুঃসাহসিক অভিযানৰ কথা কৈছিল, সেই অভিযান এয়ে নে? জীৱন-যাত্ৰাত তেওঁ সুখী যাত্ৰী হ'ব। বহুতো ধৰণৰ জীৱন নিৰ্বাহ কৰিবৰ সম্ভাৱনা সমুখত ৰৈছে। হাইপ্ৰেইৰিৰ এই শীতকালটো এটা খণ্ড ঘটনাহে, তেওঁৰ জীৱন নহয়। তেওঁ মাৰ্জিৰ কথা মনত কৰিলে। কিন্তু মাৰ্জিৰ দৰে তেওঁ কেতিয়াও নহব। তেনে হোৱা মূৰ্খামি হব দৰ্কাৰো নাই। তেওঁৰ ঘৰত নীলা আৰু বেঙেনা বৰণৰ সাজ-পাৰ থাকিব, খিৰিকীৰ পৰ্দাত ওলম লগোৱা থাকিব, ফুলৰ পাত্ৰত ফুল থাকিব।

আগন্তুক কইনাৰ মনৰ কিছুমান দুখ আৰু ভয়ৰ কথা তেওঁ মিচেছ পুলৰ আগত গোপনে ক'লে। এই কামিলা মহিলাজনীয়ে চকৰি ঘূৰাদি ঘূৰি ঘৰৰ কাম বন কৰি থাকে আৰু চেলিনাৰ কথা শুনে।

"মিচেছ পুল, আপোনাৰ নিজৰ বেলিকা আগন্তুক বিয়াৰ কথা ভাবি মন আতঙ্কিত হৈছিল নে?"

মিচেছ পুলে কিছুমান ময়দা মাৰি লাৰু কৰি সেইবোৰ দলিবলৈ লাগি গৈছিল। এহাতে অলপ ময়দা, আৰু আন হাতেৰে মাৰা ময়দাৰ লাৰু লৈ সেইবোৰ মিহলাই দুয়ো হাতৰ মুঠিৰে তেওঁ পুনঃ সেইবোৰ মাৰিবলৈ ধৰিলে।

এটা সৰু হাঁহি মাৰি তেওঁ ক'লে, "মই পলাই গৈছিলোঁ।"

"আপুনি পলাই গৈছিল? সচাই? কিন্তু কেলেই? ক্লাচক ভাল নাপাইছিল নেকি?"

মাৰ্জিয়ে বেছি জোৰেৰে ময়দা দলিবলৈ ধৰিলে। সেয়ে তেওঁৰ গাল ৰঙা পৰি উঠি, অথবা অন্য কোনো কাৰণত মুখ উদ্ভাসিত হৈ তেনেই কোমল বয়সৰ ছোৱালীটি যেন হৈ পৰিল। তেওঁ ক'লে, "মই তেওঁক নিশ্চয় ভাল পাইছিলোঁ।"

"তথাপি আপুনি পলাই গৈছিল?"

"বেচি দূৰলৈ নহয়। উভতি আহিলোঁ। মই যে পলাই গৈছিলোঁ সেইটো অইনে নাজানে, মইহে জানো।"

"কিয় উভতি আহিল?"

দৰ্শনৰ আখ্যা দিব পাৰি নে নোৱাৰি এই বিষয়ে মুঠেই একো নজনাকৈ তেওঁৰ জীৱনদৰ্শন ব্যাখ্যা কৰি মাজিয়ে ক'লে, "দূৰলৈ পলাই যাব নোৱাৰি। জীৱন শেষ নোহোৱা পয্যন্ত ইয়াৰপৰা পলায়ন কৰিব নোৱাৰি।"

মুখৰপৰা ছোৱালীৰ চেহেৰা আঁতৰিল। এতিয়া তেওঁৰ চকুত জ্ঞানীৰ চেহেৰা। হাতেৰে ময়দা দলা বন্ধ হ'ল। তুৱাৰ মুখত বাহিৰৰ ফালে ক্লাচ পুলে সাপ্তাহিক ৰিপোৰ্ট পৰীক্ষা কৰি চাব ধৰিছে। সেইদিনাই আবেলি বজাৰলৈ যাব, গতিকে এই প্ৰস্তুতি।

চেলিনাই ৰৌল্‌ফক জয় কৰিবলৈ আকৌ গুৰিৰেপৰা আৰম্ভ কৰিব লগীয়া হ'ল। কিছুমান জন্তুৱে মানুহক বিশ্বাস কৰে। সেই বিশ্বস্ত মানুহে জন্তুটোক খুণ কৰিলে মানুহজনক পুনঃ সহজে বিশ্বাস কৰা টান। ৰৌল্‌ফৰ অৱস্থাও তেনে হ'ল। তেৰ বছৰীয়া এই ল'ৰাটোক তেওঁ বহুতো তোষামোদ কৰিবলগীয়া হ'ল। তেওঁ কোনজন পুৰুষক বিয়া কৰাব সেইটো নিশ্চিত কৰি কোৱা নাই। এদিন ৰৌল্‌ফে পোনে-পোনে সুধিলে, "আপুনি তেওঁক কিয় বিয়া কৰাবলৈ ওলাইছে?" ৰৌল্‌ফে মানুহজনৰ নাম উল্লেখ নকৰিলে।

চেলিনাই দ'কৈ ভাবিলে। কি উত্তৰ দিয়ে? তেওঁৰ মুখত যিটো উত্তৰ সহজে ওলাব, সেইটো ল'ৰাটোৱে বুজিকে নাপাব। লাঞ্চলট আৰু ইলেইনৰ এটা শাৰী তেওঁৰ মনত পৰিল। তেওঁ কলে, "তেওঁৰ সেৱা কৰি ওৰেই জীৱনতে তেওঁক অনুসৰণ কৰিবলৈকে।" উত্তৰটো ধুনীয়া হ'ল। কিন্তু ৰৌল্‌ফে তাক ততালিকে অগ্ৰাহ্য কৰিলে। ৰৌল্‌ফে ক'লে, "এইটো

কাৰণ নহয় ; ই কোনো কিতাপৰপৰা আওৰাই কোৱা কথা। সি যিয়ে নহওক, ওৱেই জীৱনতে তেওঁক অনুসৰণ কৰাটো বোবাৰ কাম। তেওঁ ওবেই জীৱনো এই হাইপ্ৰেইৰিতে থাকিব।”

খং আৰু আশ্চৰ্য্যৰ ভাবত চেলিনাই সুধিলে, “কেনেকৈ জানিলা ?”

“মই জানো যে তেওঁ থাকিব।”

তথাপি ৰৌল্‌ফে চেলিনাক বেচি দিন প্ৰত্যাখ্যান কৰিব নোৱাৰিলে। পাৰ্ভাছৰ জেলেকু লগা চোতালৰ সমুখত দুয়ো একেলগে গাঁত খান্দি ফুল ৰুলে। টুলিপ ফুলৰ কাৰণে তেতিয়া পলম হৈছে। পাৰ্ভাছে তেওঁৰ কাৰণে চহৰৰপৰা কিছু বীজ আনিছিল। তেওঁলোকে নানা তৰহৰ ফুল ৰুলে। কিছুমান বেগাই ডাঙৰ হোৱা ফুল ভিতৰৰ ফালে ৰুলে। চহৰত ডাঙৰ-দীঘল হোৱা চেলিনাই বিভিন্ন জাতৰ ফুলৰ কথা নাজানে। তেওঁ মাত্ৰ ক'লে যে তেওঁক পুৰণি ধৰণৰ ফুলনি এখন লাগে। তেওঁ আৰু ৰৌল্‌ফে গাঁত খান্দি, কোৰমাৰি, গছৰ পুলি ৰুলে। গাঁৱলীয়া ধৰণৰ ঘৰেৰে পৰিপূৰ্ণ সেই অঞ্চলটোত ডিজঙৰ ঠাইখিনিয়েই চকুত পৰা ধৰণে কুৎসিত আছিল। চক্‌চক্ কৰে পৰিষ্কাৰ নোহোৱা বাবে অন্য ঠাইৰ তুলনাত এই ঠাইখিনি জঘন্য হৈ পৰিছিল। ঘৰটো প্ৰায় ত্ৰিশ বছৰ পুৰণি। জৰাজীৰ্ণ জ'কা এটাৰ ওপৰত ভাঁজ লগা চাল আৰু চেপেটা মুখ বিশিষ্ট ঘৰটোৱে সমুখৰ ফালে আলিবাটৰ কাষৰ উইলোৰ ডাঠ জঙ্গলৰ পিনে মুখ কৰি আছে। ৰং দিব-লগীয়া হৈছে। বাগিচাৰ বেৰবিলাক খহি গৈছে, খিৰিকীৰ পৰ্দাবিলাক মলিন হৈছে। বৈঠকখানাটো জেকা, শ্মশান সদৃশ। যি বুঢ়ীজনীয়ে পাৰ্ভাছৰ ঘৰ-দুৱাৰৰ তদাৰক লৈছিল সেই বুঢ়ীজনীয়ে ওৰেই দিনটো হাতত এটা চৰিয়া আৰু ভিজা কাপোৰ অলপ লৈ ফুৰিছিল। খোৱা টেবিলত ধুবলগীয়া বাচনৰ দম এটা সদায় জমা হৈ ৰৈছিল ; শেষ হৈ যোৱা এসাজ আৰু তাৰ পিচৰ সাজ আহাৰৰ মাজত যেন কোনো স্পষ্ট সীমাৰেখা নাই। গোটেই ঘৰখনতে শূন্যৰ পৰিচয়—কোনো তদাৰক লোৱা তিৰোতা যে তাত কাম নকৰে সেইটো সহজে গম পোৱা যায়।

চেলিনাই মনতে ভাবিলে যে তেওঁ এই এটাইবিলাক বদলাই দিব। পাৰ্ভাছক তেওঁ এই কথা ক'লে। তেওঁ মনতে কল্পনা কৰিলে তেওঁ যেন হাতত বুৰুজ আৰু বগা ৰঙৰ পাত্ৰ লৈ যিফালেই যায় সেইফালেই কদৰ্য্যৰ ঠাইত সৌন্দৰ্য্য প্ৰতিষ্ঠা কৰি গৈছে

বিয়াৰ কইনাৰ সাজ-পাৰ হিচাবে তেওঁৰ যি কাপোৰ আছিল, সি অতি সামান্য। পাৰ্ভাছৰ ঘৰ ইতিমধ্যে প্ৰয়োজনীয় কাপোৰ-কানিৰে সজ্জিত হৈছে। বিয়াৰ দিনাৰ গাউনৰ প্ৰশ্নটোৱে তেওঁক অলপ চিন্তিত কৰিছিল। শেষত মাৰ্জিয়ে পৰামৰ্শ দিলে যে তেওঁ পুৰণা ডাচ সাজ-পাৰেৰে বিয়াত বহক। এই সাজ-পাৰ চেলিনাৰ শোৱা কোঠালীৰ বাকচতে আছে।

মাৰ্জিয়ে ক'লে, "প্ৰকৃততে ডাচ কইনা সাজিব। তেতিয়া সৰাই ভাল পাব।" পাৰ্ভাছ আনন্দিত হ'ল। মেকুৰী পোৱালীয়ে ৰ'দত কাঁচলি লোৱাৰ দৰে চেলিনাই তেওঁৰ প্ৰেমত আৰাম কৰিলে। চেলিনা অকল-শৰীয়া কইনা। তেওঁৰ কোঠালীৰ চেল্‌ফৰ ওপৰত মাত্ৰ দুখন ফটো আছিল। এই দুখনে তেওঁক সাহস আৰু উদ্‌গনি দিছিল। পুৰণি ডাচ গাউনটো তেওঁৰ কাৰণে কেবা ইঞ্চিও ডাঙৰ। তেওঁৰ কোমৰত স্কাৰ্টৰ পটিটো ঢিলা হৈছে। তেওঁৰ সৰু বুকুৱে বডিছৰ গাটো পূৰাব পৰা নাই। গোটেই সাজ-পাৰটোৰ ফলত চেলিনাৰ চেহেৰা কিম্ভূতকিমাকাৰ আৰু দুখ লগা হ'ল। মূৰ আগুৰি থকা টুপীটোৰ ওপৰত কৰা কাৰু-কাৰ্য্যবোৰ বেচ ধুনীয়া। তাৰ ভিতৰৰপৰা তেওঁৰ ডাঙৰ, ক'লা চকু দুটা ওলাই থাকিল। তেওঁ আনকি হাতেৰে কাটি উলিওৱা জোতাযোৰো পিন্ধিবলৈ চেষ্টা কৰিছিল। কিন্তু সেই চেষ্টা এৰি দিবলগীয়া হ'ল। কাৰণ, নাৱৰ বুকুত পোনামাছ লুকাই পৰাৰ দৰে, সেই জোতাৰ ভিতৰত তেওঁৰ ভৰি তেনেই সোমাই পৰে। পুৰণা বুটাম ওলোম ইত্যাদিবোৰ ঠিকমতে লওঁতে বৰ কষ্ট হ'ল। এনে অনুমান হ'ল যেন মৃতা ছফিয়া ক্ৰুনে তেওঁৰ প্ৰেত-আঙুলিৰে এই সাজ-পাৰ পিন্ধাত প্ৰতিবন্ধক জন্মাই তেওঁৰ দৰে দুৰ্ভাগ্যত পৰাৰপৰা এই তৰুণীক ৰক্ষা কৰিব খুজিছে।

পুলৰ ঘৰতে তেওঁলোকৰ বিয়া হ'ল। ক্লাচ আৰু মাৰ্জিয়ে বিয়াৰ ভোজ দিবলৈ ধৰিছিল। গাহৰিৰ মাংস, কুকুৰাৰ পোৱালী, পিঠা, মদ ইত্যাদি বিভিন্ন সামগ্ৰী থাকিব লাগিব। ৰেভাৰেণ্ড ডেক্কাৰে বিয়া ঘটাই দিছিল। বিয়াৰ কাৰ্য্য চলি থকা গোটেইখিনি সময় চেলিনাই নিজক তিৰস্কাৰ কৰিছিল। কাৰণ পুৰোহিতজনৰ চুটি, জোপোহাৰদৰে দাড়ি কোচাৰ প্ৰতি চাই থাকোঁতে তেওঁ কৈ যোৱা কথাবোৰ মনত নাথাকে। বিয়াৰ ক'লা সাজ-পাৰ পিন্ধাত পাৰ্ভাছক গম্ভীৰ, কঠিন, অসুখীয়া যেন দেখা গ'ল। দৈনন্দিন জীৱনত পিন্ধা কাৰ্ডুৰয় আৰু নীলা চাৰ্টৰ সাজ-পাৰত তেওঁক বেচি ধুনীয়া

দেখি। বিয়াৰ আনুষ্ঠানিক কৰ্ম চলি থকাৰ ভিতৰতে চেলিনাৰ গোপন মনত ভীতি জাগি উঠিছিল। কল্পনাৰে তেওঁ দেখিছিল তেওঁ যেন চিঞৰি চিঞৰি এই স্বামীৰ ঘৰৰপৰা পলাই আলিবাটেৰে দৌৰি দৌৰি কোনোবা ঠাইলৈ গৈ আছে।

বিয়াৰ উপহাৰ বেচি নাপালে পুল পৰিয়ালে এটা ওলমি থকা লেম্প দিলে। কৃষকৰ তিৰোতাৰ পক্ষে ই কাম্য বস্তু। এই লেম্প এবিধ কিম্ভূত-কিমাকাৰ বস্তু - হালধীয়া ৰঙৰ ওপৰত বেঙুনীয়া বৰণৰ গোলাপ বিশিষ্ট ঢাকনী; চাবিওফালে ওলোমবোৰে বাজনা কৰি থাকে। ইয়াক বৈঠকখানাৰ চিলিঙত ওলমাই থব লাগে আৰু একপ্ৰকাৰ সজুলিৰ সহায়ত উঠোৱা-নমোৱা কৰিব লাগে। বিধবা পাৰ্লেনবাৰ্গে পানী অনা বাচন এক চেট দিলে—এটা কলহ আৰু ছটা চৰিয়া বাতি আৰু গিলাছ। ৰৌল্‌ফে এটা কাঠৰ বাকচ উপহাৰ দিলে। কেইবা সপ্তাহো পৰিশ্ৰম কৰি এইটো সাজিছে। চেলিনাৰ কোঠালীত থকা ধুনীয়া পুৰণি বাকচটোৰ দৰেই। কাঠত ৰং দি পালিচ কৰা হৈছে। সমুখৰ ফালে চেলিনাৰ নামটো কাঠত কাটি দিয়া হৈছে। ১৮৯০ খৃষ্টাব্দটোও কাঠত কাটি দিয়া হৈছে। তেৰ বছৰীয়া ল'ৰা এটাৰ পক্ষে কৃতিত্বৰ কথা। অন্য লোকেও এনে ধুনীয়া কাঠৰ কামৰ নিমিত্তে গৌৰৱ অনুভৱ কৰিব পাৰে।

বিয়াৰ উপহাৰবিলাকৰ ভিতৰত এইটোৱেই একমাত্ৰ ধুনীয়া বস্তু। চেলিনাই চকুৰ পানী সম্বৰণ কৰি ৰৌল্‌ফক ধন্যবাদ দিলে, "ৰৌল্‌ফ, তুমি মোৰ ঘৰলৈ ঘনাই আহিবা।" ৰৌল্‌ফে ইতস্তত: কৰা দেখি, চেলিনাই কৈ থাকিল, "তোমাক মোৰ প্ৰয়োজন হ'ব। তুমিয়েই মোৰ একমাত্ৰ সম্বল।" কোনো কইনাই সাধাৰণত: এনেকৈ নকয়।

মাতত আৰু ধৰণত নীৰস ভাব দেখুৱাই ৰৌল্‌ফে ক'লে, "মই আহিম। কিছুদিনৰ ভিতৰত এবাৰকৈ আহিম।" ৰৌল্‌ফৰ ভাষাত থকা সাধাৰণ ভুল এটা দুটা চেলিনাই শুধৰাই দিলে আৰু ৰৌল্‌ফেও বিনীতভাৱে তাক শুধৰাই ল'লে।

বিয়াৰ পাচত তেওঁলোক পোনে পোনে ডিজঙৰ ঘৰলৈ গ'ল। যে মাহত কৃষকে এদিনৰ কাৰণেও শাক-পাচলিৰ বাগিচাক অৱজ্ঞা কৰিব নোৱাৰে। তেওঁলোকৰ কাৰণে ঘৰটো সাজু কৰা হৈছিল। ঘৰত কাম কৰি থকা বুঢ়ী পৰিচাৰিকাজনীৰ ৰাজত্বৰ অন্ত পৰিল। ৰান্ধনি ঘৰৰ শোৱাপাটী খালী হ'ল।

ৰাতিৰ আহাৰ কৰি থাকোঁতে চেলিনাৰ মনত এনে কিছুমান বেয়া আৰু অসংলগ্ন চিন্তা আহিল যে তেওঁ মনে মনে ভয় খালে।

'এতিয়া মই বিবাহিতা। মই মিচেছ পাৰ্ভাছ ডিজং। এই নামটো ধুনীয়া। প্ৰবেশ-কাৰ্ডত ছপা কৰিলে –নামটো গাম্ভীৰ্য্যপূৰ্ণ হ'ব।'

| শ্ৰীমতী পাৰ্ভাছ ডিজং |
| --- |
| প্ৰত্যেক শুক্ৰবাৰে ঘৰত পোৱা যায় |

এই কথাখিনি পাচত সুন্দৰ ৰকমে তেওঁ সৌৱৰণ কৰিছিল। কিয়নো মিচেছ ডিজং হিচাবে তেওঁ ওৰেই সপ্তাহে ঘৰত থাকিবলগীয়া হ'ল।

আলিবাটেৰে গাড়ী চলাই তেওঁলোক ডিজঙৰ ঘৰলৈ গ'ল। চেলিনাই মনতে ভাবিলে, 'এতিয়া মই মোৰ স্বামীৰে সৈতে ঘৰলৈ যাব ধৰিছোঁ। মোৰ কান্ধত তেওঁৰ কান্ধ। তেওঁ কিবা-কিবি কথা ক'লে মই ভাল পাম তেওঁ ক'ব বুলি আশা কৰোঁ। তথাপি, মই ভয় খোৱা নাই।'

পাৰ্ভাছৰ বজাৰলৈ নিয়া গাড়ীখন চোতালতে থিয় হৈ আছে। তেওঁ আজিয়েই বজাৰলৈ যাব লাগিছিল। নহলেও অহাকালি আবেলি নিশ্চয় যাত্ৰা কৰিব লাগিব। তেহে হেইমাৰ্কেটত ভাল ঠাই এডৰা পোৱা যাব।

লেম্পৰ পোহৰত চেলিনাৰ চকুত গাড়ীখন এখন প্ৰতীক যেন লাগিল। এই গাড়ীখন আগতে তেওঁ বহুত বাৰ দেখিছে। কিন্তু ই এতিয়া তেওঁৰ জীৱনৰ এটা অংশ। তেওঁ মিচেছ ডিজং আৰু এইখন ডিজঙৰ বজাৰলৈ নিয়া গাড়ী। গাড়ীখন পুৰণা, জৰাজীৰ্ণ, কুৎসিত। ক্লাচ পুলৰ গাড়ীখনৰ তুলনাত এইখন তেনেই ঘৃণনীয়। পুলৰ গাড়ীখনত তেজাল সেউজীয়া ৰঙৰ ওপৰত ৰঙা আখৰেৰে লিখা আছে –"ক্লাচ পুল—খেতিৰ উৎপন্ন বস্তু।" ঘোঁৰা দুটাও চিল্‌চিলিয়া। গতিকে ক্লাচ পুলৰ নিজৰদৰে খেতিৰ অৱস্থাও সন্তোষজনক।

পাৰ্ভাছে বাগীৰ বহা ঠাইৰপৰা চেলিনাক নমাই আনিলে। তেওঁৰ বাহু চেলিনাৰ কোমৰত। অলপ সময় তেনেকৈ হেঁচা মাৰি ধৰি ৰাখিলে। চেলিনাই ক'লে "পাৰ্ভাছ, গাড়ীখনত ৰং দিব লাগিব। বহা ঠাইৰ স্প্ৰিং টানকৈ দিব আৰু কাষৰ তক্তাবিলাক মেৰামতি কৰিবও লাগিব। তেতিয়া হ'লে দেখিবলৈ ভাল হ'ব।"

ঘৰটো পৰিষ্কাৰ; কিন্তু যিমান চাফ্-চিকুণ হব পাৰে সিমান নহয়।

চাফ্-চিকুণ হৈছে নে নাই তাক ডিজঙে ভালকৈ ধাৰণা কৰিব নোৱাৰে। গতিকে মিচেছ্ ভূৰিয়ে বিশেষ যত্ন লোৱা নাই। পাৰ্ভাছে লেম্প জ্বলালে। ৰান্ধনি ঘৰৰ চুলাত জুই একুৰা আছিল। জুইৰ ধোঁৱাৰে ঘৰটো ভৰি আছিল। তেতিয়া মে' মাহ। চেলিনাই ভাবিলে যে পশ্চিমৰপৰা বলা মনোৰম বতাহত পুলৰ ঘৰত তেওঁ থকা শোৱা কোঠালীটো নিশ্চয় ধুনীয়া হৈ পৰিছে। এই কোঠালী এতিয়া আৰু এওঁৰ নহয়। পাৰ্ভাছে ঘোঁৰাটোক গোহালিত থ'ব ধৰিছে। শোৱা কোঠালীটো বৈঠকখানাৰপৰা দূৰত। খিৰিকীখন বন্ধ কৰা আছে। যোৱা এবছৰে চেলিনাই অভিজ্ঞতাৰ-পৰা শিকিছে যে যদি ৰাতিপুৱা উঠি সময়ৰ অপব্যৱহাৰ নকৰিবলৈ হয়, তেন্তে আগৰ ৰাতিতেই তাৰ কাৰণে প্ৰস্তুতি লাগে। এতিয়া তেওঁ এই প্ৰস্তুতি কৰিলে। তেওঁ বগা মছলিনৰ আণ্ডাৰৱেৰবোৰ খুলি পেলাই সেইবোৰ ড্ৰৱাৰত থৈ দিলে। চুলি চুচি, ওখ ডিঙিৰ বগা নাইট গাউন পিন্ধিলে। পিচদিনালৈ বুলি কিছুমান কাপোৰ ঠিক-ঠাক কৰি থৈ তেওঁ এই আচহুৱা বিচনাত উঠিল। তেওঁ শুনিলে, পাৰ্ভাছে ৰান্ধনি ঘৰ বন্ধ কৰিছে আৰু গহীন, গধুৰ খোজেৰে খালী মজিয়াইদি আহিব ধৰিছে···। মাৰ্জি পুলে কৈছিল, 'জীৱনৰপৰা বেচি দূৰলৈ পলাই যাব নোৱাৰি, জীৱনক প্ৰত্যাখ্যান নকৰাকৈ বেচি দূৰলৈ পলাই যাব নোৱাৰি।'

পিচদিনা পুৱা চাৰি বজাত যেতিয়া তেওঁ চেলিনাক জগায়, তেতিয়া আন্ধাৰ আছে। এটা সৰু চিঞৰ মাৰি চেলিনাই চক খাই উঠে আৰু কাণেৰে কিবা শুনিবলৈ চেষ্টা কৰাৰ দৰে কৰি কয়, "সেয়া দেউতা নে?" তেওঁ এতিয়া আকৌ যেন শিশু চেলিনা হৈছে আৰু তেওঁৰ দেউতাক চিমিয়ন পিকে যেন ধুনীয়া সাজ-পাৰ পিন্ধি ৰাতি পাশা খেলাৰপৰা উভতি আহিছে।

পাৰ্ভাছে ইতিমধ্যে কোঠালীটোত ব্যস্তভাৱে ঘূৰি ফুৰিছে। "কি! কেইটা বাজিল? কি হৈছে? দেউতা? তুমি উঠা নাই? তোমাৰ টোপনি হোৱা নাই নেকি?" তেতিয়া চেলিনাৰ সকলো কথা মনত পৰিল।

হাঁহি পাৰ্ভাছ ডিজং তেওঁৰ ফালে আহিল। "এলেহুৱা ছোৱালী! উঠা। চাৰি বাজি গৈছে। যোৱা কালিৰ আটাইখিনি কাম তেনেই পৰি আছে। ইয়াৰ ওপৰত আজিৰ দিনটোৰ কাম। মৰমৰ লীনা, ৰাতিপুৱাৰ আহাৰ, ৰাতিপুৱাৰ আহাৰ। এতিয়া তুমি এজন খেতিয়কৰ পত্নী।"

## আঠ

অক্টোবৰ মাহমানত হাইপ্ৰেইৰিৰ গৃহিণীসকলে পৰস্পৰে কোৱা-কুই কৰিলে যে মিচেছ্ পাৰ্ভাছ ডিজ্জৰ গা-বন্ধ হৈছে। মাৰ্চৰ পোন্ধৰ তাৰিখে ডাৰ্ক ডিজগে জন্মগ্ৰহণ কৰিলে। বৈঠকখানাৰপৰা দূৰত থকা শোৱা কোঠালীতে প্ৰসৱ হল। প্ৰসৱৰ সময়ত মাক হতভম্ব হ'ল আৰু খঙো কৰিলে। কিন্তু সন্তানটোৰ বিষয়ে বৰ আগ্ৰহান্বিত হৈ পৰিল। পিতাক পাৰ্ভাছ ডিজগে গৰ্ব অনুভৱ কৰিলে। ডাৰ্ক নামটোৱে চেলিনাৰ মনত ওখ, পোন, ধুনীয়া, এই ভাব জগাই তোলে। পাৰ্ভাছেই এই নামটো নিৰ্বাচন কৰে। এইটো তেওঁৰ আজো ককাকৰ নাম।

এতিয়া চেলিনাই মাজে সময়ে হাইপ্ৰেইৰিত কটোৱা প্ৰথমটো শীতকালৰ কথা মনত কৰে। বৰফৰদৰে ঠাণ্ডা শোৱা কোঠালী, ঠাণ্ডা, ক'লা ড্ৰাম, স্কুলৰ জুহালৰ জুই, পুল পৰিয়ালৰ গাহৰিৰ মাংস—এই এটাইবিলাক যেন এটা মনোমোহা সপোন। তেতিয়া তেওঁ স্বাধীনতা, শান্তি আৰু চিন্তাশূন্য সুখ উপভোগ কৰিছিল। বৰফৰ দৰে ঠাণ্ডা কোঠালীটোত তেওঁ শুইছিল। ৰাতিপুৱাৰ উগ্ৰ শীতত স্কুললৈ এমাইল আলিবাট খোজকাঢ়ি অহা-যোৱা কৰিছিল, কিন্তু আজিৰ তুলনাত সেই পথ-শ্ৰম—আনন্দ-বিহাৰ আৰু সেই জুই মনোমোহা যেন লাগিল।

পাৰ্ভাছ ডিজগে তেওঁৰ ধুনীয়া তৰুণী পত্নীক ভাল পাইছিল, আৰু পত্নীয়েও তেওঁক ভাল পাইছিল। কিন্তু তৰুণ বয়সৰ প্ৰেম বৰ্তি থাকে ৰং, অনুভূতিৰ গাঢ়তা আৰু সৌন্দৰ্য্যৰ ওপৰত। কিন্তু যেতিয়া ৰাতিপুৱা চাৰি বজাতে উঠি টোপনিৰ ভাবতে আন্ধাৰত খেপিয়াই বিচনাৰ খুঁটিত বা চকীত ওলমি থকা সেমেকা আৰু সাধাৰণ সাজ-পাৰ বিচাৰি দিনটো আৰম্ভ কৰিবলগীয়া হয়, আৰু সোতৰ ঘণ্টা শাৰীৰিক পৰিশ্ৰম কৰাৰ পাচত শ্ৰান্ত-ক্লান্ত হৈ ঠাণ্ডাতে জঠৰ হৈ ৰাতি ন বজাত দিনটো শেষ কৰিবলৈ বাধ্য হয়, তেতিয়া জীৱন কবিত্বহীন আৰু নিষ্প্ৰাণ হৈ পৰে।

সেইবাৰ বাৰিষা বৰ বৰষুণ হ'ল। পাৰ্ভাছে বাছি বাছি বিলাহীৰ

পুলি কইছিল। তেওঁ আশা কৰিছিল যে বতৰ শুকান হ'ব। বোকাৰ ফলত গছবিলাক লিৰ্ লিৰিয়া হৈ ৰঙা পৰি উঠিল। ফচলৰ বেলিকা গোটেই পথাৰথনৰ ভিতৰত মাৰ্বলৰ সমান ডাঙৰ বিলাহী এটা লাগিল।

অন্যবিলাক খেতিৰ বেলিকা মজলীয়া ধৰণৰ ফচল লাভ হ'ল। কিন্তু এইখিনি ফচল লাভ কৰোঁতে বুকুৰ তেজ পানী হোৱা পৰিশ্ৰম কৰিবলগীয়া হ'ল। পাৰ্ভাছ আৰু তেওঁৰ দৰমহা লোৱা সহায়কাৰী জানষ্টিনে হাতেৰে গুটি সিঁচিছিল আৰু খেতি কৰিছিল। চেলিনাৰ ধাৰণা হ'ল যেন এওঁলোক গুটি, পুলি, ডাল, শিপা ইত্যাদিৰ দাস। এইবোৰে শত-সহস্ৰ মুখেৰে চিঞৰে, 'মোক ফাটি ওলাবলৈ দিয়া, ওলাবলৈ দিয়া।' শীতকালত যেতিয়া তেওঁ পুলৰ ঘৰুত থাকে, তেতিয়া তেওঁ পুল, ৰোল্‌ফ আৰু জেকবক কাম কৰা দেখিছিল। কিন্তু প্ৰকৃততে সেই কেইমাহ কাল কৃষকৰ আহৰিৰ সময়। তেওঁ নবেম্বৰত তালৈ আহিছিল। মে' মাহত তেওঁৰ বিয়া হয়। মে ৰপৰা অক্টোবৰলৈ এই কেইমাহ কাল অত্যন্ত মনোযোগেৰে শস্যৰ যত্ন ল'ব লাগে। মানুহে জীৱিকাৰ নিমিত্তে ইমানকৈ কষ্ট কৰে বুলি চেলিনাৰ ধাৰণা নাছিল। হাইপ্ৰেইৰিলৈ অহাৰ আগতে শ্ৰম বোলা বস্তুটোৰ লগত তেওঁৰ সংঘাত হোৱা নাছিল। এতিয়া তেওঁ দেখিলে যে তেওঁৰ স্বামীয়ে শৰীৰৰ মাংসপেশী খটুৱাই, ঘাম পেলাই, কষ্ট কৰি মাটিৰপৰা জীৱিকা উপাৰ্জন কৰিছে। জুন, জুলাই, আগষ্ট আৰু চেপ্টেম্বৰ—এই চাৰিমাহ প্ৰেইৰিৰ ভাল, ক'লা মাটিত কেইবা মাইল জুৰি শস্যৰে উভৈনদী। এই সময়খিনিত চেলিনাৰ মনত মাটিৰ প্ৰতি এটা অনুভূতি জন্মিল। এই অনুভূতি তেওঁৰ চিৰকাললৈ থাক গ'ল। হয়তো তেওঁৰ উদৰত থকা সন্তানটোৰো ইয়াৰ লগত সম্বন্ধ আছে। তেওঁৰ ধাৰণা হ'ল যেন মাটি আমাৰ কুটুম, যেন তাত সৌন্দৰ্য্য আৰু পূৰ্ণতা আছে। মাজে-সময়ে ঘৰুৱা কাম বনৰ মাজত ক্ষন্তেক অৱসৰ পালে তেওঁ ৰান্ধনি ঘৰৰ দুৱাৰমুখত থিয় দি উজ্জ্বল দৃষ্টিৰে পথাৰৰ ফালে চাই থাকে। ঢৌৰ পিচত ঢৌ উঠি সেউজীয়া শস্যৰ আগবোৰ শেষত আকৌ এটা সেউজীয়া সমুদ্ৰত পৰিণত হয়।

ক্লাচ পুলৰ মানত বন্ধাকবি যেনেকৈ বন্ধাকবিহে তাত অন্য কোনো সৌন্দৰ্য্য বা অনুভূতি নাই, ঠিক তেনেকৈ এই গাঁজৰ, পালংশাক, পিয়াঁজ, আৰু মূলা আদিও পাৰ্ভাছৰ মানত কেৱল শাক-পাচলিহে আছিল—কই, যত্ন লৈ, শেষত ফচল, কোঁচাই আনি বজাৰত বিক্ৰী কৰি দিব লাগে,

তাত অন্য কোনো অনুভূতিৰ স্থান নাই। কিন্তু সেই বৰ্ষাকালত চেলিনাৰ ধাৰণা হ'ল যেন এই শাক-পাচলিবোৰো এখন জীৱন্ত জগতৰ ঘাই অঙ্গ। পাৰ্ভাছ, মাটি, ৰ'দ, বৰষুণ, প্ৰাকৃতিক শক্তি-এটাইবোৰে সহযোগ কৰি লাখ লাখ মানুহৰ আহাৰ উৎপন্ন কৰিছে। সৰু কেইএকৰমান মাটিৰ পথাৰ এখন এখন ৰাজ্যৰ দৰে। পামৰ শ্লেষ্মা প্ৰধান ডাচ-আমেৰিকান খেতিয়কসকল হ'ল পুজাৰী। এওঁলোকে পৃথিবী-দেৱতাক পূজা কৰে। তেওঁ চিকাগোৰ ল'ৰা-ছোৱালীবোৰৰ কথা ভাবিলে। তাৰ ল'ৰা-ছোৱালীবিলাকৰ গালৰ ৰং, চকুৰ জ্যোতি, মূৰৰ মেধা—এটাইবিলাকেই পাৰ্ভাছৰ দৰে কৃষকে যোগোৱা খাদ্যৰ দ্বাৰা পৰিপুষ্ট। তেতিয়াও খাদ্য বিষয়ত লোহা, আৰ্ছেনিক, ভিটামিন ইত্যাদিৰ কথা চলতি হোৱা নাই। তথাপি এই অজ্ঞলোকসকলে অজ্ঞভাৱে পৰিশ্ৰম কৰি হাইপ্ৰেইৰিৰ পথাৰত বহুত মাইল ধৰি হালি হালি কষ্ট কৰাৰ এটা অৰ্থ চেলিনাই উদ্ভাৱনা কৰিলে। তেওঁ ডিজঙক এই অৰ্থ বুজাবলৈ চেষ্টা কৰিলে। কিন্তু পাৰ্ভাছে মাত্ৰ চকু বহলকৈ মেলি কোনো সঁহাৰি নিদিয়াকৈ শুনি থাকিল।

"ফাৰ্মৰ কাম চমৎকাৰ! ফাৰ্মৰ কাম দাসৰ কাম। যোৱা কালি মই বজাৰলৈ নিয়া গাঁজৰৰ দমটোৰপৰা যি পইচা পাইছিলোঁ তাৰে শিশুটোৰ কাৰণে কাপোৰখিনি আনিবলৈ নুজুৰিল। এই গাঁজৰবোৰ গৰু-ম'হক খুওৱা বেচি ভাল "

এদিন এৰি এদিন পাৰ্ভাছ চিকাগোৰ বজাৰলৈ যায়। জুলাই আৰু আগষ্টত তেওঁ কেতিয়াবা এসপ্তাহ জুৰি গাৰ কানি-কাপোৰ সোলোকোৱা নাছিল। পাৰ্ভাছ আৰু জানষ্টিনে দিনৰ ফচলখিনি গাড়ীত বোজাই দিয়ে। চাৰি বজাত নগৰলৈ আমনিজনক যাত্ৰা আৰম্ভ কৰে। ৱেষ্ট ৰাণ্ডোল্‌ফ ষ্ট্ৰিটৰ বিখ্যাত হেইমাৰ্কেটখন চিকাগোৰ চাৰিওফালৰ কেইবা মাইলৰো খেতিয়কবিলাকৰ শাক-পাচলি বিক্ৰী কৰা ঠাই হিচাবে জনাজাত। ইয়াতেই কৃষকবিলাকে নিজৰ নিজৰ গাড়ীবিলাক ৰাখে আৰু পিচদিনাৰ পুৱাৰ বজাৰৰ কাৰণে প্ৰস্তুত হয়। একো শাৰীত তিনিখনকৈ, গাড়ীবিলাক আলিবাটত আৰু কাষত ঠাহ খুৱাই থিয় কৰি ৰখা হয়। সোনকালে অহা লোকেই সুবিধাজনক ঠাই পায়। কোনো নিৰ্দ্ধাৰিত ঠাই নাথাকে। পাৰ্ভাছে ৰাতি ন বজাত গৈ হেইমাৰ্কেট পাবলৈ চেষ্টা কৰিলে। বেয়া আলিবাটত মাজে সময়ে ঘূৰি যাব লগা হয়। গতিকে তেওঁ গৈ পাওঁতে পলম হ'ল।

ইয়াৰ অৰ্থ, পিচদিনা বেপাৰ বেয়া হব। কৃষকবিলাকে প্ৰায়ে গাড়ীতে শুইছিল। ওচৰৰ চালিবোৰত ঘোঁৰাবিলাকক বান্ধি ৰাখি আহাৰ খুওৱা হয়। মানুহতকৈ ঘোঁৰাই বেচি সুখত থাকে। পঁচিশ চেণ্ট ভাৰা দিলে থাকিবলৈ আলিবাটৰ কাষতে থকা জৰাজীৰ্ণ কোঠালী একোটা পোৱা যায়। কিন্তু কোঠালীবোৰ সৰু, দুৰ্গন্ধময় আৰু অপৰিষ্কাৰ। বিচনাবিলাকো গাড়ীতকৈ বেচি সুখদায়ক নহয়। তদুপৰি পঁচিশ চেণ্ট। প্ৰায় আধা গাড়ী বিলাহীৰ মূল্য। পঁচিশ চেণ্টত আধা বস্তা আলু পোৱা যায়। পঁয়সত্তৰ চেণ্টত এবস্তা পিয়াঁজ বিক্ৰী হয়। গোটে প্ৰতি পাঁচ পাউণ্ড ওজনৰ দুশ বন্ধাকবিৰ দামো দুই ডলাৰহে দহ ডলাৰ ধন লৈ ঘৰলৈ উভতিলে লাভৰ ঘৰত শূন্য থাকে। লাভ কৰিবলৈ হলে তাতকৈ সৰহ ধনৰ বিক্ৰী হব লাগিব। গতিকে, মাত্ৰ বিচনা এখনত শোৱাৰ নিচিনা সামান্য বিলাসিতাৰ কাৰণে কোনোৱে পঁচিশ চেণ্ট খৰচ কৰিব নোৱাৰে।

বিয়াৰ এমাহ মানৰ পাচত জুন মাহৰ এদিন। সিদিনা চেলিনাই পাৰ্ভাছৰ লগত গাড়ীত উঠি চিকাগোলৈ গৈছে। শাক-পাচলিৰ দমৰ কাষত গাড়ীৰ ভিতৰত বিয়াৰ কইনাৰ ধুনীয়া সাজ-পাৰ পিন্ধা এই সৰু তিৰোতাজনী যোৱাত ৰজিতা খোৱা নাই। আবেলি চাৰি বজাৰ আগতে যাত্ৰা কৰি নিশা ন বজাত চহৰ পাইছিলগৈ। মে' মাহৰ শেষৰ খণ্ডৰ বৰষুণৰ কাৰণে আলিবাটত বোকা হৈ আছে। এইটো যাত্ৰাটো একপ্ৰকাৰে নৱ-দম্পতিৰ যাত্ৰা। কিয়নো, বিয়াৰ পাচত চেলিনা ফাৰ্মৰপৰা বাহিৰ হোৱাই নাই। ৰ'দ চোকা দেখি চেলিনাই এটা ছাতি টানি লৈ চাৰিওফালৰ দৃশ্য চাই আমোদ পাইছে। ইফাল সিফালে চকু দি, উল্লাস কৰি, প্ৰশ্ন সুধি, তেওঁ গৈ আছে। তেওঁৰ আশা, বেগাই পাৰ্ভাছেও তেওঁৰ ভাবাবেগত সঁহাৰি দিব। পোহনীয়া, চোকা, 'তেৰিয়াৰ' জাতীয় মাইকী কুকুৰে অচল, সুস্থিৰ, বৃহৎ আকৃতিৰ চেণ্ট্ বাৰ্ণাৰ্ড জাতীয় ঢেকুৰা কুকুৰটোৰ চাৰিওফালে ৰং কৰি ঘূৰি ফুৰাৰ দৰে আনন্দত উৎফুল্ল, আৰু কথাৰ মহলা মৰা এই তিৰোতাজনীয়ে পাৰ্ভাছৰ চাৰিওফালে ঘূৰি ফুৰিলে।

গাড়ীত উঠি আলিবাটেদি গৈ থাকোঁতে যোৱা চাৰি সপ্তাহে তেওঁ উদ্ভাৱনা কৰা ধুনীয়া ধুনীয়া পৰিকল্পনাৰ কথা কৈ গ'ল। চাৰি সপ্তাহ লগাই নাই; চাৰি দিন মানৰ ভিতৰতে চেলিনাই বুজিছিল যে তেওঁ বিয়া কৰোঁতা বহল বুকুৰ পুৰুষজন সাধু, সৰল, আৰু দয়ালু; কিন্তু নিজৰ উদ্ভাৱনা

শক্তি সমূলি নাই। আদাম উমছ্‌ৰ হলত খাদ্যৰ খৰাহিটোৰ কাৰণে নীলামত ডাক কৰোঁতে দেখুৱা সাহসৰ কথা সোঁৱৰণ কৰি মাজে মাজে চেলিনা আচৰিত হৈছিল। আজি সেইটো অসম্ভৱ যেন লাগে। ডিজঙে অৱশ্যে ঘনাই এই ঘটনাটোৰ কথা উল্লেখ কৰিছিল, আৰু কুকুৰটোৰ দৰে মূৰটো জোকাৰি বিজয়ী পুৰুষৰ সন্তোষৰ হাঁহি মাৰিছিল। কিন্তু সেয়ে হলেও মূলতঃ তেওঁ বুদ্ধিহীন মানুহ আছিল। চেলিনাৰ হলে প্ৰতিযোগিতাৰ আৰু দুঃসাহসিকতাৰ ভাব পূৰা মাত্ৰাই আছিল। এইবোৰ কথা ডিজঙে ভালদৰে সুবুজিছিল। চেলিনাৰ ভিতৰৰ শিখাৰ কথা ভাবি ডিজঙে অশান্তি আৰু গৰ্ব দুয়োটাই অনুভৱ কৰিছিল।

সকলো তৰুণী পত্নীৰ দৰে চেলিনাই তেওঁৰ স্বামীক কৰতলগত কৰিবলৈ লাগি গ'ল ডিজং আছিল—গুৱনি, বলী, নম্ৰ, মন্থৰ সংৰক্ষণশীল বিমৰ্ষ। চেলিনাই তেওঁক কৰিব –চোকা, সাহসী, কৃতকাৰ্য্য, উৎসাহী। হলষ্টেদ আলিবাটেৰে গৈ থাকোঁতে চেলিনাই তেওঁৰ আদৰ্শৰ কথাকেইটা সাধাৰণভাৱে প্ৰকাশ কৰিলে।

“পাৰ্ভাছ আমি ঘৰটো অক্টোবৰত ৰং দিবই লাগিব। তেতিয়া বৰ্ষাৰ কামো শেষ হ'ব আৰু শীতো নপৰিব। বগা ৰঙৰ দাঁতিত সেউজীয়া ৰেখা দিলে ভাল হ'ব। বগা ৰং অৱশ্যে বৰ কাৰ্য্যকৰী নহয়। অথবা সেউজীয়া ৰং দি গাঢ় সেউজীয়াৰ ৰেখা দাঁতিত দিয়া ভাল হ'ব হোলিহক ফুলৰ পটভূমি হিচাবে এইটো ৰজিতা থাব। (ৰোল্‌ফ আৰু তেওঁ লগলাগি ৰোৱা ফুলবোৰ ডাঙৰ হোৱাৰ কোনো লক্ষণ নাই।) তাৰ পাচত সেই ৰেষ্ট চিক্মটিন। আমি এইটোৰ নলা কাটিম”

“তাত নলা কটা টান নহ'ব নে? মাটি তেনেই বোকা টান মাটি সমূলি নাই।”

চেলিনাৰ উত্তৰ আছে। “মই জানো। তাত টাইলৰ নলা ব্যৱহাৰ কৰিব লাগিব। এই ৰেষ্ট চিক্ম্‌টিনত পচা শাক-পাচলি ভৰি আছে। এইবোৰ আঁতৰ কৰিব লাগিব। তাৰ পাচত তাত পটাছ আৰু ফস্ফোৰিক এচিদ দিব লাগিব।”

ডিজঙে অন্তৰ খুলি হাঁহিলে। চেলিনাৰ খঙে চুলিৰ আগ পালেগৈ। ডিজঙে প্ৰকাণ্ড মুগা বৰণীয়া হাত এখন চেলিনাৰ গালত দি সহানুভূতিৰ ভাবত নম্ৰভাৱে টিপি দিলে।

"নিদিবা।" এই বুলি কৈ চেলিনাই মূৰটো আঁতৰ কৰি নিলে। এই প্ৰথমবাৰৰ কাৰণে চেলিনাই ডিজঙৰ সমাদৰত খং খালে।

পাৰ্ভাছে পুনৰায় হাঁহিলে। "পিচে স্কুলৰ মাষ্টৰণী এতিয়া কৃষকৰ পত্নী, হয়, নহয় নে? মই পণ কৰি ক'ব পাৰোঁ, মোৰ গৃহিণীয়ে খেতিৰ কথা যিমান জানে বিধৱা পাৰ্লেনবাৰ্গেও সিমান নাজানে। এই যে পটাছ, এচিদ ইত্যাদিৰ কথা ক'লা, এইবোৰ কথা তুমি ক'ৰপৰা শিকিলা, লিনা?" ডিজঙে আকৌ হাঁহি উঠিল।

"কিতাপৰপৰা, চিকা ৰপৰা অনাইছিলোঁ।"

"কিতাপত পঢ়ি। কিতাপত পঢ়ি খেতিৰ কথা শিকিছা?"

"অ' তো! যিজন মানুহে কিতাপখন লেখিছে তেওঁ হাইপ্ৰেইৰিৰ সবাতোকৈ বেছি কথা জানে। তেওঁ নতুন পদ্ধতি জানে। তুমি পূৰ্ব পুৰুষৰ পদ্ধতিমতে খেতি কৰি আছা।"

"যি মোৰ পিতাৰ কাৰণে ভাল, মোৰ কাৰণেও ভাল।"

"সি নহয়, সি নহয়। কিতাপত লিখা আছে কোমল মাটি বন্ধাকবি, মটৰ আৰু উৰহিৰ কাৰণে ভাল। কেনেকৈ আৰু কিয়, এইটো কিতাপ-খনত বুজাই দিয়া আছে।" ডিজঙৰ মন্থৰ গতিক ক্ষিপ্ৰ কৰিবৰ নিমিত্তে পখিলাটোৰ দৰে কৈ চেলিনাই তেওঁক ব্যতিব্যস্ত কৰিবলৈ ধৰিলে।

এবাৰ আৰম্ভ কৰিলে যেতিয়া চেলিনাই বহলাই কৈ গ'ল -"বজাৰলৈ গাড়ী টানিবলৈ আমাক দুটা ঘোঁৰা লাগিব। ইয়াৰ দ্বাৰা সময় বচাব পৰা যাব। দুটা ঘোঁৰা আৰু সেউজীয়া ৰঙা বৰণৰ নতুন গাড়ী এখন। ঠিক ক্লাচ পুলৰ খনৰ দৰে।"

পাৰ্ভাছ ডিজঙে গাড়ী চলাই গৈ থাকিল। তেওঁৰ চকু গাড়ীৰ ঘোঁৰাৰ কাণ দুখনৰ মাজেদি আলিবাটৰ ওপৰত। হলষ্টৈদ আলিবাটেদি প্ৰথমবাৰ ক্লাচ পুলৰ লগত যাওঁতে চেলিনাই ঠিক এনে দৃশ্য এটাকেই দেখিছিল আৰু উন্মাদনা অনুভৱ কৰিছিল।

ডিজঙে মাথোন ক'লে, "শুনিবলৈ ভাল, শুনিবলৈ ভাল।"

"ই মাত্ৰ কথা নহয়, ই এটা পৰিকল্পনা। পৰিকল্পনা কৰিহে কাম কৰিব লাগে।"

"শুনিবলৈ ভাল, শুনিবলৈ ভাল।"

"অ' "— চেলিনাই নিজৰ আঁঠুত এটা ভুকু মাৰি ক'লে।

এইদৰে তেওঁলোক দুয়ো প্ৰায় মত বিৰোধত উপনীত হ'ল। ইয়াতকৈ বেচি কাজিয়া তেওঁলোকৰ মাজত হোৱা নাই। দেখাত পাৰ্ভাছৰ যুক্তিয়েই বৰ্তিল। কিয়নো দুই বছৰ পাচতো ৰেষ্ট চিক্স্‌টিন বোলা মাটিডৰা জলাহ, বোকা আৰু অনুৰ্বৰ হৈয়ে থাকিল। ঘৰটোও জৰাজীৰ্ণ আৰু ৰং শূন্য হৈ ৰ'ল। সমুখত আলিবাটৰ কাষত উইলোৰ ঘন জঙ্গলো থাকিল।

সেই ৰাতি তেওঁলোক দুয়ো পঁচিশ চেণ্ট ভাৰাৰ কোঠালীত শুলে। পাৰ্ভাছক শোৱা বুলি কলেহে শুদ্ধ হয়। কাৰণ, তিৰোতা গৰাকীয়ে চহৰৰ শব্দ, আৰু হাই-উৰুমিবোৰ আচহুৱা যেন পালে। তেওঁ খিৰিকীখনৰ পিনে চাই চাই থাকোঁতে ৰাতি পুৱাল। বোধহয় তেওঁৰ অন্তৰে অলপ কান্দিলে পাচদিনা ৰাতিপুৱা পাৰ্ভাছে লক্ষ্য কৰাহেঁতেন দেখিলেহেঁতেন যে চেলিনাৰ চকু-মুখত প্ৰসাৰিত সংস্কাৰবোৰ সাধন কৰিবৰ নিমিত্তে দৃঢ়তা ফুটি উঠিছে। কিন্তু পাৰ্ভাছৰ লক্ষ্য কৰিব পৰা শক্তি নাছিল।

চাৰি বজাৰ আগতে পাৰ্ভাছৰে সৈতে তেওঁ উঠিল। কোঠালীটো সৰু, বতাহ চলাচল নকৰে। বেৰাত দাগ লগা সেউজীয়া ওৱাল পেপাৰ। চেয়াৰ আৰু বিচনা কাঠ ওলোৱা। কোঠালীটোৰপৰা ওলাবলৈ পাই ভাল পালে। খোৱা ঘৰৰ প্ৰথম তলাত দুয়ো কফি আৰু ৰুটি খালে। ডিজঙে ঘোঁৰাৰ আপদাল কৰিলে, চেলিনাই চাই থাকিল। ৰাতি শাক-পাচলিৰ গাড়ীখন শ শ অন্যান্য গাড়ীৰ লগতে বাহিৰত আছিল। যিজন মানুহে গাড়ীখন পহৰা দিছিল, তাকো পঁচিশ চেণ্ট পুৰস্কাৰ দিয়া হ'ল। দোকমোকালিতে বজাৰ আৰম্ভ হ'ল। কোমৰ বেঁকা কৰি বাহুক কষ্ট দি পাৰ্ভাছে যি খাদ্য শস্য উৎপন্ন কৰে তাৰ বিক্ৰীৰ পদ্ধতি দেখি অসন্তুষ্ট হ'ল। এই পদ্ধতি খামখেয়ালীপূৰ্ণ আৰু বিপজ্জনক। গাড়ীৰ চিটত বহি চেলিনাই চাই থাকিল। কিন্তু তেওঁ একো নক'লে।

বিবাহিত জীৱনৰ প্ৰথম আৰু দ্বিতীয় বছৰ চেলিনাই বাধ্য হৈ ঘৰখনৰে যত্ন ল'লে। পাৰ্ভাছে ক'লে যে অন্যান্য লোকৰ তিৰোতা আৰু জীয়াৰীৰদৰে তেওঁৰ পত্নীয়ে পথাৰত কাম কৰিব নালাগে। ঘৰত নগদ ধন প্ৰায় নাই। জানষ্টিনৰ মে', জুন, জুলাই আৰু আগষ্ট এই কেইমাহৰ দৰমহা দিয়াত পাৰ্ভাছ মস্কিলত পৰিল। জানষ্টিনে এই কেইমাহ ডিজঙৰ পথাৰত কাম কৰিছিল। ষ্টিনৰ দৰমহা খুব কম আছিল। কাৰণ তেওঁ অকৰ্মণ্য বুলি জনাজাত। প্ৰথম আৰু দ্বিতীয় বছৰত চেলিনাই বহুত কথা জানিলে। কিন্তু তেওঁ

একো নক'লে। তেওঁ ঘৰখন ঠিক-ঠাক কৰি ৰাখিলে। টান আৰু অন্তহীন কাম। কিন্তু সেইবোৰ কৰিও তেওঁ কোনো যাদু-শক্তিৰে মুখৰ চেহেৰা তেজাল আৰু পৰিষ্কাৰ কৰি ৰাখিলে। মাৰ্জি পুলৰ সাজ-পাৰ কিয় অপৰিষ্কাৰ আছিল, মুখত কিয় চিন্তা আৰু বিৰক্তিৰ ভাব, খোজ কিয় ক্ষিপ্ৰ, কেতিয়াও কিয় আহৰি নাপায় ইত্যাদি কথা এতিয়া তেওঁ বুজিলে। জুলাই মাহমান পালত, বাচনত ফুল ৰোৱা আদৰ্শ আঁতৰিল। ৰৌল্‌ফে যত্ন কৰি নৰখাহেঁতেন ফুলৰ কাৰণে তৈয়াৰ কৰা ঠাইখিনিও তদাৰকৰ অভাৱত ধ্বংস হ'লহেঁতেন।

ৰৌল্‌ফ ঘনাই তেওঁলোকৰ ঘৰলৈ আহিছিল। তেওঁ ইয়াত শান্তি আৰু নিস্তব্ধতা পাইছিল। পুলৰ ঘৰত এই সুবিধ পাবলৈ নাই। কাৰণ তাত কথাৰ খলকনি আৰু গণ্ডগোল অনবৰত আছেই। ঘৰখন ধুনীয়া কৰোঁতে চেলিনাই তেওঁৰ বেঙ্কত থকা ধনখিনি খৰচ কৰিবলৈ পাঙিছিল। তেওঁৰ দেউতাকে এৰি থৈ যোৱা চাৰিশ সাতান্নবৈ ডলাৰ বেঙ্কত আছে। বগা পৰিষ্কাৰ হীৰা এখণ্ড অৱশ্যে এতিয়াও আছে, এটা পুৰণা পেটিকোটত আঁৰি লৈছে। এদিন পাৰ্ভাছক তেওঁ হীৰাখণ্ড দেখুৱাইছিল।

"এই হীৰা খণ্ড বেচিব পাৰিলে আমি নলা আৰু খাপৰিৰ কাৰণে যথেষ্ট ধন পাম" চেলিনাই ক'লে।

পাৰ্ভাছে হীৰাখণ্ড তেওঁৰ ডাঙৰ হাতৰ তলুৱাত ল'লে আৰু জোখ অনুমান কৰিবলৈ ধৰিলে। পিচত চকু আধামেলা আধামুদা কৰি ক'লে, "ইয়াত কিমান ধন পোৱা যাব? হয়তো পঞ্চাশ ডলাৰ। মোক কিন্তু পাচশ লাগে।"

"সেই ধন মোৰ আছে—বেঙ্কত থৈছোঁ।"

"হব। হয়তো অহা বসন্ত কালত সেই কামত ধৰিব পাৰিম। বৰ্তমানে মোৰ হাতত কাম ভৰ্তি হৈ আছে।"

চেলিনাই দেখিলে এই যুক্তিত দূৰ-দৃষ্টিৰ অভাৱ। কিন্তু নতুনকৈ বিয়া কৰাই অনা তিৰোতা এজনীয়ে নিজৰ কথা টিকোৱা টান। প্ৰেমো আছে। তদুপৰি ফাৰ্মৰ কথা ভালদৰে নাজানে।

বগা ৰঙৰ টিন আৰু বুৰুজ অৱশ্যে আছিল। কেইবা সপ্তাহলৈকে ডিজঙৰ ঘৰত ৰহা, আউজা, কিম্বা খোজ কঢ়া টান হ'ল। তৎক্ষণাত চেলিনাৰ সতৰ্কসূচক চিঞৰ শুনা যায়। পাৰ্ভাছে হাক নিদিয়াহেঁতেন, তেওঁ

ঘৰটোৰ বাহিৰত ৰং লগোৱাত লাগিলহেঁতেন। তেওঁ নতুন, ধুনীয়া পৰ্দা আঁৰি দিলে। বৈঠকখানাৰ বিচনা আৰু চকীবোৰতো ঢাক-কাপোৰ দি সেইবোৰৰ কুৎসিত চেহেৰা গুচালে। "ঘৰ আৰু বাগিচা" নামৰ এখন আলোচনীও ল'লে। ৰৌল্‌ফ আৰু তেওঁ, দুয়ো লগ লাগি এই চমৎকাৰ আলোচনীখন পঢ়ে। ঘৰ, কম্পাউণ্ড, বাগিচা, বৈঠকখানা—এইবোৰ কেনেকৈ সজালে ধুনীয়া হয় কেনেকৈ কি কৰিব লাগে ইত্যাদি বিষয়ৰ প্ৰবন্ধবোৰ দুয়ো পঢ়ে আৰু মতামতবোৰ সমৰ্থন বা সমালোচনা কৰে। চেলিনাই ইংৰাজী আৰু ইটালীয় ধৰণ—এই দুটাৰ ভিতৰত মন ঠিক কৰিব পৰা নাছিল। ইংৰাজী ধৰণৰ পঁজা ঘৰত থাকে - কাঠৰ পৰ্টিকো, বেই খিৰিকী ইত্যাদি আৰু ইটালীয় ধৰণৰ ভিলাত থাকে এখন বহল 'টেৰেছ'। এই টেৰেছৰ ওপৰত বগা ওলমি পৰা সাজ-পাৰ আৰু ৰুছীয় কুকুৰ লগত লৈ চেলিনাই বিচৰণ কৰিব। হাইপ্ৰেইৰিৰ মানুহে যদি চিৰকাল ছোৱালী হৈ থাকিব খোজা এই তিৰোতা গৰাকী আৰু কেতিয়াও প্ৰকৃততে শিশু-প্ৰকৃতি নথকা এই ল ৰাজনৰ মাজৰ এই ধৰণৰ কথোপকথন শুনিলেহেঁতেন, তেন্তে তেওঁলোক নিশ্চয় আচৰিত হ'লহেঁতেন। কিন্তু হাইপ্ৰেইৰিৰ মানুহে এই কথোপকথন নুশুনিলে। শুনিলেও নুবুজিলেহেঁতেন। চেলিনাই অন্য এটা অদ্ভুত কাম কৰিলে। ৰৌল্‌ফে হাতেৰে কাটি তৈয়াৰ কৰি দিয়া ওক কাঠৰ বাকচটো এনে ঠাইত থ'লে যাতে তেওঁৰ ল'ৰাই ৰাতিপুৱা চকু মেলিয়েই সেইটো দেখে। এই বাকচটোৱেই তেওঁৰ ঘৰত আটাইতকৈ ধুনীয়া বস্তু।

তেওঁৰ ঘৰত পুৰণা ধুনীয়া ৰঙৰ কেইখনমান ডাচ বাচন-বৰ্তনো আছিল। এই বাচনখিনি পাৰ্ভাছে মাকৰপৰা পাইছিল আৰু মাকে তেওঁৰ মাকৰপৰা পাইছিল। প্ৰত্যেক ৰবিবাৰে ৰাতিৰ আহাৰৰ সময়ত চেলিনাই এই বৰ্তন ব্যৱহাৰ কৰিছিল। অৱশ্যে পাৰ্ভাছে ইয়াত প্ৰতিবাদ কৰিছিল। এইবোৰৰ এটা ধুনীয়া কাপতে ডাৰ্কে গাখীৰ খোৱাটো তেওঁ পছন্দ কৰিছিল। পাৰ্ভাছে এইটোক বলিয়ালি বুলি অভিহিত কৰিছিল।

চেলিনাই প্ৰতিদিনে চাৰি বজাতে উঠিছিল। তেওঁ সাজ-পাৰ পিন্ধোতে খুব কম সময় লাগিছিল আৰু শৰীৰটো আবৃত হ'লেই সন্তুষ্ট হৈছিল। পাৰ্ভাছ আৰু জান গোহালিৰপৰা আহি পালেই পুৱাৰ আহাৰ সাজু থকা পাব লাগিব। ঘৰ চাফ্ কৰিব লাগে, কুকুৰা পোৱালীক পালন কৰিব লাগে, কাপোৰ চিলাই কৰিব লাগে, বাচন-বৰ্তন, কানি-কাপোৰ ধুব লাগে,

কাপোৰ ইস্তিৰি কৰিব লাগে, পাক কৰিব লাগে। কম আয়াসতে আৰু সময়তে এইবোৰ কাম কেনেকৈ কৰিব পাৰি তাৰ উপায় উদ্ভাৱনা কৰিলে। তেওঁ পৰিষ্কাৰকৈ দেখিলে যে দূৰদৰ্শিতা আৰু কল্পনাৰ অভাৱত আৰু মূৰ্খামিৰ প্ৰকোপত ফাৰ্মখন ভালদৰে পৰিচালিত হব পৰা নাই। মূৰ্খামি বুলিবলৈ তেওঁ ভয় কৰা নাই। এই ডাঙৰ, দয়ালু, বোকা কষ্ট-সহিষ্ণু ল'ৰাটোক স্বামী হিচাবে পাইছে আৰু চেলিনাই তেওঁক ভাল পায়। কিন্তু ভালপোৱাৰ কুঁৱলীৰ মাজেদিও তেওঁ এওঁক যিমান পৰিষ্কাৰকৈ বুজি পালে তাত আচৰিত হ'ব লাগে। ফাৰ্মৰ কাম, শাক-পাচলিৰ খেতি, বজাৰ - এই-বিলাকৰ কথা তেওঁ যিদৰে আয়ত্বাধীন কৰিলে তাক সৰ্বজানৰ বাহিৰে অইনে নোৱাৰে। দেখি আৰু শুনি তেওঁ মাটি, খেতি, বতৰ বজাৰ ইত্যাদিৰ বিষয়ে সকলো কথা আয়ত্ব কৰি ল'লে। দিন ৰাতি সকলো সময়তে, আৰু ঘৰ-পথাৰ সকলো ঠাইতে, অন্য একোৰে কথা নাই। পঁচিশ একৰৰ এই মাটি ডৰাত ডাঙৰ ডাঙৰ ফাৰ্মবিলাকৰ মৰ্য্যাদা নাই। আইওৱা ইলিনইছ আৰু কানচাছত খাদ্য-শস্যৰ প্ৰকাণ্ড প্ৰকাণ্ড ফাৰ্ম আছে। যৱধান, গোমধান, ৰাই, আল্‌ফাল্‌ফা, বাৰ্লি ইত্যাদি শস্যৰ পথাৰবোৰে দিগন্তলৈ বিয়পি থাকে আৰু সেই শস্যৰ ওপৰত বতাহ মেলিলে ঢৌ খেলি যায়। এইবোৰ হ'ল বিৰাট আৰু গাম্ভীৰ্য্যপূৰ্ণ ফাৰ্ম। কিন্তু ডিজঙৰ পথাৰ নিচেই সৰু। এই ঠাইত সকলো খেতি সৰু ধৰণে কৰা হয়।

এই বিধৰ এক একৰ, সেই বিধৰ দুই একৰ, কেই কুৰিমান মুৰগী, এটা গাই, এটা ঘোঁৰা, দুটা গাহৰি। ইয়াত খেতিয়কৰ জীৱনৰ সকলো দুখ-কষ্ট-নিকাৰ আছে; কিন্তু প্ৰাচুৰ্য্য, জাকজমকতা কিম্বা বিশালতা নাই। চেলিনাই অনুভৱ কৰিলে যে প্ৰত্যেক ইঞ্চি মাটিৰেপৰা সৰ্বাধিক উৎপাদন কৰিব লাগিছিল। অথচ, 'ৰেষ্ট চিক্সটিন' বোলা মাটিডৰা এনেয়ে পৰি আছে—বছৰটোৰ বেছি ভাগ সময়ে অকামিলা হৈ থাকে; কেতিয়াও নিৰ্ভৰ কৰিব নোৱাৰি। নলা খান্দিবৰ আৰু উৰ্বৰ কৰিবৰ নিমিত্তে নগদ ধন নাই। ওচৰত উৰ্বৰ মাটি কিনিবলৈকেও ধন নাই। কম মাটিত অধিক উৎপাদন বা আতিশয্য উৎপাদন বোলা কথাটো তেওঁ নাজানিছিল কিন্তু তেওঁৰ লক্ষ্য সেইটোৱে আছিল। প্ৰকাণ্ড সৰোবৰ এলেকাৰ বিশ্বাসঘাটক জলবায়ুৰ কবলৰপৰা খেতিয়কক ৰক্ষা কৰিবৰ নিমিত্তে কৃত্ৰিম ব্যৱস্থা পাৰ্ভাছৰ পৰিকল্পনাত নাছিল। কেতিয়াবা বৰ গৰম। পথাৰত মাটিৰ তলৰপৰা

অগণন গছ-বন-পাত, শাক-পাচলি, শস্য কোনো এক শক্তিৰ প্ৰভাৱত যেন ওপৰলৈ ওলাই ওফন্দি আহিছে। তাৰ পাচতে কোনো আগজাননী নোহোৱাকৈয়ে মিচিগান সৰোবৰৰ পিনৰ বৰফৰদৰে ঠাণ্ডা বতাহ বলে আৰু শস্যৰ কোমল আগ-পাতবোৰ কাটি নিয়ে, যেন কোনো প্ৰেতশক্তিয়ে সেইবোৰ মৰিমূৰ কৰি পেলাইছে। এইবোৰক ৰক্ষা কৰিবৰ বিজ্ঞান সম্মত কোনো আহিলা-পাতি তাত নাই।

এইবোৰ চেলিনাই দেখিলে, কিন্তু পৰিষ্কাৰকৈ নহয়। তেওঁ ঘৰৰ কাম-বন কৰি থাকিল—কেতিয়াবা তন্দ্ৰাভাবত, কেতিয়াবা শান্তিৰে। স্বাস্থ্যৰ অৱস্থাই মনৰ অৱস্থা পৰিচালিত কৰিলে। শৰৎকালত যেতিয়া বতৰ অলপ ঠাণ্ডা হ'ল, তেতিয়া পাৰ্ভাছ আৰু জানে পথাৰত সেই নিশা বজাৰলৈ লৈ যাবলৈ বুলি শাক-পাচলি থুপুৰিয়াই থকা অৱস্থাত তেওঁলোকৰ কাম চাবলৈ বুলি চেলিনা সেইফালে গৈছিল। তেওঁ গৈ তাত থিয় হয়, হাতত চিলাইৰ কাম থাকে। বতাহে তেওঁৰ চুলি আউল বাউল কৰি দিয়ে আৰু স্কাৰ্টত কোবাই দিয়ে। তেওঁৰ মুখ এতিয়া আৰু শেঁতা নহয়। সূৰ্য্যমুখী ফুলৰ দৰে মুখখন আবেলিৰ সূৰ্য্যৰ পিনে অলপ হ'লা। কেতিয়াবা তেওঁ খালি বস্তাৰ দমৰ ওপৰতে বহে। অন্য সময়ত বস্তু নিয়া কাঠৰ বাকচৰ ওপৰতো বহে। হাতত চিলাইৰ কাম থাকেই। এই সময়ত তেওঁ বৰ সুখ আৰু শান্তি পাইছিল। মাত্ৰ পাৰ্ভাছৰ নীলা কাম কৰা চাৰ্টটোৰ পিঠিত ক'লা দাগটো দেখি তেওঁ মনত বেজাৰ পাইছিল। ঘামতে এই দাগটো লাগিছে।

শৰৎকালত এদিন আবেলি চেলিনা এইদৰে ওলাই আহিছে। সেই-দিনা তেওঁ মনত বৰ সুখ আৰু উৎসাহ অনুভৱ কৰিছে। ৰোল্‌ফে অলপ আহৰি সময় উলিয়াই চেলিনাক ফুল ৰোৱাত সহায় কৰিছে। এই ফুল গছত জোবা-ফুল লাগে। পাৰ্ভাছে চিকাগোৰপৰা এই গছ আনিছিল। ৰোল্‌ফে দ আৰু বহলকৈ গাঁত খান্দি তাত গোবৰৰ সাৰ দি দিলে। ঘৰৰ সমুখৰপৰা দুইফালে দুশাৰীকৈ এই ফুলৰ গছ ৰোৱা হ'ল। চেলিনাই কল্পনাৰ সহায়েৰে দেখিছে বসন্তকালত দুইফালে দুশাৰী ফুলন্ত ফুলৰ গছ বাঢ়ি আহিছে। এতিয়া ৰোল্‌ফে, পাৰ্ভাছ আৰু জানৰ মূলা আৰু পালং খেতিত সহায় কৰিছে। আবেলিৰ সূৰ্য্যৰ পোহৰ আৰু উত্তাপ মনোমোহা হৈ উঠিছে। ঠায়ে ঠায়ে শস্য উঠোৱাৰ ফলত ক'লা মাটি ওলাইছে। উঠোৱা

শস্য ৰছীৰে মুঠা কৰি বান্ধি থৰাহিত ভৰাবলৈ সাজু কৰা হৈছে। ক'লা মাটিত মূলাৰ ৰঙা শিপাবোৰ দেখি চেলিনাৰ মনত আনন্দ লাগিল।

"ৰত্ন, পাৰ্ভাছ, ৰত্ন; ক'লা নিগ্ৰোৰ কাণত ৰত্নৰ অলঙ্কাৰ।"

ওপৰলৈ চাই পাৰ্ভাছে সুধিলে "কি?" তেওঁৰ চকুত অমায়িকতা, কিন্তু চেলিনাৰ কথা তেওঁ বুজা নাই। ৰৌল্‌ফে হাঁহিলে চেলিনাই ল'ৰাটোক তেওঁৰ কিতাপখন দি আহিছিল। হঠাতে চেলিনাই হালি ৰছীৰে বন্ধা ৰঙা আৰু সেউজীয়া মুঠা এটা তুলি ল'লে। এই মুঠাটোত এটা হেয়াৰপিন লগাই তেওঁ হাঁহি হাঁহি কাণৰ কাষেদি মূৰত পিন্ধিলে। নিতান্ত শিশুৰ দৰে কাম। কিন্তু চেলিনাৰ চুলিত মুঠাটো এটা ডাঙৰ ৰঙা ফুলৰ দৰে শোভা কৰিলে। ৰ'দত তেওঁৰ মুখ উজ্জ্বল হৈ উঠিছে। বতাহত তেওঁৰ চুলি উৰিছে আৰু খোপা ঢিলা হৈছে। চোলাটো গলৰ পিনে মেল খাইছে। তেওঁৰ গা ধৰিছে, বুকু উঠন হৈছে। কাৰণ তেতিয়া তেওঁৰ উদৰত থকা সন্তানৰ চাৰিমাহ। মুখত তেওঁৰ হাঁহি। ৰৌল্‌ফে অলপ চিঞৰৰ মাৰিলত পাৰ্ভাছ আৰু জানে সেইফালে চালে। হাত দুখন ওপৰলৈ কৰি চেলিনাই লয়লাসে এখোজ আগবাঢ়িল। পৰিষ্কাৰ আকাশ, সূৰ্য্য মনোমোহা। পথাৰৰ মাজত চেলিনাক এজনী অপ্সৰা যেন লাগিল। জানষ্টেনে কপালৰ-পৰা ঘামৰ টোপাল মচিলে। তেওঁৰ চকুত দীপ্তি।

ৰৌল্‌ফে চিঞৰি ক'লে, "আপুনি-বৈঠকখানাত থকা কেলেণ্ডাৰখনৰ দৰে।" পুলৰ ফাৰ্মৰ ঘৰত থকা এই ছবিখনত ছোৱালী এজনীক চুলিত চেৰি দেখুৱাই আঁকা আছে। কম দামী হ'লেও ছবিখন উজ্জ্বল আৰু মনোমোহা। পাৰ্ভাছ ডিজঙৰ খঙে চুলিৰ আগ পালে। সহজে তেওঁৰ খং উঠে। পুলৰ ৰান্ধনি ঘৰত দেখা দিনৰেপৰা বেইবামাহো ডিজঙৰ চকুত নীলা জ্যোতি দেখা নাছিল। সেই জ্যোতি আজিৰ সূৰ্য্যটোৰ দৰে উজ্জ্বল আৰু উত্তপ্ত আছিল। আজিৰ জ্যোতি কিন্তু বৰফৰদৰে ঠাণ্ডা।

"চুলিৰপৰা সেইবোৰ সোলোকাই পেলোৱা। লাজ নালাগেনে?" তেওঁ চোঁ মাৰি চেলিনাৰ ওচৰলৈ গ'ল আৰু চুলিৰপৰা সেইবোৰ সোলোকাই আনি ভৰিৰে গছকি বোকাত পুতি দিলে। ইয়াকে কৰোঁতে চেলিনাৰ দীঘল চুলি একোচা ওলমি কান্ধৰ ওপৰত পৰিল। চেলিনাৰ মুখ শেঁতা পৰিল। আশ্চৰ্য্যৰ ভাবত তেওঁ ডিজঙৰ ফালে চাই ৰ'ল।

সংকীৰ্ণ মনৰ মানুহে মানুহৰ কোৱা-মেলাকে ভয় কৰে। ডিজঙৰ খঙৰ

কাৰণ এয়ে। তিজঙে জানে যে তেওঁৰ কাম কৰা মানুহজনে হাইপ্ৰেইৰিৰ চাৰিওফালে তেওঁৰ ঘৈণীয়েকে চুলিত ৰঙা মূলাৰ মুঠা পিন্ধি চৰিত্ৰহীন তিৰোতাৰদৰে পথাৰত নাচি-বাগি ফুৰিছে বুলি কৈ ফুৰিব।

চেলিনাই মুখ ঘূৰালে। তেওঁ ঘৰলৈ উভতি গ'ল। এইটোৱেই তেওঁলোক দুজনৰ ভিতৰত প্ৰথম ডাঙৰ কাজিয়া। কেইবাদিনলৈ চেলিনা ক্ষুণ্ণ, লজ্জিত আৰু চিন্তাযুক্ত হৈ থাকিল। পাচত অৱশ্যে দুয়োৰো মিল হ'ল। পাৰ্ভাছ শৰণাপন্ন হ'ল। কিন্তু সেয়ে হ'লেও সেই দিনাৰপৰা কিবা এটা বালিকা-সুলভভাৱে তেওঁৰপৰা বিদায় ল'লে।

সেই শীতকালত চেলিনা প্ৰায়েই জঘন্য ৰকমে অকলশৰীয়া হৈ থাকিল। সঙ্গপ্ৰিয়তাক তেওঁ কেতিয়াও পৰিত্যাগ কৰিব পৰা নাই। তেওঁ ধেমালি প্ৰিয় আৰু সঙ্গীকামী প্ৰকৃতিৰ আছিল। কিন্তু ভাগ্যই আনি তেওঁক ইলিনইছৰ প্ৰেইৰিত থকা বৰফাবৃত ফাৰ্ম ঘৰ এটাত আবদ্ধ কৰি ৰাখিলে। তেওঁৰ স্বামী হিচাবে পোৱা পুৰুষজনে কথা-বতৰা পতাটো এটা আমোদজনক বস্তু বুলি নধৰে, দৰ্কাৰ হলেহে কথা পাতে। ফাৰ্মৰ জীৱনৰ কদাকাৰ ফালটোৰ বহুত কথা তেওঁ সেই শীতকালতে বুজিব পাৰিলে। পুলইতক আজিকালি তেওঁ দেখা নাপায়। নিজৰ ঘৰৰ পৰিধিৰ বাহিৰৰ লোকজন কাকো তেওঁ লগ নাপায়। সমুখৰ বৈঠকখানাৰ কোঠালীটো বৰ বেছি ঠাণ্ডা, কিন্তু মাজে সময়ে গাত শ্বালখন মেৰিয়াই তেওঁ আহি তাতে বহে আৰু অত্যন্ত ঠাণ্ডা হলেও খিৰিকীৰে চাই আলিবাটেদি যোৱা গাড়ী বা মানুহ দুই এজন দেখে।

তেওঁ নিজক পুতৌ কৰা নাছিল নাইবা এই কাৰ্য্যৰ কাৰণে অনুতাপ কৰাও নাছিল। গৰ্ভবতী তিৰোতা হিচাবে তেওঁ স্বাস্থ্যৰ অৱস্থা বৰ ভালেই পালে। পাৰ্ভাছেও মৰম কৰে আৰু আলফুলকৈ কথা কয়, অৱশ্যে সকলো সময়তে চেলিনাক বুজি নাপায়। ঘৰ-দুৱাৰৰ সাধাৰণ সৌন্দৰ্য্য আৰু শোভা ৰক্ষা কৰাত তেওঁ পৰাঙ্মুখ নহ'ল। উজ্জ্বল ফিটা, নতুন আৰু ক'লাৰ পিন্ধি পাৰ্ভাছৰ আগত ওলালে, পাৰ্ভাছৰ চকু উজ্জ্বল হৈ উঠে। পাৰ্ভাছে মুখেৰে একো নক'লেও চেলিনাৰ মনত ভাল লাগে। পুলৰ ঘৰলৈ ডেৰ মাইল দূৰ। বাটো পিচল। এবাৰ কি দুবাৰ তেওঁ সেইখিনি বাট খোজ কাঢ়ি পুলৰ ঘৰলৈ গৈছিল। মাজিৰ লগত বাৰ্ডনি ঘৰৰ কোলাহলপূৰ্ণ মজিয়াত বহি শান্তিও পাইছিল। তেওঁৰ মনত আচৰিত যেন লাগিল যে

এবছৰমান আগতে জীৱনৰ দুঃসাহসিক অভিযান বিচাৰি আহি এই বান্ধনি ঘৰটোতে তেওঁ পোনতে প্ৰবেশ কৰিছিল। তেতিয়া তেওঁৰ গাত ধুনীয়া ভদ্ৰমহিলাৰ সাজ-পাৰ আৰু চাদৰ আছিল। যদিও গাত শীত লাগিছিল, তথাপি মনত আগ্ৰহ। আশ্চৰ্য্য, অসুখ, বিপৰ্য্যয়—যি কোনোৰ কাৰণে তেওঁ প্ৰস্তুত আছিল। আৰু আজি তেওঁ সেই বান্ধনি ঘৰটোতে বহিছেহি। এতিয়া তেওঁ মিচেছ পাৰ্ভাছ ডিজং—এজন পথাৰত খেতি কৰা লোকৰ স্ত্ৰী। সোনকালে সন্তানৰ মাক হ'ব। দুঃসাহসিক অভিযানৰ কি হ'ল? জীৱনেই বা ক'ত? দেউতাকে মনত সুমাই দি যোৱা অনিশ্চিত ঘটনাৰ প্ৰতি থকা প্ৰেমেই বা ক'ত?

ডাৰ্কৰ জন্মৰ পাচৰ দুটা বছৰ চেলিনাৰ মনত অবাস্তৱ যেন লাগিল। ঠিক যেন সুখ আৰু আতঙ্ক সাঙোৰ খাই থকা সপোনৰ দৰে। ল'ৰাটো শকত আৱত, স্বাস্থ্যবান আৰু টান। চেলিনাই যি ঠাইতে থয় তাতে খেলা-ধূলা কৰি থাকে। তাৰ বাহিৰৰ ফালটো বাপেকৰ দৰে সোণ বৰণীয়া, আৰু মনটো মাকৰদৰে স্বচ্ছ, বাচাল। দুবছৰ বয়সত ল'ৰাটোৰ শৰীৰ হৃষ্ট-পুষ্ট, বুদ্ধি স্বাভাৱিক আৰু মন খুহুতীয়া ভাবপ্ৰধান হ'ল। সি প্ৰায় নাকান্দেই।

ল'ৰাটোৰ এবছৰ বয়সত চেলিনাৰ দ্বিতীয় সন্তান জন্মিল। এইটো গৰ্ভতে মৰা ছোৱালী আছিল। এই দুই বছৰৰ ভিতৰত পাৰ্ভাছে দুবাৰো তেওঁৰ তথা-কথিত বাত বেমাৰত আক্ৰান্ত হ'ল। বসন্তকালৰ আগতীয়া খেতিৰ সম্পৰ্কত বহুত সময়ত আঁঠু পৰ্য্যন্ত দ পানীত থিয় হৈ থাকিবলগীয়া হোৱাৰ পাচতে এই অসুখ হয়। তেওঁ বৰ কষ্ট পায়। এই অসুখৰ সময়ত তেওঁ হালৰ বলধৰ দৰে শান্ত হৈ পৰে। হাইপ্ৰেইৰিৰ বেছি ভাগ মানুহকে বাত বেমাৰে কিয় বেঁকা আৰু কেঁকোৰা কৰি পেলাইছে, আৰু ডাচ ৰিফৰ্মদ্ চাৰ্চৰ ৰবিবৰীয়া জনসমাবেশটো খৰ্ব আৰু বেমাৰীয়ে আহি ভৰ্তি হোৱা তীৰ্থস্থান যেন কিয় হয় চেলিনাই বুজি পালে।

দুৰ্দশাগ্ৰস্থ পৰিয়ালৰ প্ৰতি হাইপ্ৰেইৰিৰ লোকসকল সদয়। তিৰোতা-বিলাকে খাদ্য-বস্তু পঠাই দিয়ে। পুৰুষবোৰে পথাৰৰ কামত সহায় কৰে। নিজৰ কাম খতি কৰি হ'লেও তেওঁলোকে বিপন্ন লোকক সাহায্য দিয়ে। ডিজঙৰ ঘৰৰ সমুখত সঘনে বিধৱা পাৰ্লেনবাৰ্গৰ গাড়ী দেখা পোৱা গ'ল। এইজনী মহিলা এতিয়াও বিধৱা হৈয়ে আছে। তেওঁ নিজৰ ভেমো পৰিত্যাগ

কৰা নাই। তেওঁ মুৰগীৰ জেলি, পিঠা ইত্যাদি লৈ আহে। চেলিনাই কিন্তু সেইবোৰ একেবাৰে নোচোৱে। মহিলা গৰাকী দয়ালু আছিল। আনৰ বিপদ হ'লে তেওঁৰ আনন্দৰ সীমা নাই। কাৰোবাৰ বিপদ বা বেমাৰৰ সংবাদ পালেই ততালিকে চুকহা লৈ তালৈকে যায়। নিজৰ চকুৰ আগতে নিজৰ সাহায্যৰে আন মানুহৰ উপকাৰ হোৱা চাবলৈ আগ্ৰহান্বিত ধৰণৰ মহিলা তেওঁ। তেওঁ অনা চুকহা তেওঁৰ সমুখতে বেমাৰীয়ে খোৱাটোকে তেওঁ কামনা কৰে।

"গোটেইখিনি খাই পেলোৱা"—তেওঁ কয়। "গৰম থাকোঁতে এতিয়াই খাই পেলোৱা। তোমাৰ চেহেৰা ভালৰ ফালে আহিছেই। আৰু এচামোচ খোৱা।"

ডিজঙৰ বিপদত তেওঁ সন্তোষ পালে আৰু দয়া অনুভৱ কৰিলে। দ্বিতীয় সন্তানটোৰ বিপৰ্যয়ৰ পাচত চেলিনা দুৰ্বল আৰু শেঁতা হৈ আছে যদিও তেওঁ বিধৱাজনীৰ চুকহা নাখালে। চিল্কৰ সাজ-পাৰ পিন্ধা এই বিধৱাজনীয়ে চেলিনাক পুত্ৰো আৰু বিজয়ৰ চকুৰে নিৰীক্ষণ কৰিলে। চেলিনাৰ ডাঙৰ শেঁতা চকুত পিক-পৰিয়ালৰ গৰ্বৰ চকুপানী ওলাল।

"আপোনাক অশেষ ধন্যবাদ, মিচেছ পাৰ্ণেবাৰ্গ; কিন্তু মই চুকহা নাখাওঁ।"

"এটা কুকুৰা পোৱালী তেনেই সিজাই অনা হৈছে।"

"মই বিশেষকৈ কুকুৰা পোৱালীৰ চুকহা নাখাওঁ। পাৰ্ভাছেও নাখায়। মই ভাঠি জানো মিচেছ ভূৰিয়ে ইয়াক পালে আনন্দিত হ'ব।" মিচেছ ভূৰি পাৰ্ভাছৰ আগৰ ঘৰৰখীয়া। জৰুৰী কাৰণত পুনঃ এওঁক কামত লগোৱা হৈছে।

চেলিনাই তেওঁৰ মধুৰ পৰিকল্পনা স্থিৰ কৰি পেলোৱাৰ দুবছৰ পাচতো, আজিলৈ তেওঁৰ ঘৰত কিয় ৰং দিয়া হোৱা নাই এতিয়া বুজা যাব।

একে কাৰণতে, সীমাৰ বেৰা, কাঠৰ গাড়ী ইত্যাদি মেৰামতি কৰা হোৱা নাই আৰু বজাৰলৈ শাক-পাচলি কঢ়িয়াই নিয়া ঘোঁৰাও এটাই আছে।

চেলিনাৰ বিয়াৰ তিনি বছৰমানৰ পাচত এদিন জুলি হেম্পলৰপৰা এখন চিঠি আহিল। জুলিৰ বিয়া হৈ গৈছে। চিঠিখন ক্লাচপুলৰ ঠিকনাত দিয়া, জোজিনাই আনি চেলিনাক দিছেহি। মিছ ফিষ্টাৰৰ স্কুলত পঢ়া দিনৰ পাচত বহুত দিন ধৰি জুলিৰ হাতৰ আখৰ দেখা নাই যদিও আজি এই

চিঠিখনৰ আখৰ দেখিয়েই জুলিৰ মকৰাৰ জালৰ দৰে আখৰবোৰ চিনি পালে। ৰান্ধনি ঘৰৰ দুৱাৰ দলিতে বহি চেলিনাই উগুল-থুগুল মনেৰে চিঠিখন পঢ়িলে—

'মৰমৰ চেলিনা, তুমি মোৰ চিঠিৰ উত্তৰ নিদিয়াত মোৰ মন কেনেবা কেনেবা লাগিছিল। এতিয়া উপলব্ধি কৰিছোঁ মই তোমাৰ চিঠিৰ উত্তৰ নিদিয়াতো তোমাৰো নিশ্চয় এনে অৱস্থাই হৈছিল। যোৱা সপ্তাহত মই মা ৰ বস্তু-বাহানিবোৰ চাওঁতে তুমি বহুত আগতে লিখা চিঠিখন পালোঁ। মই কানচাছ চহৰত থকা সময়তে এই চিঠিখন লিখিছিলা। মা'ই এই চিঠিখন মোক দিয়া নাছিল। মই তেওঁক দোষ নিদিওঁ। ময়ো কানচাছ চহৰৰপৰাই তোমালৈ চিঠিখন লিখি মা'ক সেইখন পঠিয়াবলৈ দিছিলোঁ। কাৰণ তোমাৰ গাঁৱৰ ঠিকনাটো মোৰ মনত নাছিল।

তিনি সপ্তাহ আগতে মা'ৰ মৃত্যু হয়। যোৱা সপ্তাহত মা'ৰ বস্তু-বাহানিবোৰ চাওঁতে তোমাৰ চিঠি দুখন পালোঁ। মা'ই চিঠি দুখন ছিৰি পেলোৱা নাছিল।

চেলিনা, তুমি বোধহয় মোৰ বিয়া হৈ যোৱাটোও নাজানা। মই কানচাছ চহৰৰ মাইকেল আৰ্ণগুক বিয়া কৰালোঁ। এওঁলোকে তাত পেকিং ব্যৱসায় কৰে। মাইকেলে পিতাৰ লগত ইয়াৰ চিকাগো চহৰত ব্যৱসায় কৰে। পিতাৰ ব্যৱসায়ত সুনাম বোধহয়- শুনিছা। কচাইৰ ব্যৱসায় এৰি এই ব্যৱসায়ত ধৰাৰ পাচত কম সময়ৰ ভিতৰতে পিতাই বহুত ধন ঘটিবলৈ ধৰে। মা'ৰ মনত খুব শান্তি। মোৰ দুটা সন্তান—ইউজেনি আৰু পলাইন।

মই সমাজৰ প্ৰতিপত্তিশালী লোকৰ নিচিনা হৈ পৰিব ধৰিছোঁ। মোক দেখিলে তোমাৰ হাঁহি উঠিব। মই বিশ্ব-মেলাৰ মহিলাসকলৰ অভ্যাৰ্থনা সমিতিৰ মেম্বৰ হৈছোঁ। আমি বিদেশৰপৰা ভ্ৰমণ কৰিবলৈ অহা মহিলা-বোৰৰ অভ্যাৰ্থনা কৰিব লাগে। এইটো ধেমেলীয়া কথা নহয়নে? আশাকৰোঁ তুমি স্পেইনৰ ইনফেণ্টা ইউলেলিৰ কথা জানা। তেওঁ পটাৰ পামাৰ বলত কি কৰিছিল মনত কৰা।...... '

কাম-বনৰ চেকা লগা হাতেৰে চিঠিখন ধৰি চেলিনাই মূৰ তুলিলে আৰু দূৰলৈ চাই পঠিয়ালে। পথাৰৃত এক সীমাত আকাশ দিগন্তত মিলিত হৈছে। অন্ত ফালে তেওঁৰ সংসাৰ। স্পেইনৰ ইন্‌ফেণ্টা ইউলেলি ···· তেওঁ চিঠিখন আকৌ পঢ়িলে—

"এই মহিলা (ইউলেলি) চিকাগোৰ মেলালৈ আহিছিল। মিচেছ পোটাৰ পামাৰে তেওঁৰ সন্মানাৰ্থে এটা অভ্যৰ্থনা আৰু বলনাচৰ আয়োজন কৰিছিল। মিচেছ পামাৰ অভ্যৰ্থনা সমিতিৰ মুৰব্বী; ধুনীয়াকৈ বন্ধা বগা চুলি হীৰাৰ কলাৰ, ক'লা মখমল ইত্যাদিৰে তেওঁক ৰাজৰাণী যেন দেখি। মুৰামুৰি সময়ত ইনফেণ্টাই অভ্যৰ্থনাত উপস্থিত হ'বলৈ অমান্তি হ'ল। কাৰণ তেওঁ শুনিবলৈ পালে যে মিচেছ পামাৰ এজন সাধাৰণ-হোটেলৱালাৰ পত্নী। কথাটো চোৱা। অভ্যৰ্থনা পামাৰৰ ঘৰত আছিল।"

হাতত চিঠিখন লৈ চেলিনাই ভাবি চালে।

চেলিনাৰ বিয়াৰ তৃতীয় বছৰত পোন প্ৰথম বাৰৰ নিমিত্তে পথাৰত কাম কৰিবলৈ যায়। পাৰ্ভাছে কাতৰভাৱে প্ৰতিবাদ কৰিলে। শাক-পাচলিবোৰ নষ্ট হৈ যাব ধৰিছে যদিও তেওঁ চেলিনা পথাৰলৈ যোৱাটো পছন্দ নকৰে। "পচক; ডিজং পৰিয়ালৰ তিৰোতাই পথাৰত কাম নকৰে। হলাণ্ডত থাকোঁতেও কৰা নাছিল। মোৰ মা, বা বুঢ়ী মা কোনোৱে কৰা নাই। আমাৰ তিৰোতাৰ কাৰণে ই নহয়।"

দু বছৰ দুৰ্ভাগ্য ভোগাৰ পাচত চেলিনাৰ তেওঁৰ শৰীৰ পুনঃ হৃষ্টপুষ্ট হৈ উঠিছে। তেওঁৰ শৰীৰ তীখাৰদৰে টান যেন পালে, মনতো আশাৰ সঞ্চাৰ হ'ল। সুন্দৰ স্বাস্থ্যৰ ইয়ে প্ৰমাণ। বহুত আগৰেপৰা তেওঁ জানে যে এই সময় আহিব। গতিকে পাৰ্ভাছৰ নিষেধত তেওঁ তপৰাই উত্তৰ দিলে, "পাৰ্ভাছ, ইয়াৰ একো অৰ্থ নাই। ধোৱা-পোখলা, ইস্তিৰি কৰা, ঘৰ-দুৱাৰ মচা, জুইৰ ওচৰত থিয় হৈ গৰমত পাক কৰা এইবোৰ কামতকৈ পথাৰত কাম কৰা বেছি টান নহয়। তিৰোতাৰ কাম! ঘৰৰ কামেই সবাতোকৈ টান কাম। সেই কাৰণে পুৰুষে ঘৰৰ কাম নকৰে।"

তেওঁ বহুত সময়তে ডাৰ্কক পথাৰলৈ লৈ যায় আৰু ছাঁত থলিয়াৰ দমৰ ওপৰত বহুৱাই থয়। ডাৰ্কে কিন্তু তাৰপৰা নামি আহি ওচৰতে মাটিত গাঁত খান্দি ধেমালি কৰি থাকে। সি আনকি মাকক সহায় কৰিবলৈকেও চেষ্টা কৰে। তাৰ সৰু হাতেৰে দুই এটা গছৰ পুলি উভালিবলৈ যত্ন কৰে আৰু উভালিব পাৰিলেই উল্লাসৰ ভাবত বহি পৰে।

পাৰ্ভাছে কয়, "চোৱা, ইফালে লৰা কৃষক হ'লেই।" কিন্তু চেলিনাৰ ভিতৰত কিবা এটাই কয়, "নহয়, নহয়।"

মে', জুন আৰু জুলাই এই তিনি মাহত পাৰ্ভাছে ৰাতিপুৱাৰপৰা

ৰাতিলৈকে কাম কৰিয়েই ক্ষান্ত নহ'ল; জোনাকত নিশাও কাম কৰিলে। চেলিনাই তেওঁৰ লগতে কাম কৰে। বহুত সময়ত তেওঁলোকে তিনি বা চাৰি ঘণ্টা সময় হে শুইছিল

এইদৰে দুই, তিনি, চাৰি বছৰ গ'ল। বিয়াৰ চতুৰ্থ বছৰত সমস্ত হাইপ্রেইৰিৰ ভিতৰত তেওঁৰ একমাত্র মহিলা বন্ধু মাৰ্জি মৃত্যু মুখত পৰে। প্রসৱ বেদনাত মাৰ্জিৰ মৃত্যু হয়। শিশুটোও নাবাচিল এই অঞ্চলত ভাল ডাক্তৰৰ বন্দবস্ত নথকা হেতুকে প্রসৱ-ৰোগত বহুত তিৰোতা মৰিছে। মাৰ্জিৰ প্ৰতি মৃত্যু নিৰ্দয় হ'ল। মৰিবৰ সময়ত মাৰ্জিৰ মনত শান্তি নাছিল, শৰীৰো জীৰ্ণ-শীৰ্ণ হৈ পৰিছিল। মৰিবৰ সময়ত বহুত মানুহ তেজে ফুটোফুটো হৈ থাকে। মাৰ্জিৰ জৰা-জীৰ্ণ মৃত শৰীৰ অচল হৈ পৰি থকা দেখি চেলিনাৰ ভাব হ'ল যে ঘৰৰ বাহিৰে-ভিতৰে কৰ্মব্যস্ত এই তিৰোতাজনীয়ে পোন প্ৰথম বাৰৰ কাৰণে শান্তি লাভ কৰিলে। ঘৰ লোকে লোকাৰণ্য; চকী আনিব লাগে, ঠাই পৰিষ্কাৰ কৰিব লাগে, আহাৰ তৈয়াৰ কৰি বিলাই দিব লাগে। ইমানবিলাক কামে এসময়ত মাৰ্জিক ব্যস্ত কৰি ৰাখিছিল। অথচ, আজি শিশুটোক কাষত লৈ তেওঁ অচল হৈ শুই আছে। চেলিনাৰ মনত বৰ দুখ লাগিল। হাইপ্রেইৰিৰ অন্যান্য তিৰোতাৰ লগত বহি থাকি চেলিনাৰ এটা ভয়ঙ্কৰ অনুভূতি হ'ল—যেন মাৰ্জিয়ে হঠাতে উঠি ঘৰৰ তত্ত্বাৱধানৰ ভাৰ গ্ৰহণ কৰিব, যেন ক্লাচ পুলৰ পায়জামাত লাগি থকা বোকাৰ দাগবোৰ আঙুলিৰ নখেৰে আঁচুৰি পেলাব, জিৰ্জি আৰু জোজিনাৰ আৰ্তনাদ বন্ধ কৰিব ৰৌলফৰ শুকান চকুৰ ওপৰেদি সান্ত্বনাৰ হাত বুলাব, আৰু বৈঠকখানাৰ টেবিলৰ ওপৰৰপৰা ধূলিৰ তৰপটো গুচাব। তেওঁৰ জীৱিতাৱস্থাত তাত ধূলিৰ লেশমাত্ৰও পৰিবলৈ দিয়া নাছিল।

মাৰ্জিয়ে এবাৰ কৈছিল, "জীৱনৰপৰা দূৰলৈ পলাব নোৱাৰি। জীৱন নিৰ্বাপিত নোহোৱা পৰ্য্যন্ত তাৰপৰা বেচি দূৰলৈ পলাই যাব নোৱাৰি।"

এইবাৰ মাৰ্জি নিশ্চয় বহুত দূৰলৈ আঁতৰি গৈছে।

এতিয়া ৰৌলফৰ বয়স ষোল, জিৰ্জিৰ বাৰ জোজিনাৰ এঘাৰ। ইমান বিশ্বাসী ভৃত্য হিচাবে কাম কৰা এই তিৰোতাজনীৰ অবিহনে এই ঘৰৰ অৱস্থা এতিয়া কি হ'ব? এই সৰু ছোৱালী দুজনীক কোনে লালন-পালন কৰিব? ৰৌলফৰ তথা-কথিত নিৰৱতাত ক্লাচ পুলে যেতিয়া খং কৰিব তেতিয়া কোনে মাত লগাব, "পুল, লৰাটোক আমনি নকৰিবা, সি কিবা কাম

কৰিয়ে আছে।" ক্লাচ পুলক নিজকেই বা কোনে ঠিক-ঠাক কৰি ৰাখিব, কোনে আহাৰ তৈয়াৰ কৰিব, কোনে কাপোৰ ধুব, চাৰ্ট ইস্ত্ৰি কৰিব, কোনে শিশু প্ৰকৃতিৰ এই বিৰাট পুৰুষজনত গৰ্ব অনুভৱ কৰিব।

ইয়াৰ উত্তৰ স্বৰূপে ন মাহ পাচত ক্লাচে বিধৱা পাৰ্লেনবাৰ্গক বিয়া কৰালে। হাইপ্ৰেইৰিৰ সকলো মানুহ স্তম্ভিত হ'ল কেইবা মাহলৈ এই বিয়াৰ কথা গোটেই জিলাতে মানুহে কোৱা-কুই কৰি থাকিল। বিয়াৰ পাচত নৱ-দম্পতি নাইগ্ৰা জলপ্ৰপাতলৈ গ'ল। পুলৰ ঘৰ-দুৱাৰত নানা ধৰণৰ উন্নতি সাধন কৰাৰ প্ৰস্তাৱ হ'ল। বিধৱা পাৰ্লেনবাৰ্গৰ (তেওঁৰ এই নাম চিৰকাল থাকিব) ঘৰলৈ উঠাদি যোৱাৰ কথাও ভবা হ'ল। পুলৰ ঘৰত বাথৰুম সাজি তাত গৰম পানীৰ নলী লগোৱাৰ কথা চিন্তা কৰা হ'ল। পুলৰ আৰু পাৰ্লেনবাৰ্গৰ মাটিৰ মাজতে থকা ষ্টিকাৰৰ মাটিখিনি কিনি তাতে এখন ফাৰ্ম পতাৰ কথাও চিন্তা কৰা হ'ল। এই ফাৰ্ম হাইপ্ৰেইৰি, লোপ্ৰেইৰি আৰু নিউহাৰ্লেম, গোটেই অঞ্চলৰে ভিতৰত সৰ্ব বৃহৎ হ'ব। পুৰণা মূৰ্খতকৈ ডাঙৰ মূৰ্খ আৰু হ'ব নোৱাৰে।

হাইপ্ৰেইৰিৰ মানুহবিলাকৰ ঔৎসুক্য ইমান বেচি হ'ল যে প্ৰত্যেকটো নতুন খবৰকে এক ঢোকতে গিলি পেলায়। ৰৌলফ ফাৰ্মৰপৰা পলাই নিৰুদ্দেশ হোৱা খবৰ যেতিয়া চাৰিওফালে প্ৰচাৰ হ'ল, তেতিয়া গুজৱৰ প্ৰকোপ আৰু চৰিল। ৰৌল্‌ফ ক'লৈ গ'ল কোনোৱে নাজানে।

চেলিনাই জানে। এদিন পাৰ্ভাছ বজাৰলৈ গৈছে। ৰাতি আঠ বজাত ৰৌল্‌ফ আহি ফাৰ্মৰ দুৱাৰত শব্দ কৰে আৰু দুৱাৰখন মেলি আগৰ দৰে ঘৰত প্ৰৱেশ কৰে। কিন্তু তেওঁৰ মুখত আগৰ চেহেৰা একেবাৰে নাই। তেওঁৰ উত্তম চুটযোৰ পিন্ধি আহিছে। মাকৰ অন্ত্যেষ্টিক্ৰিয়াৰ সময়ত ষ্টোৰৰপৰা কিনা কাপোৰেৰে চিলাই কৰোৱা এইযোৰ তেওঁৰ প্ৰথম চুট। চুটযোৰা তেওঁৰ গাত ভালকৈ খাপ খোৱা নাছিল। এতিয়া সৰু হৈছে আৰু তেওঁক দেখাত কুৎসিত হৈছে। যোৱা আঠ ন মাহে তেওঁ বৰ ওখ হৈছে। তেওঁ আহি চেলিনাৰ আগত থিয় দিলেহি। ল'ৰাটো ওখ, পাতল, গাঢ় ৰঙৰ। তাত হাঁহি উঠিবলগীয়া একো নাই। সস্তা দামৰ হালধীয়া বৰণৰ চুটকেছটো চেলিনাৰ আগত থ'লে।

চেলিনাই মাত লগালে, "ৰৌল্‌ফ!"

"মই গুচি যাম। মই থাকিব নোৱাৰোঁ।"

"ক'লৈ ?"

"দূৰলৈ ; হয়তো চিকাগোলৈ।" তেওঁৰ মনত আবেগ। গতিকে, তেওঁৰ মাতটো আকস্মিক ধৰণৰ। "ঘোৰা ৰাতি তেওঁবিলাক ঘৰলৈ আহিছে। আপোনাৰ কিতাপ কেইখনমান মোৰ হাতত আছে " তেওঁ চুটকেছটো খুলিব খুজিলে।

"নালাগে। সেই কেইখন ৰাখা "

"বিদায়।"

"বিদায়, ৰোল্‌ফ !" চেলিনাই ল'ৰাটোৰ মূৰটো হাত দুখনৰ মাজত লৈ ভৰি দীঘল কৈ দি চুমা খালে। ৰোল্‌ফ যাবলৈ ওলাল। "এক মিনিট ৰবা, এক মিনিট ৰবা।" তেওঁৰ হাতত প্ৰায় দহ ডলাৰমান ধন আছিল। চেল্‌ফত বাকচ এটাত লুকাই থৈছিল। কিন্তু হাতত বাকচটো লৈ উভতি আহি দেখে, ৰোল্‌ফ গুচি গৈছে।

# ন

ডাৰ্কৰ বয়স এতিয়া আঠ বছৰ—ছোবিগ ডিজণ্ডৰ ক্ষুদ্ৰ সংস্কৰণ। মাকে চিলাই কৰি দিয়া খহটা কাপোৰৰ চুট পিন্ধি ফুৰে। গৌৰবৰ্ণৰ শকত-আৱৃত ল'ৰা—ভৰিত মহৰ কামোৰৰ চিহ্ন। ল'ৰাটোৰ ভৰি দুখন সুস্থিৰে নাথাকে। ল'ৰাটোৰ গাত ভাব-প্ৰৱণতাৰ লেশমাত্ৰ নাই। চেলিনাৰ সময়ত স্কুল ঘৰটোত এটা কোঠালী আছিল। এতিয়া তাৰ ঠাইত ইটাৰ দুই তলাৰ ঘৰ উঠিছে। ঘৰটো বৰ ধুনীয়া, হাইপ্ৰেইৰিৰ মানুহে বৰ গৌৰৱ অনুভৱ কৰে। মামৰে ধৰা লোহাৰ চিমনীৰ সলনি এটা কেন্দ্ৰীয় গৰম কৰা যন্ত্ৰ স্থাপিত হৈছে। ডাৰ্কে অক্টোবৰৰপৰা জুন মাহলৈ এই সময়খিনি স্কুললৈ গ'ল। পাৰ্ভাছে প্ৰতিবাদ কৰি ক'লে যে এইটো মূৰ্খামি। এপ্ৰিলৰ প্ৰাৰম্ভৰেপৰা নৱেম্বৰৰ পহিলা তাৰিখ পৰ্য্যন্ত এই কাল ছোৱাত ল'ৰাটোৱে পথাৰত বৰ সহায় কৰিব পাৰিলেহেঁতেন। কিন্তু ল'ৰাটিৰ শিক্ষাৰ কাৰণে চেলিনাই উগ্ৰভাৱে যুঁজ কৰিলে আৰু জয়ী হ'ল।

পাৰ্ভাছে তৰ্ক কৰি কয়, "অলপ পঢ়িব, লিখিব আৰু অঙ্ক কৰিব পাৰিলেই খেতিয়কৰ পক্ষে যথেষ্ট। ইয়াৰ অতিৰিক্ত বিদ্যাৰ কোনো দৰ্কাৰ নাই। ৰাতি লেম্পত বহুমূলীয়া তেল খৰচ কৰি ল'ৰাই শিকে—তুৰস্কৰ ৰাজধানী কনষ্টাণ্টিনোপল্। খেতিয়কৰ পক্ষে এই জ্ঞান কি কামত আহে? এই জ্ঞানে শস্য উৎপাদনত সহায় কৰে নে?"

চেলিনাই কয়, "ছোবিগ এজন খেতিয়ক নহয়।"

ডিজণ্ডে উত্তৰ দিয়ে, "হোৱা নাই ঠিক; কিন্তু সোনকালেই হ'ব। পোন্ধৰ বছৰ বয়সলৈ মযো লৰা-ধপৰা কৰি ফুৰিছিলোঁ।"

এই বাক্ যুদ্ধত চেলিনাই কথা কটাকটি নকৰিলে। কিন্তু ঠিক সময় উপনীত হ'লে প্ৰকৃত যুদ্ধ কৰিবলৈ তেওঁৰ সমস্ত শক্তি সাজু থাকিল। স্নেহৰ পুতলি ছোবিগক তেওঁ পামৰ খেতিয়ক হ'বলৈ নিদিয়ে। পৰিশ্ৰম আৰু ক্লান্তিৰ দ্বাৰা জৰাজীৰ্ণ হাইপ্ৰেইৰিৰ অন্যান্য লোকবৰদৰে খেতি-পথাৰৰ শিল-মাটিৰ নিচিনা নিষ্প্ৰাণ নৰ-বিশেষৰ এজন হ'বলৈ তেওঁ ল'ৰাক কেতিয়াও এৰি নিদিয়ে।

আঠ বছৰ বয়সত ডার্কৰ চেহেৰা বৰ আকৰ্ষণীয় হোৱা নাছিল, অন্ততঃ তেওঁৰ বয়সত, তেওঁৰ মাক বাপেকৰ চেহেৰা অনুপাতে। পিচে, তেওঁৰ চেহেৰাত অলপ "পাৰ্থক্য" আছিল। তেওঁৰ চকুৰ চেলাউৰি ল'ৰাৰ চেলাউৰিতকৈ অপেক্ষাকৃতভাৱে দীঘল আছিল। এই বৈ পৰা চেলাউৰি ছোৱালীৰ হোৱাহেঁতেন কামত আহিলহেঁতেন। তেওঁৰ নাকটোৰ আগত ঈগল পখীৰ ঠোঁটৰ দৰে এটা ভাঁজ—সম্ভৱতঃ আগৰ শতাব্দীত ইংলণ্ডৰপৰা অহা তেওঁৰ কোনো পূৰ্ব পুৰুষৰ চিহ্নৰে প্ৰতিকৃতি। তেওঁৰ বয়স যোল কি সোতৰ হলত হে তেওঁ হঠাতে অভিজাত সম্প্ৰদায়ৰ ধুনীয়া যুৱক এজন হৈ পৰিল। তেতিয়া তেওঁৰ প্ৰকৃত লাৱণ্য লাভ হ'ল। তেওঁৰ চেহেৰাতো এটা অবৰ্ণনীয় সুষম দেখা গ'ল। ডার্কৰ বয়স ত্ৰিশ বছৰ হ'লত মিছিগান এভিনিউ নৰ্থৰ ইংৰাজ দৰ্জী. পিটাৰ পিলে কৈছিল যে চিকাগো চহৰত অকল ডার্কেই ইংৰাজী সাজ-পাৰ শুৰনিকৈ পিন্ধিব জানিছিল।

চেলিনা এতিয়া ফাৰ্মৰ তিৰোতা, বয়স ত্ৰিশৰ ওচৰ চাপিছে। মাৰ্জিৰ দৰে এতিয়া তেওঁক কাম-বনে আগুৰি ধৰিছে। ডিজঙৰ চোতালত কাপোৰ খোৱা সদায় আছেই। কেইবা বছৰো আগতে পোন প্ৰথমতে তেওঁ পুলৰ ঘৰলৈ আহোঁতে তেওঁলোকৰ চোতালত যেনে কাপোৰৰ শাৰী দেখিছিল, ঠিক তেনে। পুৰণি কোট, চাৰ্ট, মোজা, ল'ৰাৰ তাপলি লগোৱা পায়জামা, ডাঙৰ সুতাৰ গামোচা আদি কাপোৰ আত আৰি দিয়া আছে। চেলিনায়ো চাৰি বজাতে শোৱা পাটিৰপৰা উঠে, সাজ-পাৰবোৰ ঠিক-ঠাক কৰে আৰু তেওঁৰ ক'লা ডাঙৰ চুলি কোঁচা কোনোৰকমে বান্ধি পুৰণা হেয়াৰ পিন এটা মাৰি থৈ দিয়ে। ভৰিত পুৰণা চতিজোতা এযোৰ পিন্ধি, মুখত ঠাণ্ডা পানী মাৰি ৰান্ধনি ঘৰৰ চুলাৰ কাষলৈ লৰালৰিকৈ যায়। কাম-বনে তেওঁক এৰা নিদিয়ে। মেৰামতি কৰিবলগীয়া খৰাহিৰ সংখ্যা বহুত হৈছে। কোট. উলৰ চাৰ্ট, মোজা! মোজাবিলাক মেৰিয়াই এটা খৰাহিত ভৰ্তি কৰি থোৱা আছে। কেতিয়াবা কেতিয়াবা তেওঁ হাতত বেজী লৈ সেইবোৰ চিলাই কৰি থাকোঁতে ৰাতি বহুত হয়গৈ। আনকি সপোনতো তেওঁ এইবোৰকে দেখিছিল।

চেলিনাক এতিয়া দেখিলে অনুমান হয় যেন আগৰ ৰঙা কাশ্মীৰী শাল গাতলোৱা খেমেলীয়া, সাহসী আৰু অভিমানী ছোৱালীজনী চিৰকাললৈ আঁতৰি গৈছে।

কিন্তু এই বস্তু কেইটা অন্তৰ্হিত হৈ যোৱা নাই। আনকি ৰঙা কাশ্মীৰী শ্বালখনো আছিল। এতিয়া অৱশ্যে শ্বালখন আৰু ব্যৱহাৰ নহয়। কিন্তু সোঁৱৰণীৰ বস্তুৰদৰে তাক চেলিনাৰ কোঠালীত ওলোমাই থৈ দিয়া হৈছে। কোঠালীটো পৰিষ্কাৰ কৰোঁতে মাজে সময়ে তেওঁ কাশ্মীৰী শ্বালখনো পিহি দিয়ে। তেতিয়াই তেওঁৰ মানস পটত ভাহি উঠে আদান উমুছৰ ঘৰত অনুষ্ঠিত হোৱা উছৱৰ ছবি। তেতিয়া চেলিনা পিক নামৰ ছোৱালী হিচাপে তালৈ গৈ চাবোনৰ বাকচ এটাৰ ওপৰত থিয় হৈছিল আৰু হাই-প্ৰেইৰিৰ সকলো লোকে আচৰিত হৈ চাই থকা অৱস্থাতে পাৰ্ভাছ ডিজঙে কঠোৰ পৰিশ্ৰমেৰে উপাৰ্জন কৰা ধনৰপৰা দহ ডলাৰ চেলিনাৰ ভৰিত দলিয়াই দিছিল। মিতব্যয়ী হবলৈ মনত প্ৰবল ইচ্ছা হ'লত তেওঁ কাশ্মীৰী শ্বালখন কেই টুকুৰামানত বিভক্ত কৰি, তাত নতুনকৈ ৰং দি তাৰপৰা নতুন সাজ-পাৰ চিলাই কৰাৰ কথাও ভাবিছিল। কিন্তু এই কল্পনা বাস্তৱত ৰূপায়িত হোৱা নাছিল।

এই আঠ ন বছৰৰ ভিতৰত চেলিনাই ডিজং পৰিয়ালত আমূল পৰিবৰ্তন সাধন কৰিলে বুলি ভাবিলে ভুল হ'ব। তেওঁ যে কিছু পৰিবৰ্তন সাধন কৰিলে তাক অস্বীকাৰ কৰিব নোৱাৰি। কিন্তু তাৰ কাৰণে তেওঁ বহুত কষ্ট কৰিবলগীয়া হ'ল। অলপ ধতুৰা বিধৰ তিৰোতা হোৱাহেঁতেন বহুত আগতে তেওঁৰ বিৰাগ জন্মিলহেঁতেন। ঘৰটোত নতুনকৈ ৰং দিয়া হৈছে—সীহৰ দৰে খোঁৱা বৰণৰ। এইটো ৰঙেই আটাইতকৈ কম খৰচত হয়। ঘোঁৰা দুটা, দ্বিতীয় ঘোঁৰাটো বুঢ়ী ঘোঁৰা, এটা চকু কণা, মাত্ৰ পাঁচ ডলাৰত এওঁলোকে আনিছে। এই ঘোঁৰাটোৰ মালিক পিয়েটপনে গাখীৰৰ গাড়ী অনানিয়া কৰে। এওঁ ঘোঁৰাটোক অকামিলা হোৱা কাৰণে পথাৰত মুকলিভাৱে ঘাঁহ খাই ফুৰিবলৈ এৰি দিছিল। তেওঁ আশা কৰিছিল কিজানি তেনেকৈ ঘাঁহ খাই ফুৰিলে অলপ শকত-আৱত হয় আৰু শেষত মাংসৰ নিমিত্তে বিক্ৰী কৰিব পৰা যায়। এইটো নহলে, ঘোঁৰা যদি মৰে, তেন্তে তাৰপৰা তেওঁলোকে অন্ততঃ তিনি ডলাৰৰ অধিক পাবলৈ আশা নকৰিছিল। কিন্তু এই ঘোঁৰাটো চেলিনাই পথাৰৰপৰা পাঁচ ডলাৰতে আনিলে। ইয়াৰ কাৰণে পাৰ্ভাছে তেওঁক বেচ তিৰস্কাৰো কৰিলে। নীচতাৰ কাৰণে এই তিৰস্কাৰ কৰা হোৱা নাছিল। পাৰ্ভাছৰ প্ৰকৃতি এনেকুৱাই আছিল।

কিন্তু ৰেষ্ট চিস্ম্‌টিন নামৰ মাটি ডৰা! এই ডৰাকেই চেলিনাৰ বীৰত্বপূৰ্ণ কৃতিত্ব বুলিব পাৰি। বিয়াৰ প্ৰথম মাহতে তেওঁ পাৰ্ভাছক এই মাটিডৰা কেনেকৈ উন্নত কৰিব পৰা যাব তাৰ বিষয়ে এটা আভাস দিছিল। এই কল্পনা পক্ক হওঁতে বহুত বছৰ লাগিল। এতিয়াও সম্পূৰ্ণ কৃতকাৰ্য্যতা লাভ হয়তো হোৱাই নাই। তেওঁ এই বিষয়ে পাৰ্ভাছক বিৰক্তি পৰ্য্যন্ত দিলে।

তেওঁ কয়, "আমি 'এস্পাৰাগাছ' নোৰোওঁ কেলেই?" এই বিধ সামগ্ৰী বিলাসৰ বস্তু বুলি ধৰা হয়। হাইপ্ৰেইৰিৰ পামত এই বিধৰ খেতি কৰাই নহয়। সেয়ে পাৰ্ভাছে কয়, "এস্পাৰাগাছৰ খেতি! এই খেতি কৰাৰ তিনি বছৰ পাচত হে ফচল পোৱা যায়।"

"এৰা; কিন্তু আমি কৰিম। এবাৰ খেতি কৰিলে দহ বছৰলৈ ভালে থাকে।"

"এস্পাৰাগাছ তো ডাল ভালকৈ ৰোৱাৰ কথা আমি শুনাই নাই। ইয়াক এডৰা দুডৰাকৈহে কৰা হয়।"

"সেইটো পুৰণা ধাৰণা। মই এই বিষয়ে অধ্যয়ন কৰি আছোঁ। নতুন পদ্ধতিমতে ইয়াক শাৰী শাৰী কৈ ৰুব লাগে। প্ৰত্যেক জোপা ছয় ফুটকৈ আঁতৰত দিব লাগে আৰু অন্ততঃ পক্ষে চাৰি একৰমান মাটি ল'ব লাগে।"

কথাবাৰত পাৰ্ভাছে মনোযোগ নিদিলে। ই অসাৰ কথা। তেওঁ ক'লে, "চাৰি একৰ? ক'ত? বোকাত?" এই বুলি কৈ তেওঁ এটা ইতিকিঙৰ হাঁহি মাৰিলে। "কিতাপত পাইছা?" তেওঁ সুধিলে।

চেলিনাই ক'লে, "বোকাতে ল'ব লাগে; আৰু কিতাপতে পাইছোঁ। হাইপ্ৰেইৰিৰ প্ৰত্যেক খেতিয়কে বন্ধাকবি, গাজৰ, উৰহি, পালেং, পিঁয়াজ আদিৰ খেতি কৰি শস্য উৎপাদন কৰে। তেওঁলোকৰ ফচল আমাতকৈ ভাল। সেই ৰেষ্ট চিস্মটিন নামৰ মাটিডৰাৰপৰা আমাৰ একো লাভ হোৱা নাই। গতিকে মোৰ কল্পনা অসাৰ হোৱা বাবে ক্ষতি হ'ল ক'ত? মই এই মাটিডৰাত মোৰ নিজৰ ধন খটাওঁ। পাৰ্ভাছ, মই গোটেই কথাটো ভাবি চাইছোঁ। আমি বোকা মাটিৰ তলেৰে নলা খান্দিম। প্ৰথমতে পাচ বা ছয় একৰ মাটি লম। এই মাটিত প্ৰচুৰ পৰিমাণে সাৰ দিম— আমাৰ শক্তি অনুসাৰে। তাৰ পাচত দু বছৰ মানলৈ তাত মাত্ৰ আলু দিম। তৃতীয় বছৰত হে তাত 'এস্পাৰাগাছ' দিম। এবছৰ বয়সীয়া

পুলি কৰ লাগিব। মই আৰু ভাৰ্কে বন-জঙ্গল উভালি থাকিম। তেতিয়া-মানলৈ ভাৰ্ক ডাঙৰো হ'ব।"

"সাৰ কিমান লাগিব ?"

"প্ৰত্যেক একৰত কুৰি বা ডেৰকুৰি টন হিচাবে।" পাৰ্ভাছে ডাচ পদ্ধতিৰে লাহে লাহে মূৰ জোকাৰি অনিচ্ছা প্ৰকাশ কৰিলে।

"—কিন্তু যদি মোক শাক-পাচলিৰ জকা ব্যৱহাৰ কৰিবলৈ দিয়া, তেন্তে ইমান সাৰৰ প্ৰয়োজন নহ'ব। পাৰ্ভাছ, মোক চেষ্টা কৰি চাবলৈ দিয়া।"

এইদৰে বহুত কথা-বতৰা হোৱাৰ পাচত শেষত চেলিনাৰ কথাই বৰ্তিল। ইয়াৰ এটা কাৰণ এই যে সেই সময়ত পাৰ্ভাছৰ কৰ্ম-ব্যস্ততাই চেলিনাৰ কামত বাধা দিবৰ জোখাৰে আহৰি এৰা নাছিল। ইয়াৰ অন্যটো কাৰণ হ'ল—তেতিয়াও এই কথাচহকী, বুদ্ধিমতী আৰু উৎসাহী তিৰোতাজনীৰ প্ৰতি তেওঁৰ ভালপোৱা গভীৰ হৈয়ে আছে। অৱশ্যে বাহিৰত তেওঁ একো নেদেখুৱায়। হাতী এটাৰ গাত সৰু পিনৰ খোচে একো কৰিব নোৱাৰাৰ নিচিনা। চেলিনাৰ চোকা সমালোচনা, ভ্ৰূকুটি আদিয়েও পাৰ্ভাছক সহজে স্পৰ্শ কৰিব নোৱাৰিছিল। বছৰৰ পাচত বছৰ ধৰি পাৰ্ভাছে তেওঁৰ পিতৃ-পিতামহৰ দৰে মন্থৰ গতিত গৈ থাকিল। হাইপ্ৰেইৰিৰ অন্যান্য খেতিয়কে তেওঁক যদি চেৰ পেলাই যাবলৈ ইচ্ছা কৰে, তাত তেওঁ অশান্তি অনুভৱ নকৰে। তেওঁৰ খং নুঠে। চেলিনাৰ ইচ্ছা, তেওঁৰ খং উঠক। মাজে সময়ে নৈৰাশ্যত অতিষ্ঠ হৈ তেওঁ চোঁ মাৰি আহি পাৰ্ভাছৰ বগা হবলৈ আৰম্ভ কৰা চুলি আউলি-বাউলি কৰি দিয়ে আৰু কান্ধ জোকাৰি দি কয়, "পাৰ্ভাছ, তোমাৰ খং নুঠে কিয় ? তোমাৰ যদি খং উঠিলহেঁতেন, আৰু খঙতে বস্তু-বাহানি যদি ভাঙিলাহেঁতেন বা মোক মাৰিলাহেঁতেন নাইবা ফাৰ্মখন বিক্ৰী কৰি দি পলাই গুচি গ'লাহেঁতেন।" চেলিনাই এইবোৰ হোৱাটো প্ৰকৃততে কামনা নকৰে। কিন্তু পাৰ্ভাছৰ উদাসীনতা, আৰু স্থিতাৱস্থাক বিনা প্ৰশ্নে গ্ৰহণ কৰা প্ৰকৃতিত চেলিনাৰ সৃষ্টিকামী, তেজাল মন-প্ৰাণ তেনেই বিদ্ৰোহী হৈ উঠে।

"এইবোৰ অভিনয়তো নাখাটে" পাৰ্ভাছে কয়। পাইপৰ ধোঁৱাৰ মাজেৰে তেওঁ গম্ভীৰভাৱে চেলিনাক নিৰীক্ষণ কৰে।

চেলিনাই হাইপ্ৰেইৰিৰ অন্য যি কোনো তিৰোতাৰ সমানে পৰিশ্ৰম কৰে। তেওঁৰ পাৰিবাৰিক ধন-সম্পত্তিও কম, সাজ-পাৰো সাধাৰণ। তথাপি,

পার্ভাছে চেলিনাক এটা বিলাসৰ সামগ্ৰী বুলি ভাবে, যেন মত্ত-মুহূৰ্তত কিনি লোৱা ধুনীয়া পুতলা এটা হে।

"অকণি লিনা"—এই মৰমৰ সম্বোধনেৰে তেওঁ চেলিনাক মাতে। মৰমেৰে তেওঁ চেলিনাক নষ্ট কৰা বুলিয়েই ক'ব পাৰি। পার্ভাছেই হয়তো তেনে কৰা বুলি ভাবিছিল।

চেলিনাই যেতিয়া আধুনিক ফার্মিং আৰু শাক-পাচলিৰ খেতি সম্পৰ্কীয় কিতাপৰ কথা কয়, তেতিয়া পার্ভাছে খঙত প্ৰায় অতিষ্ঠ হোৱাৰ দৰে হয়। অৱশ্যে সেই কথাবোৰত পোৱা আমোদে প্ৰকাশ্য খং দেখুৱাৰপৰা তেওঁক বিৰত কৰি ৰাখিছিল। কলেজত দিয়া কৃষি শিক্ষাক তেওঁ মূৰ্খৰ শিক্ষা বুলি অভিহিত কৰিছিল। লিনিয়াচৰ নামকে তেওঁ শুনা নাছিল। তেওঁৰ মতে বুৰ্বেঙ্ক নামৰ লোক এজন নাছিলেই। তেওঁ ভাবিছিল যে হেদ-লেট্‌ছ এক মূৰ্খামিপূৰ্ণ কথা। চেলিনাই হেদ-লেটুছৰ খেতি কৰি ছালাদ হিচাবে বিক্ৰী কৰি ধন ঘটিব পৰা যাব বুলি কৈছিল। সকলোৱে জানে যে লেট্‌ছৰ পাত হে খোৱা হয়—আঙুৰৰ ৰস আৰু চেনি মিহলাই নাইবা গৰম মাংস আৰু চৰ্বিৰ লগত কুটি দি।

পার্ভাছে কৈছিল যে মাকে ল'ৰাটোক নষ্ট কৰিলে। ইয়াৰ গুৰিতে হয়তো অলপ ঈৰ্ষাৰ ভাব লুকাই আছে। চেলিনাই ল'ৰাৰ ভৱিষ্যতৰ কাৰণে চিন্তা কৰিলে, ল'ৰাৰ পক্ষ সমৰ্থন কৰিলে-নাইবা ল'ৰাৰ গাৰ দোষ নিজে কান্ধ পাতি ল'লে, পার্ভাছে কয়, "সদায় ল'ৰাক এইদৰে প্ৰশ্ৰয় দিলে ল'ৰা নিচেই অঁকৰা হৈ থাকিব। গতিকে মাজে সময়ে তেওঁ ডার্কক কিছু টানকৈ গঢ় দিবলৈ চেষ্টা কৰে। কিন্তু ইয়াৰ ফল প্ৰায়েই বিষম হয়। এবাৰ এনে কৰোঁতে প্ৰায় দুৰ্ঘটনাই হওঁ হওঁ হৈছিল। তেতিয়া গ্ৰীষ্মকালৰ ছুটী। ডার্কৰ বয়স আঠ বছৰ। হাইপ্ৰেইৰিৰ পাহাৰৰ নামনি অংশ আৰু তাৰ সিফালে থকা বালিময় পাহাৰবিলাকৰ গাত ঠোকা জামু গছৰ গাঢ় নীলা বৰণ। জামুবোৰ বৰকৈ পকিছে। এজাক বৰষুণ আহিলেই জামুবোৰ নষ্ট হৈ যাব। জিজি আৰু জোজিনাই জামু পাৰিবলৈ গৈছে। তেওঁবিলাকে আঠ বছৰীয়া ডার্কক লগত লৈ যাবলৈ সন্মত হৈছে। কিন্তু ডিজডৰ পথাৰত শেষৰ বিলাহীবোৰো পকিছে.আৰু সেইবোৰ চিঙি আনিব লগা হৈছে। ৰঙা হৈ আৰু ৰসেৰে ভৰি এই বিলাহীবোৰ চিকাগোৰ বজাৰলৈ পঠিয়াবৰ কাৰণে উপযুক্ত হৈছে।

পার্ভাছে সিদিনাই সেইবোৰ বজাৰলৈ পঠিয়াব খোজে। এই কামত ল'ৰা ডাৰ্কে সহায় কৰিব পাৰে। গতিকে যেতিয়া ডাৰ্কে আহি সুধিলে, "মই জামু পাৰিবলৈ যাব পাৰোঁনে? জামুবোৰ পকিছে। জিৰ্জি আৰু জোজিনাও যাব।" তেতিয়া বাপেকে মূৰ জোকাৰি মানা কৰিলে। তেওঁ ক'লে, "এৰা। কিন্তু বিলাহীবোৰো পকিছে। জামুৰ আগতে বিলাহী। আজি আবেলি চাৰি বজাৰ আগতে এটা প্ৰকাণ্ড খণ্ডৰ বিলাহী তুলি অটাব লাগিব।"

চেলিনাই মূৰ তুলিলে। তেওঁ পাৰ্ভাছৰ পিনে আৰু তাৰ পাচত ল'ৰাটোৰ পিনে চালে, কিন্তু মুখেৰে একো নক'লে। তেওঁৰ চাহনিত মনৰ ভাব প্ৰকাশ পালে। তেওঁ জনাব খুজিছে, 'ডাৰ্ক কোমল বয়সৰ ল'ৰা। তেওঁক যাবলৈ দিয়া, পাৰ্ভাছ।'

ডাৰ্কৰ মুখমণ্ডল হতাশাৰে ভৰি পৰিল। তেওঁলোকে ৰাতিপুৱাৰ আহাৰ কৰিবলৈ ধৰিছে—ৰাতি পুৱাইছে মাত্ৰ। তেওঁ থালখনৰ পিনে চকু নমালে। তেওঁৰ ওঁঠ কঁপিছে, মূৰৰ দীঘল চুলি গালত পৰিছেহি। পাৰ্ভাছ থিয় হ'ল আৰু হাতৰ পিঠিৰে মুখখন মচিলে। তেওঁৰ সমুখত কাম পৰি আছে—"এসময়ত ময়ো তোমাৰ বয়সৰ আছিলোঁ, ছোবিগ। সেই সময়ত এডৰা বিলাহী খেতিৰপৰা বিলাহী তুলি অনা কামটো একো টান কাম বুলি ভবা নাছিলোঁ।"

ডাৰ্কে ততালিকে ওপৰলৈ চাই ক'লে, "যদি মই গোটেইখিনি বিলাহী তোলাই পেলাব পাৰোঁ, তেন্তে যাব পাৰিম নে?"

"এক দিন লাগিব।"

"কিন্তু মই যদি সোনকালে কামটো শেষ কৰি দিওঁ, তেতিয়া যাব পাৰিম নে?"

পাৰ্ভাছৰ মানস পটত ভাঁহি উঠিল—বিলাহীৰ খেতিডৰা—বিলাহীবোৰ পকি ৰঙা হৈ ভৰি আছে। তেওঁ হাঁহি মাৰি ক'লে, "এৰা। তুমি বিলাহী-বোৰ তুলি শেষ কৰা, যাব পাৰিবা। কিন্তু খৰাহিত খণ্ডতে দলিয়াই নথবা, ভাঙি যাব।"

চেলিনাই মনতে সঙ্কল্প কৰিলে যে তেওঁ ল'ৰাক সহায় কৰিব; কিন্তু আবেলিলৈহে তেওঁ সময় পাব। ইপিনে জামুডৰা তেওঁলোকৰ ফাৰ্মৰপৰা পূৰা তিনি মাইল দূৰ। আবেলি তিনি বজাত বিলাহীৰ কাম শেষ কৰিব

পাৰিলে হে ডাৰ্কে জামুডৰা পাবগৈ পাৰিব। চেলিনাৰ হাততো ৰাতিপুৱাৰ কাম যথেষ্ট আছে।

ৰাতিপুৱা ছয় বজাৰ আগতে ডাৰ্ক গৈ বিলাহী খেতিৰ মাজত সোমাল আৰু খুব জোৰেৰে বিলাহী চিঙিবলৈ লাগি গ'ল। তেওঁ বিলাহীবোৰ চিঙি ওখ দম কৰি থৈ গ'ল। ৰ'দত ৰঙা বিলাহীবোৰ তেজৰদৰে ৰঙা হৈ জিলিকি উঠিল। যন্ত্ৰ এটাৰ দৰে ল'ৰাটোৱে বিলাহী চিঙি গৈ থাকিল। বিলাহী চিঙে, হালে, আৰু দম কৰি হয়। তেতিয়া আগষ্ট মাহৰ পুৱাৰ ৰ'দ চোকা হৈ উঠিছে। কপালত ঘাম ওলাল। চুলিবোৰ বেচি ক'লা যেন হ'ল। ঘামৰ টোপালবোৰ ৰঙা গালৰ ওপৰেদি তললৈ বৈ পৰিল। দুপুৰীয়াৰ আহাৰৰ সময় হলত লৰালৰি কৈ কেই গৰাহমান গিলি পুনৰ পথাৰলৈ বিলাহী তুলিবলৈ গ'ল – দুপৰীয়াৰ চোকা ৰ'দত। লৰাক সহায় কৰিবৰ মানসে চেলিনাই খোৱা বাচনবোৰ নোধোৱাকৈ টেবিলৰ ওপৰতে এৰিলে। কিন্তু পাৰ্ভাছে হস্তক্ষেপ কৰি ক'লে, "ল'ৰাই অকলে কামটো শেষ কৰিব লাগিব।"

চেলিনাই ক'লে, "ডাৰ্কে অকলে কেতিয়াও নোৱাৰে – আঠ বছৰীয়া ল'ৰা।"

"মোৰ আঠ বছৰ বয়সত———"

তিনি বজাত ডাৰ্কে সঁচাসচিকৈয়ে পথাৰৰ কাম শেষ কৰিলে। কুঁৱালৈ গৈ তেওঁ বহুত পানী খালে—পানীৰ পিয়াহত শ্ৰান্ত ঘোঁৰাই পানী পি খোৱাৰ দৰে। ডাৰ্কে বেচ শীতল অনুভৱ কৰিলে। দুই বাল্টি পানী মূৰতো ঢালিলে। তাৰ পাচত হাতত এটা পাত্ৰ লৈ পথাৰৰ মাজেৰে দৌৰি গৈ আলিবাটত উঠি সেই উত্তপ্ত ৰ'দ আওকাণ কৰি যাবলৈ ধৰিলে। তেওঁ জামু তুলিবলৈ যাব। চেলিনাই ৰান্ধনি ঘৰৰ দুৱাৰ দলিত থিয় হৈ চাই থাকিল। ল'ৰাটোৱে দৃঢ়ভাৱে আগবাঢ়ি গৈ থাকিল।

তেওঁ গৈ জিৰ্জি আৰু জোজিনাক কাইপাৰৰ হাবিত গৈ লগ ধৰিলে। ছোৱালী দুজনীয়ে জামু চিঙি খাই বিলাসিতা কৰি বহি আছে – মুখ-ওঁঠত জামুৰ চেকা, গাৰ কাপোৰ কাঁইটত লাগি চিৰিছে। ডাৰ্কে শকত নিপোতল ধৰণৰ জামুবোৰ চিঙিবলৈ ধৰিলে। এটা-দুটা জামু খালেও। তেওঁৰ অহাৰ এঘণ্টামানৰ ভিতৰতে জিৰ্জি আৰু জোজিনা উভতি আহিবলৈ সাজু হ'ল। ইয়াৰ ভিতৰতে ডাৰ্কো আহিবৰ কাৰণে সাজু হ'ল। কিন্তু

তেওঁৰ খোজ কাঢ়িবৰ ইচ্ছা নোহোৱা হ'ল। জামুৰে তেওঁৰ পাত্ৰ আধা ভৰ্তি হৈছে। আবেলিৰ ৰ'দত তেওঁ কষ্ট কৰি ঘৰলৈ উভতি আহিল। কিন্তু মূৰত খুব বিষ আৰু আগন্তুক তন্দ্ৰাৰ ভাব। ৰাতি তেওঁ ভুল বকিলে, বিচনাত চট্‌ফটাই থাকিল আৰু প্ৰায় মৃত্যুৰ ওচৰ চাপি যোৱাৰ দৰে হ'ল।

"তুমিয়ে এই অৱস্থা কৰিলা, তুমিয়ে কৰিলা। সৰু ল'ৰা এটাক ডাঙৰ মানুহ এটাৰ দৰেই খটুৱালা। যদি ল'ৰাৰ কিবা হয়?"

"ল'ৰাই ইমানখিনি কৰিব বুলি মই ভবা নাছিলোঁ। বিলাহী তুলি আঁটাই জামু তুলিবলৈ যাবলৈ মই কোৱা নাছিলোঁ। ল'ৰাই পাৰিম বুলি কোৱাত মই সন্মতি দিছিলোঁ। সন্মতি নিদিয়াহেঁতেনো মোৰ গাত দোষ পৰিলহেঁতেন।"

"তোমালোক সকলোৱে একে। ৰৌল্‌ফৰ পিনে চোৱা। ৰৌল্‌ফকো তেওঁলোকে খেতিয়ক বনাব খুজি তাৰ সৰ্বনাশ কৰিলে "

"খেতিৰ গাত দোষ কি? খেতিয়কৰেই বা কি কথা? তুমিয়েই এসময়ত কৈছিলা যে খেতিৰ কাম গৌৰৱজনক কাম।"

"মই কৈছিলোঁ হয়। গৌৰৱজনক হয়ো বা হ'ব পাৰে। এতিয়া সেইবোৰ কথা কৈ লাভ কি? ল'ৰাটোৰ পিনে চোৱা। তেনে নকৰিবা, ছোবিগ, তেনে নকৰিবা। ল'ৰাটোৰ মূৰটো কিমান গৰম হৈছে! শুনা চোন—সেয়া জানে ডাক্তৰক লৈ আহিছে নেকি? নহয়, নহয়। কি সৰিয়হৰ লেপ দিব লাগে? সেইটোৱে কাম দিব বুলি সঠিককৈ জানানে?"

তেতিয়ালৈ সেই ঠাইত টেলিফোন বা যান-বাহনৰ ভাল ব্যৱস্থা হোৱা নাছিল। জানে ডাক্তৰ আনোতে কেইবা ঘণ্টাও পলম হ'ল। কিন্তু দুদিনৰ পাচত ল'ৰাটোৱে আকৌ চলা-ফিৰা কৰিব ধৰিলে। আগতকৈ শেঁতা হ'ল যদিও এই অসুস্থতাৰ কাৰণে অন্য বিশেষ কিছু নহ'ল।

পাৰ্ভাছ এনেকুৱা ধৰণৰ লোক আছিল। মিতব্যয়িতা বিষয়ত ডাঠ মানুহৰ দৰে, কিন্তু তেনেকুৱা বুদ্ধিমান নহয়। তেওঁ বেজীৰ জলাকো মনে, কুঠাৰৰ জলাকো নমনে। এই দুৰ্বুদ্ধিয়ে তেওঁৰ মৰণ আনিলে। সাধাৰণতঃ চেপ্তেম্বৰ মাহৰ দিনবোৰ সোণালী হয় আৰু ৰাতিবোৰ পৰিষ্কাৰ হয়। কিন্তু সেই বছৰ হাইপ্ৰেইৰিত খুব বৰষুণ হয় আৰু শীতৰ প্ৰকোপো বাঢ়ে। পাৰ্ভাছৰ প্ৰকাণ্ড শৰীৰ বাত-ৰোগত আক্ৰান্ত হ'ল। তেওঁৰ বয়স এতিয়া চল্লিশৰ ওপৰ। শৰীৰ ধুনীয়া হৈ আছে। পতিকে তেনে মানুহ এজনে

বাত-বেমাৰত কষ্ট পাবলগীয়া হোৱাত চেলিনাই বৰ দুখ পালে। তথাপি পার্ভাছে সপ্তাহত তিনিবাৰকৈ বজাৰলৈ গাড়ী চলাব লাগে। কিয়নো ফার্মৰ খেতিয়কৰ কাৰণে চেপ্তেম্বৰ মাহটোৱেই বতৰৰ শেষৰ গুৰুত্বপূর্ণ মাহ। তাৰ পাচত বৰফ আহে আৰু এই বৰফত বন্ধা কবি পালেং, গাজৰ, স্কুৱাছ আদিৰ ডাঠ শস্যখিনিহে টিকে। আলিবাটবোৰত বোকা হয় আৰু গাড়ীৰ চকা তাত সোমাই পৰে। এনেকৈ এবাৰ চকা সোমালে সেই বাটেৰে যোৱা অন্য গাড়োৱান এজন আহি সহায় নকৰা পর্য্যন্ত তাতে বৈ থাকিব লাগে। পার্ভাছে সোনকালে যাত্রা আৰম্ভ কৰে আৰু বেয়া আলিবাট এৰাই যাবলৈ বহুতো ঘূৰি ঘূৰি যায়। জানক গাড়ী চলাই যাবলৈ দিব নোৱাৰি। তেওঁৰ বয়স বেচি হৈছে, বুদ্ধিও কম। এই অনভিজ্ঞ লোকজনক গাড়ী চলাই হেইমার্কেটলৈ বজাৰ কৰিবলৈ পঠিয়াব নোৱাৰি। পার্ভাছে গাড়ীখন উলিয়াই তাত শাক-পাচলি বোজাই দিয়ে আৰু গোটেইখিনিৰ ওপৰত কেনভাছৰ ঢাকনি এখন দি গাড়ীত উঠে। তেওঁৰ মূৰত ল'বলৈ কাপোৰে নাটে। গতিকে তেওঁ গাড়ীত উঠাৰ আগতে বেচ ভিজে। তাৰ পাচত পুৰণি গাড়ীখন কেৰ্‌কেৰ্‌কৈ আগ বাঢ়িবলৈ ধৰে। চেলিনাই এইবোৰ চাই থাকে। তেওঁ কয়. "পার্ভাছ, কেনভাছখন তোমাৰ গালৈ টানি লোৱা; লাগে বস্তাই ভিজক।"

"সেইবোৰ বগা গোল পিঁয়াজ। মই চৰা দাম পাম। কিন্তু ভিজি গ'লে দাম নাপাম।"

"আজি ৰাতি গাড়ীৰ ওপৰত নুশুবা, কোঠালী ভাৰা কৰি ভিতৰত শুবা। ইয়াৰ অন্যথা যেন নকৰা। শেষত এইটোৱেই বেচি মিতব্যয়ী। আগৰ বাৰ আমি দুজন এসপ্তাহলৈ অসুস্থ হৈ পৰিছিলোঁ। এইটো মনত আছে নিশ্চয় "

'লাহে লাহে বতৰ ভাল হ'ব। সোৱা পশ্চিমৰ কালে মেঘ আঁতৰিছে।"

আবেলি মেঘ আঁতৰিল. অলপ সময় ৰ'দো ওলাল। ৰাতিটো গৰম দেখি পার্ভাছে বাহিৰতে শুলে। মাজ নিশা সৰোবৰৰপৰা শীতল বতাহ বলিব ধৰিলে আৰু লগে লগে আহিল বৰষুণ। পার্ভাছ তিতিল। ৰাতিপুৱাৰ লগে লগে ঠাণ্ডাতে তেওঁ অসুস্থ হৈ পৰিল। চাৰি বজাত একাপ কফি আৰু দহ বজাত বেপাৰৰ ভীৰৰ সময়ত অন্য একাপ কফি খোৱাত কিছু ভাল পালে। উভতি যেতিয়া ঘৰ পালেহি তেতিয়া আবেলি

হৈছে। তেওঁৰ প্ৰকাণ্ড শৰীৰে বহুত ৰ'দ বৰষুণ অতিক্ৰম কৰিছে। কিন্তু আজিৰ দৰে অসুস্থ আগতে আৰু তেওঁ হোৱা নাই। তেওঁ কিছু হুকা-বধা কৰিলেও চেলিনাই তেওঁক বিচনাত থ'লে। তেওঁৰ ভৰি আৰু গাৰ দুয়োকাষে গৰম পানীৰ বটল আদি দি দিলে। তেওঁলোকে আশা কৰিছিল তেনে কৰিলে ঘাম ধৰি গা ভাল পাব। এইটো নহ'ল, বৰং জ্বৰহে উঠিল। অসুস্থ হ'লেও পাৰ্ভাছক সাধাৰণ লোকতকৈ বেচি ৰঙা আৰু উজ্জ্বল যেন দেখা গ'ল। কিন্তু চেলিনাই হঠাতে দেখিলে যে পাৰ্ভাছৰ চকু, মুখ আৰু গালত ক'লা ৰেখা কিছুমান। তেওঁ ভয় খালে।

সেই কালত মানুহে নিউমোনিয়াক হাঁওফাঁওৰ জ্বৰ বুলি ভাবিছিল। সেই ঠাইৰ মানুহৰ মতে এই জ্বৰৰ প্ৰতিকাৰ হৈছে দুৱাৰ খিৰিকী বন্ধ কৰি গৰম বতাহত বেমাৰীক ৰাখিব লাগে। গতিকে যদিও বাগীত উঠি ডাক্তৰ আহি ওৰেই ৰাতি তেওঁলোকৰ তাত থাকিল, তথাপি পাৰ্ভাছৰ বেমাৰৰ উপশম নহ'ল। শেষ ৰাতি বিজুলী-ঢেৰেকনিৰে বৰষুণো হ'ল। বেমাৰীয়ে উশাহ লোৱাত কষ্ট অনুভৱ কৰিলে। ভয়তে চেলিনাই-হাই-প্ৰেইৰিৰ ডাক্তৰক ক'লে, "যদি দুৱাৰ-খিৰিকীবোৰ খুলি দিয়া হয়, তেন্তে তেওঁ উশাহ লোৱাত কষ্ট নাপাব। তেওঁ কেনে কৰিছে চাওকচোন! স্বামীৰ কষ্ট দেখি চেলিনাৰ হৃদয় ভাগি গ'ল।

## দহ

পার্ভাছৰ বিৰাট শৰীৰ নিৰ্বিকাৰ আৰু গাম্ভীৰ্য্যপূৰ্ণভাৱে পৰি থাকিল আৰু ক'লা কাপোৰেৰে তাক ঢাকি ৰখা হ'ল। ঘৰখনত আহ-যাহ বাঢ়িল আৰু সৰু ল'ৰা ডাৰ্কে গৌৰৱ অনুভৱ কৰিলে। তেওঁলোকৰ সৰু ফাৰ্মখন আৰু সৰু যেন হৈ পৰিল। কিন্তু বেচি বেদনাদায়ক আৰু পুতৌলগা অৱস্থা হ'ল চেলিনাৰ। তেওঁ এতিয়া বিধৱা। অথচ, স্বামীৰ মৃত্যুৰ কাৰণে চকুৰ পানী পেলাবলৈকেও তেওঁৰ সময় নাই। ফাৰ্মখন আছেই, তাৰ আপদাল কৰিব লাগিব। বেমাৰ, মৃত্যু, শোক—এইবিলাকৰ লগতে ফাৰ্মৰ যত্ন, শাক-পাচলি সংগ্ৰহ আৰু বজাৰলৈ পঠিওৱা আৰু কিনা-বেচা, এইবোৰো চলাই থাকিব লাগিব। এই ফাৰ্মৰ ওপৰতে ল'ৰাটোৰ আৰু তেওঁৰ নিজৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে।

শৱ-সংকাৰৰ পাচত কেইদিনমানলৈ ওচৰ চুবুৰীয়া খেতিয়ক কেই-জনমানে বজাৰলৈ শাক-পাচলিৰ গাড়ী চলাই নিছিল আৰু অঁকৰা জানক খেতি-পথাৰত সহায় কৰিছিল। কিন্তু তেওঁলোকৰ নিজৰ নিজৰ কামৰ বোজাও কম নাছিল। পাঁচদিনৰ দিনা জানেই শাক-পাচলিৰ গাড়ী চিকাগোৰ হাটলৈ নিবলগীয়া হ'ল। অৱশ্যে চেলিনাৰ মনত সংশয় আছিলেই। তেওঁৰ এই সংশয় যথাৰ্থ বুলি প্ৰমাণ হ'ল। কাৰণ পাচ দিনা যেতিয়া জান বজাৰৰপৰা উভতি আহিল, তেতিয়া দেখা গ'ল যে গাড়ীত আধা শাক-পাচলি তেনেই আছে। পইচাৰ হিচাব কৰিও দেখা গ'ল যে লাভৰ ঘৰত শূণ্য। এই উভতি অহা শাক-পাচলিবোৰ গোহালিৰ পিচৰ ফালে দম কৰি থোৱা হ'ল—পাচত সাৰ হিচাবে ব্যৱহাৰ কৰিবৰ নিমিত্তে।

জানে কৈফিয়ৎ দিলে, "মই এইবাৰ ভাল বেপাৰ কৰিব নোৱাৰিলোঁ। কাৰণ মই বজাৰত ভাল ঠাই এডৱা নাপালোঁ।"

"কিন্তু তুমিতো ঘৰৰপৰা যথেষ্ট আগতে গৈছিলা।"

"মানুহবিলাকে মোক নতুন বুলি জানিলে। গতিকে মই ঘোঁৰা বান্ধি থৈ আহি যেতিয়া ঠাই বিচাৰোঁ, তেতিয়া তেওঁলোকে সুবিধাৰ ঠাইবোৰ দখল কৰি পেলাইছে।"

চেলিনাই ৰান্ধনি ঘৰৰ দুৱাৰ মুখত থিয় হৈ আছে, জানে ঘোঁৰাবে সৈতে চোতালতে আছে। চেলিনাই পথাৰৰ পিনে মুখ ঘুৰালে। তীক্ষ্ন দৃষ্টিসম্পন্ন লোকে তেতিয়া চেলিনাক দেখাহেঁতেন তেওঁৰ চকু-মুখত ফুটি উঠা দৃঢ়তাৰ ভাব লক্ষ্য কৰিব পাৰিলেহেঁতেন। কিন্তু জানৰ সেই শক্তি নাছিল।

চেলিনাই ক'লে, "সোমবাৰে মই নিজেই হাটলৈ যাম।"

জানে সুধিলে, "যাব? সোমবাৰে? ক লৈ?"

"বজাৰলৈ।"

এইটো এটা ৰগৰ যেন লাগিল। জানে হাঁহি গোহালিৰ পিনে গুচি গ'ল। চেলিনাই সদায় অৰ্থহীন কথাকে কয়। সোমবাৰে যেতিয়া সচা-সচিকৈয়ে এই ক্ষীণকায় তিৰোতাজনীৰ ক্ষীণ আঙুলিয়ে ঘোঁৰাৰ লেকাম ধৰি বজাৰলৈ ঘোঁৰাৰ গাড়ী চলাই লৈ যোৱা দেখিলে, তেতিয়া জানৰ দৰে হাইপ্ৰেইৰিৰ সকলো মানুহ আচৰিত হ'ল।

উত্তেজিত হৈ জানে তৰ্ক কৰি ক'লে, "বজাৰলৈ! তেওঁ তিৰোতা। তেওঁ বজাৰলৈ নাযায়।"

"কিন্তু এই তিৰোতাজনী যায়।" চেলিনা সিদিনা তিনি বজাতে উঠিছে। অকল সেয়ে নহয়; আপত্তি কৰা সত্বেও জানকো সাৰ পোৱাইছে। পাঁচ বজাত ডাৰ্কো গৈ পথাৰত তেওঁলোকৰ লগ লাগিছে। তিনিও লগ লাগি এগাড়ী শাক-পাচলি তুলি বান্ধিছে। চেলিনাই ক'লে, "শাক-পাচলি-বোৰ গড় লগাই সজোৱা। সেইদৰে সিঁচৰতিকৈ নেৰাখি মুৰবিলাকত এইদৰে গাঁঠি দি দিয়া। ৰছীৰে দুই মেৰকৈ দিবা। কোচা কোচাকৈ নাবান্ধি তোৰাৰ দৰে বান্ধা। ইয়াৰ পাচত আমি শাক-পাচলিবোৰ মচি চাফ কৰিম।"

হাইপ্ৰেইৰিৰ খেতিয়কে পাক-পাচলিবোৰ নোধোৱে ধুলেও আংশিক-ভাৱেহে। সক ডাঙৰ সকলোবোৰকে সানমিহলি কৈ বান্ধি একোটা কোঁচা কৰি থয় ধুনীয়া তোৰা কৰি সজোৱা অভ্যাস নাই। শাক-পাচলিৰ গাত প্ৰায়ে মাটিৰ দাগ থাকে। গৃহিণীসকলে ৰান্ধনি ঘৰত নি সেইবোৰ গুচায়। তেওঁবিলাকৰ অন্য বিশেষ কাম কিনো থাকে?

পানীৰ পাম্পৰ তলত চেলিনাই গাজৰবোৰ পিহি পিহি ধুলে। ফলত সেইবোৰ সোণৰ মুঠা যেন হৈ পৰিল। অৱশ্যে জানৰ উপস্থিতিত তেওঁ

একো নক'লে। জান ইতিমধ্যেই হতভম্ব হৈ পৰিছে। জানে এতিয়াও বিশ্বাস কৰা নাই যে চেলিনাই আচলতে তেওঁৰ সংকল্প কাৰ্য্যত পৰিণত কৰিব। হাইপ্ৰেইৰিৰ কৃষকৰ পত্নী—তেওঁ পুৰুষৰ দৰে গাড়ী চলাই বজাৰত বস্তু-বেহানি বেচিবলৈ যাব! অকলে তেওঁ বজাৰৰ মুকলি ঠাইত নিশা কটাব, বা সস্তা দামৰ কোঠালী ভাৰা কৰি ৰাতি থাকিব। ৰবিবাৰৰ ভিতৰতে কেনেবাকৈ খবৰটো জিলাত ৰাষ্ট্ৰ হৈ পৰিল। ডাচ ৰিফৰ্মদ চাৰ্চত সমবেত মানুহৰ মুখে মুখে একেটা প্ৰশ্ন।·চেলিনা গীৰ্জালৈ নগ'ল। কি চমৎকাৰ কথা। চেলিনা বিধৱা হোৱাৰ এসপ্তাহো হোৱা নাই। হাইপ্ৰেইৰিৰ মানুহে সেইদিনা আবেলি ডিজঙৰ ঘৰত চেলিনাৰ খবৰ কৰিলে। তেওঁলোকে জানিব পাৰিলে যে চেলিনা ৰেষ্ট চিক্সটিন নামৰ জলাহ* মাটি ডৰালৈ গৈছে আৰু ল'ৰা ডাৰ্ক মাকৰ পিচে পিচে গৈছে।

ৰবিবাৰৰ আবেলি গীৰ্জালৈ যাওঁতে ৰেভাৰেণ্ড ডেক্কাৰ বাটতে চেলিনাৰ ঘৰত সোমাল। ৰেভাৰেণ্ড ডেক্কাৰ প্ৰাচীন ধাৰণা-সম্পন্ন লোক। দুই বা তিনি পুৰুষ আগতে তেওঁৰদৰে লোক সমাজৰ উপকাৰত আহিছিল। কিন্তু এতিয়া হাইপ্ৰেইৰিৰ লোকে তেওঁৰ পুৰণা মনোভাবক আদৰণি জনাব নোখোজে। তেওঁৰ চকুত ধৰ্মান্ধতাৰ কঠোৰ দৃষ্টি।

"মিচেছ ডিজং, এইবোৰ কি কথা শুনো? আপুনি হেনো অকলে গাড়ী চলাই লৈ গৈ হেইমাৰ্কেটত শাক-পাচলিৰ ব্যৱসায় কৰিব?"

"মোৰ লগত ডাৰ্ক যাব।"

"মিচেছ ডিজং, আপুনি কি কৰিবলৈ ওলাইছে নিজে ভালকৈ বুজি পোৱা নাই। হেইমাৰ্কেটলৈ কোনো সম্ভ্ৰান্ত বা সৎ মহিলা নাযায়। ল'ৰাটো যোৱাৰ বিষয়ে মোৰ ক'ব লগা এই তাত খেলা, সুৰাপান, সকলো ৰকমৰ বেয়া কাম তাত চলে। অসৎ চৰিত্ৰৰ ছোৱালীবিলাক গাড়ীৰ কাষে কাষে ঘূৰি ফুৰে।"

চেলিনাই আচৰিত হৈ সুধিলে, "হয়নে?" ফাৰ্মত বাৰ বছৰ কটোৱাৰ পাচত এইটো প্ৰকৃততে উন্মাদনাপূৰ্ণ যেন লাগিল।

"আপুনি নাযাব।"

"শাক-পাচলিবোৰ মাটিতে পচি যাব ধৰিছে। তদুপৰি ডাৰ্ক আৰু মই জীয়াই থাকিব লাগিব।"

"বাইবেলৰ মাথিউ অধ্যায়ৰ ১০ —২৯ অংশত থকা ঘনচিৰিকা দুটাৰ কথা মনত কৰক। এটা অকলে মাটিত নপৰে।"

"এটা এবাৰ মাটিত পৰি যোৱাৰ পাচত এইটোৰ কি তাৎপৰ্য্য আছে মই নুবুজোঁ।"

সোমবাৰে আবেলি তিনি বজাৰপৰা পাঁচ বজালৈ এই সময় খিনিত চিকাগোৰ বজাৰলৈ পামৰ শাক-পাচলি লৈ গাড়ীবিলাক যাবলৈ আৰম্ভ কৰিলত হলষ্টেদ ৰোডৰ কাষত থকা প্ৰত্যেকটো ফাৰ্ম ঘৰৰে খিৰিকীৰ পৰ্দাবিলাক লৰি উঠিল যেন জোৰে বতাহ বলি সেইবোৰ জোকাৰি দিছে। ক্লাচ পুলে সেই দিনা দুপৰীয়া আহাৰ খাবৰ সময়ত চেলিনাৰ সংকল্পৰ কথা কৈ দুখ কৰিছিল।

"কোনো ভদ্ৰ মহিলাই গাড়ী চলাই বজাৰত বস্তু বিকিবলৈ নাযায়।"

মিচেছ ক্লাচ পুলে ( মানুহে এতিয়াও তেওঁক বিধৱা পাৰ্লেন বাৰ্গ বুলিছিল ) দুষ্ট হাঁহি এটা মাৰি ক'লে, "ইয়াতকৈ অন্য আৰু কি আশা কৰিব পাৰি? তেওঁ গুৰিৰেপৰা কি কৰি আহিছে নোচোৱা কিয়?" ক্লাচে এই কথাটো বুজি নাপালে। তেওঁ নিজৰ চিন্তাধাৰাতে ব্যস্ত হৈ থাকিল। "এইটো অসম্ভৱ যেন লাগে। পোনতে শিক্ষয়িত্ৰী হৈ তেওঁ যেতিয়া ইয়ালৈ আহে তেতিয়া মই গাড়ীৰে তেওঁক লৈ আহিছিলোঁ। গাড়ীৰ চিটত বহি তেওঁ ৰবীন চৰাইৰ দৰে হৈ আহিছিল। তেওঁ কৈছিল, 'বন্ধা কবিবোৰ ধুনীয়া দেখি'। যোৱা কালি কোৱা কথাৰদৰে মোৰ মনত স্পষ্টকৈ আছে। মই ডাঠি কব পাৰোঁ, এতিয়া তেওঁৰ ভিন্ন অভিজ্ঞতা হৈছে।"

কিন্তু চেলিনাৰ ভিন্ন অভিজ্ঞতা হোৱা নাই। যোৱা বাৰ বছৰে কথা শিকাইছেঁতেন আজি নিজ হাতেৰে গাড়ীত শাক-পাচলি বোজাই দি গাড়ী চলাই লৈ গৈ চিকাগোৰ বজাৰত বেপাৰ কৰিবলৈ নগ'লহেঁতেন আৰু হাইপ্ৰেইৰিৰ লোকৰ বিৰাগ ভাজনো হ'ব নালাগিলহেঁতেন। তেওঁ বিধৱা হবৰ এসপ্তাহতকৈ বৰ বেছি হোৱা নাই। গাড়ীত মুমলীয়া শস্যৰ ভাল বিলাকহে তোলা হৈছে। ৰঙা মূলা, ৰসাল পালেং, সাত ইঞ্চি দীঘল গাঁজৰ, ঢোল মূৰীয়া সেউজীয়া বন্ধা কবি, দীঘল তিয়ঁহ, চেলিনাই নিজে ৰোৱা ফুল কবি, ( পাৰ্ভাছে মানা কৰিছিল ) ; এই কবি কইনাৰ মূৰৰ মুকুটৰ দৰে ধুনীয়া—আদি বিভিন্ন বিধৰ বছা বছা শাক-পাচলি গাড়ীত তোলা হৈছে।

ৰঙা, সেউজীয়া, বগা, সোণালী-বৰণ, নানা ৰঙৰ এই অপূৰ্ব সমাবেশ দেখি চেলিনাৰ মন আনন্দত নাচি উঠিল।

"ডাৰ্ক, এইবোৰ ধুনীয়া নেদেখিনে ?"

চহৰৰ বজাৰলৈ যোৱাৰ আসন্ন আনন্দত ডাৰ্কৰ চিন্তা অন্য ঠাইত আছে। গতিকে অধীৰভাৱে তেওঁ মাকক ক'লে, "কোনবোৰ ধুনীয়া ? মইতো একো ধুনীয়া দেখা পোৱা নাই ; কি ধুনীয়া ?"

চেলিনাই বাহু মেলি দেখুৱাই দিলে, "গোটেই গাড়ী শাক-পাচলি—বন্ধা কবিবিলাক।"

ডাৰ্কে ক'লে, "তুমি কি কৈছা মই বুজা নাই মা। আমি যাওঁ ব'লা। পলম কৰিব লাগিছে কেলেই ? তুমি কৈছিলা যে গাড়ী বোজাই হ'লেই যাত্ৰা কৰিবা।"

"ছোবিগ তুমিও ঠিক তেওঁৰ দৰে।"

"কাৰ দৰে ?"

"আমি এতিয়া যাম। জান, তোমাৰ ৰাতিৰ আহাৰৰ নিমিত্তে ঠাণ্ডা মাংস আছে, ভাজিবৰ কাৰণে আলু কুটি থোৱা আছে আৰু দুপৰীয়া এৰা আপেলৰ পিঠা আছে। তোমাৰ খোৱা বাচন লেতেৰা কৰি থৈ নিদি ধুই পেলাবা। পথাৰত বৈ থকা স্কুৱাছ আৰু লাউখিনি গধূলিৰ আগতে অনা শেষ কৰিবা।

মই হয়তো সেইবোৰ চহৰলৈ নিনিয়াকৈ ঘৰতে বিক্ৰী কৰি দিব পাৰিম। কোনো কমিচন লোৱা মানুহক বিচাৰি আনি লাগিলে অলপ কম দামতে বেচি দিম।

ঘৰতে চিলোৱা আৰু দেউতাকে পিন্ধা চুট এটাকে কাটি নক কৰি তেওঁ ডাৰ্কক পিন্ধিবলৈ দিছে। মূৰত এটা বহল মুখৰ খেৰী হ্যাট দিছে। ল'ৰাটোৱে এইটো ভাল পোৱা নাই। চেলিনাই ঘৰতে এটা ডাঙৰ খহটা অভাৰকোট কৰি দিছিল। এই কোটটো গাড়ীত তুলি লোৱা হ'ল। কাৰণ দিনত যদিও গৰম আছে, তথাপি সূৰ্য্যাস্তৰ পাচতে ঠাণ্ডা হ'বৰ সম্ভাৱনা আছে। চেলিনাই নিজে ক'লা বৰণৰ সাজ-পাৰলৈ এক লাফতে গাড়ীত উঠি ঘোঁৰাৰ লেকাম হাতত ল'লে। কাষত বহা ল'ৰাটোৰ ফালে এবাৰ চাই লৈ ঘোঁৰা মেলি দিলে। হতভম্ব হৈ থকা জানে এই অদ্ভুতকাণ্ড দেখি মনৰ ভাব প্ৰকাশ কৰি ক'লে,"মোৰ জীৱনত এনে অদ্ভুত কথা আগতে দেখা শুনাও নাই।"

চেলিনাই ঘোঁৰা চহৰমুৰা কৰি দিলে। জানক লক্ষ্য কৰি তেওঁ কৈ গ'ল, "জান, তুমি আগতে নেদেখা-নুশুনা আৰু বহুত কথা দেখিবা-শুনিবা।" ইয়াৰ পাচত কুৰি বছৰৰ ভিতৰত জানৰ চকুৰ আগতে ফোৰ্ড গাড়ী, ফনোগ্ৰাফ, ৰেডিঅ', আৰু মেইল পদ্ধতিৰ প্ৰবৰ্তন আৰু প্ৰাদুৰ্ভাৱ হ'ল। কিন্তু তথাপি পোনপ্ৰথমে চেলিনা ডিজৱে গাড়ীত উঠি শাক-পাচলি লৈ পুৰুষৰ দৰে বজাৰলৈ বেপাৰ কৰিবলৈ যোৱাৰ দিনা যিমান আচৰিত হৈছিল, সিমান আচৰিত কোনো দিনে হোৱা নাই।

গাড়ী চলাই হলষ্টেদ ৰোডেৰে চেলিনা চিকাগোৰ বজাৰলৈ গ'ল। তেওঁৰ শৰীৰ শুকান কিন্তু চকু উজ্জ্বল। গাত আকৃতিবিহীন ক'লা সাজ-পাৰ আৰু মূৰত পুৰণা টুপী—পুৰুষৰ টুপী যেন দেখি আৰু হয়তো সেয়েই আছিল। মূৰৰ চুলিখিনি চুঁচি নি পিচৰ ফালে পেলাই থৈ দিয়াত গালৰ হাড বেচি স্পষ্ট হৈ উঠিছে; গতিকে তেওঁৰ ধুনীয়া নাক বা মনোমোহা চকুৰ সৌন্দৰ্য্য কিছু পৰিমাণে কমা যেন হৈছে। তেওঁৰ চকুত উদগ্ৰীৱ ভাব। তেওঁৰ কাষত বহি আছে ন-দহ বছৰীয়া ফাৰ্মৰ ল'ৰা এটা। তাৰ গাৰ চুটটো দেখিলে হাঁহি উঠে। মূৰৰ টুপীটোও গাড়ী জপিওৱাৰ লগে লগে খহি পৰে আৰু মাকে পুনৰ টুপীটো মূৰত তুলি দিয়ে। ল'ৰাটোৰ মূৰৰ চুলি চুটিকৈ কটা হৈছে। জানোচা সেই মূৰত আবেলিৰ ৰ'দ পৰি ল'ৰাটোক অসুস্থ কৰে, সেই ভয়তে মাকে টুপীটো বাৰে বাৰে মূৰত তুলি দি গৈছে। কিন্তু ল'ৰাটোৰ চকু দুটা উজ্জ্বল।

তেওঁলোকৰ ভৰিৰ কাষতে পম নামৰ কুকুৰটো। তাৰ এতিয়া টোপনি আহিব ধৰিছে। তাৰ মূৰ অনুপাতে নেজ নিমিলে, প্ৰকাণ্ড গাটোৰ অনুপাতে ঠেং কেইখনো নিচেই সৰু। ৰাতি পাৰ্ভাছে শুই থকা সময়ত এই মংগ্ৰেল কুকুৰটোৱে গাড়ীখন ৰখি থাকিছিল।

গাড়ী আৰু গাড়োৱান গৰীব, কিন্তু ধুনীয়া। পাৰ্ভাছ ডিজঙৰ মৃত্যুত সম-বেদনা জনাবলৈ হাইপ্ৰেইৰিৰ মানুহ আহি দেখে, যে চেলিনাই ঘৰত ক'লা কাপোৰ পিন্ধি শোক কৰি বহি নাথাকি গাড়ী চলাই চহৰৰ বজাৰলৈ বস্তু-বেহানি বিকিবলৈ গৈছে। হলষ্টেদ ৰোডেৰে গৈ থাকোঁতে চেলিনাৰ মন উৎফুল্ল হৈ উঠিল। এই উল্লাসৰ কথা ভাৱি চেলিনা মনে মনে অলপ লজ্জিত হ'ল। হাইপ্ৰেইৰিৰ মানুহৰ দৰে তেওঁ নিজকে নিজে অলপ গৰিহণা দিলে। "চেলিনা পিক, তোমাৰ লাজ লগা নাইনে? যি সময়ত তুমি

পার্ভাছৰ মৃত্যুৰ কাৰণে শোক কৰিব লাগে সেই সময়ত তুমি প্ৰায় আনন্দ কৰিছা। তুমি দুষ্ট।"

কিন্তু তেওঁ লজ্জা অনুভৱ নকৰে। লজ্জাৰ কথা ভাবোঁতে তেওঁৰ মনত পুনৰ উল্লাসহে আহিল। দহ বছৰৰো আগতে এই আলিবাটেৰেই তেওঁ ক্লাচ পুলৰ লগত গাড়ীত গৈছিল। তেওঁৰ পিতাকৰ তাৰ অলপ আগতে মৃত্যু হৈছিল। ইয়াৰ শোক, তেওঁৰ যৌৱন, অকলশৰীয়া অৱস্থা, নতুন ঠাইৰ অনিশ্চিত অৱস্থা, অচিন সমাজ—এই এটাইবিলাক থকা স্বত্বেও সেই সময়তো তেওঁ মনত এটা উল্লাস অনুভৱ কৰিছিল। দুঃসাহসিক কাৰ্য্যৰ কাৰণে তেওঁ সদায় উল্লাস অনুভৱ কৰে। সেইটোৱে আচল কথা। তেওঁৰ দেউতাক চিম্প্ৰিয়ন পিকে কৈছিল, 'গোটেই জীৱনটোৱেই এটা দুঃসাহসিক অভিযান।' আজি সেই দিনাৰ উত্তেজনাৰ পুনৰাবৃত্তি কৰা হৈছে। সেই দিনাৰ দৰে আজিও তেওঁ বিদ্ৰোহীৰ কাম কৰিলে। হাইপ্ৰেইৰিৰ মানুহে এই অদ্ভূত কামত দুঃখিত আৰু স্তম্ভিত হৈছে। চেলিনাই তেওঁৰ বৰ্তমান অৱস্থাৰ হিচাব গণি-পিতি চাইছে। যৌৱন গৈছে; কিন্তু তেওঁৰ স্বাস্থ্য আৰু সাহস আছে। তেওঁৰ ন বছৰীয়া ল'ৰা এটা। ফাৰ্মত পঁচিশ একৰ অসাৰুৱা মাটি আছে। থকা ঘৰ আৰু বাহিৰা ঘৰ জৰাজীৰ্ণ—মেৰামতি কৰা হোৱা নাই।

তেওঁৰ নিজৰ ভিতৰত এটা আনন্দময়ী, দুঃসাহসিকতাপূৰ্ণ মনোবল আছে। ই কেতিয়াও নমৰে। অৱশ্যে বহুত সময়ত এই মনোবলে তেওঁক আহুকালতো পেলাইছিল। অশেষ কষ্ট কৰিহে শেষত তেওঁ এনে সময় ছোৱাত তৰণি পাইছিল। কিন্তু যি তিৰোতাজনীয়ে ৰঙা আৰু সেউজীয়া বন্ধাকবিত অসীম সৌন্দৰ্য্য দেখে সেই তিৰোতাক জীৱনৰ বিপদে কাবু কৰিব নোৱাৰে। আৰু তেওঁৰ আছে সেই ৰঙা কাশ্মীৰী শালখন। তেওঁ ডাওৰকৈ হাঁহি পেলায়।

"মা তুমি কি দেখি হাঁহিছা?" ডার্কে সোধে। চেলিনা সংযত হয়।

"একো নহয়, ছোবিগ। মই যে হাঁহিছোঁ, ক'বই নোৱাৰোঁ। পোনতে ছোৱালী হিচাবে হাইপ্ৰেইৰিলৈ আহিবৰ সময়ত মোৰ এযোৰা ৰঙা কাপোৰ আছিল। কাপোৰযোৰা এতিয়াও আছে। তাকে কথা ভাবি আছিলোঁ।"

"সেইটো কি হাঁহি উঠিবলগীয়া কথা?" ডার্কে ক'লে। তেওঁ হালধীয়া চৰাই এটাৰ গতিবিধি নিৰীক্ষণ কৰিব ধৰিলে।

"হাঁহিবলগীয়া কথা অৱশ্যে নহয়।"

"মই চৰাই মৰা বন্দুকটো লৈ অহাহেঁতেন ভাল হ'লহেঁতেন।" চৰাইটো আলিবাটৰ কাষৰ বেৰত বহি আছে, দহ ফুট মান আঁতৰত।

"ছোবিগ, তুমি শপথ খাই কৈছিলা, যে তুমি আৰু কেতিয়াও চৰাই গুলী নকৰা।"

"মই চৰাইটো নামাৰোঁ। মাত্ৰ লক্ষ্য স্থিৰ কৰিম।"

এইদৰে সেই বালিময় গাৱঁলীয়া আলিবাটেৰে গাড়ী গৈ থাকিল। চেলিনা এতিয়া গম্ভীৰ হ'ল। শৱ-সৎকাৰৰ খৰচ, ডাক্তৰৰ বিল, জানৰ দৰমহা, ফাৰ্মৰ যাবতীয় খৰচ, —এই এটাইবিলাক দিবলৈ বাকী আছে। হাঁহিবলগীয়া নিশ্চয় একো নাই। ল'ৰাটোৱে ঠিকেই কৈছে।

ডাৰ্কে ক লে, "সৌৱা মিচেছ পুল। তেওঁৰ ঘৰৰ সমুখৰ বাৰাণ্ডাত। চেয়াৰত বহি জুলিব ধৰিছে।"

সেইজনী মিচেছ পুল হয়। এওঁ কিছু আগতে বিধবা পাৰ্লেনবাৰ্গ আছিল। চেপ্তেম্বৰ মাহৰ মাজ ভাগৰ গৰম বতৰত তাতে বহি জুলি-বলৈ ধৰিছে। আলিবাটেৰে কৰ কৰ শব্দ কৰি গৈ থকা শাক-পাচলিৰ গাড়ীখনৰ পিনে তেওঁ চাইছে। ওখ চীটটোত ল'ৰাটো বহি আছে আৰু ক্ষীণ শৰীৰৰ তিৰোতা এজনীয়ে অপৰিষ্কাৰ সাজ-পাৰ পিন্ধি এই গাড়ীখন চলাই লৈ গৈছে।

মিচেছ ক্লাচ পুলৰ মুখত হাঁহ বিৰিঙি উঠিল। তেওঁ জুলিব এৰি দি সুস্থিৰে বহিল। তেওঁ সুধিলে, "এই গৰমত কলৈ যোৱা মিচেছ ডিজং?"

চেলিনাই পোনহৈ বহি ক'লে, "বোগদাদলৈ"

"ক'লৈ? কেলেই?"

"মোৰ মণি-মৰকতবোৰ বিকিবলৈ। তাত গৈ আল্লাউদ্দিন, হাৰুণাল ৰছিদ, আলিবাবা আৰু চল্লিশজন চোৰক দেখা কৰিবলৈ যাওঁ।"

মিচেছ পুলে চেয়াৰৰপৰা উঠি চিৰিৰে নামি আহিল। গাড়ীখনে কেৰ্-কেৰ্ শব্দ কৰি আগবাঢ়ি গৈ থাকিল। তেওঁ আলিবাটত দুই এখোজ আগবাঢ়ি পিচৰপৰা তেওঁলোকক মাতিলে। "মই এইটো কেতিয়াও শুনা নাছিলোঁ। সেই ঠাই কেনেকৈ পাবা?"

গাড়ীৰ চিটৰপৰা পিচফালে মুখ ঘূৰাই চেলিনাই মাত লগালে, "গৈ

গৈ থাকি এখন বন্ধ দুৱাৰ পোৱা যাব। তেতিয়া 'ওপেন চি চেম' বুলি ক'ব লাগে। ততালিকে দুৱাৰ মেল খায়।"

মিচেছ পুলৰ প্ৰশান্ত মুখত আশ্চৰ্য্যৰ ছাঁ দেখা গ'ল। গাড়ী কেৰ্-কেৰ্কৈ আগবাঢ়ি গৈ থাকিল। চেলিনাৰ মুখত হাঁহি আৰু মিচেছ পুলৰ মুখত চিন্তা।

ল'ৰাটোৱে চকু ঘূৰাই মাকৰ পিনে চাইছে। "তুমি কোৱা কথাখিনি 'আৰাবিয়ান নাইট' বোলা কিতাপৰ কথা। তুমি সেইখিনি কথা কেলেই ক'লা, মা? হঠাতে ল'ৰাটোৰ মাতত উত্তেজনা অনুভৱ হ'ল। "এইখিনি কিতাপৰ পাতত থকা কথাহে, নহয় জানো? আমি প্ৰকৃততে তো—"

চেলিনাই স্বল্প অনুতাপ কৰিলে। তেওঁ ক'লে, "প্ৰকৃততে হয়তো নহয়। কিন্তু অজান যি কোনো ঠাইকে বোগদাদ বুলিব পাৰি। আমি যি অভিযানত আহিছোঁ এইটো দুঃসাহসিক, নহয় জানো? ইয়াত কি হ'ব পাৰে সেই বিষয়ে আমি একো নাজানো। সকলো ৰকমৰ মানুহ লগ পাব পাৰোঁ। হেই মাৰ্কেটত বিভিন্ন মানুহে বিভিন্ন ছদ্মবেশ লৈ ফুৰে। তাত খলিফা, যুৱৰাজ, দাস, চোৰ, পৰী, যাদুকৰী—সকলো ধৰণৰ লোক পোৱা যাব পাৰে।"

"দেউতা যি ঠাইলৈ অনবৰত গৈছিল, সেই হেই মাৰ্কেটত? এইটো অসম্ভৱ কথা!"

মুখেৰে ফুটাই নক'লেও চেলিনাৰ মনে যেন কৈ দিলে, "ছোবিগ, সেইটো নক'বা।"

আলিবাটেৰে গাড়ী গৈ থাকিল। বাটৰ কাষত খিৰিকীৰে হয়তো এজন মানুহে মূৰ উলিয়াই চাইছে নাইবা ঘৰৰ দুৱাৰ মুখত থিয় হৈ কোনো তিৰোতাই গাড়ীখনলৈ লক্ষ্য কৰিছে। মিচেছ ভাণ্ডেৰ ছিজদে কাপোৰেৰে মুখখন বিচি বিচি গাড়ীখন যোৱা চাইছে। কৰ্ণেলিয়া স্নিপে কিবা বস্তু বান্ধিব ধৰা ভাও জুৰি গাড়ীখন অহালৈ চাই আছে। কাৰণ পাচত এই বিষয়ে গুজব কৰিব পাৰিব। এওঁলোকৰ পিনে চাই চেলিনাই অভিবাদন জনাই মাত লগাইছে।

"মিচেছ ভাণ্ডেৰ ছিজদে, কেনে আছা?" ইয়াৰ উত্তৰত এই তিৰোতা-জনীয়ে অসন্তুষ্টিসূচক মূৰ-জোকাৰণি মাৰিলে।

"হেৰা কৰ্ণেলিয়া"

কৰ্ণেলিয়াই উচপ খাই উঠা যেন দেখুৱালে কিন্তু অভিনয়টো বৰ কৃতকাৰ্য্য নহ'ল। তেওঁ ক'লে, "অ', তুমি মিচেছ ডিজং! মোৰ চকুত ৰ'দ পৰা বাবে ভালকৈ চাব পৰা নাছিলোঁ। তুমি যে এনেকৈ আহিবা ভাবিবই পৰা নাছিলোঁ।"

অন্যান্য তিৰোতাসকলেও জুমি জুমি চালে। তেওঁলোকৰ চকুত হিংসা, অসন্তুষ্টি, সমালোচনাৰ ভাব ফুটি উঠিছে।

পাঁচ বাজিল। ছয় বাজিল। ল'ৰাটোৱে গাড়ীৰ চকাৰে নামি ওচৰৰ ফাৰ্মত থকা কুঁৱা এটাৰপৰা এটা পাত্ৰত পানী আনিলে গৈ। তেওঁলোকে গাড়ীৰ ওপৰতে খোৱা-বোৱা কৰি গৈ থাকিল, থামিবলৈ সময় নাই। ৰুটি, মাংস, পিঠা আদি গাড়ীতে আছিল। তদুপৰি শাক-পাচলিৰ ভিতৰতো খাব পৰা ধৰণৰ পকা বস্তু আছিল। ইচ্ছা কৰাহেঁতেন চেলিনাই ঘৰতে অন্য কিছুমান খোৱা-বস্তু তৈয়াৰ কৰি আনিব পাৰিলেহেঁতেন। কিন্তু যিবিলাক খাদ্য বৰ বেছি সিদ্ধ নকৰাকৈ খাব পাৰি তাক কেঁচাই খোৱাই হ'ল চেলিনাৰ অভ্যাস। তেওঁ স্কুলৰ শিক্ষয়িত্ৰী হৈ থকা কালত পুলৰ ঘৰত কিয় কেঁচা শাক-পাচলি খোৱা হোৱা নাছিল ভাবি নাপায়।

যাত্ৰাৰ প্ৰথম খণ্ডত ল'ৰাটোৱে মাকৰ কাষতে ৰ'দত বহি ঘোঁৰাক চিঞৰি বাটত থকা কুকুৰা খেদি আৰু অন্যান্য প্ৰকাৰে মাকৰ লগত কথা পাতি গৈ আছিল। কিন্তু গধূলি হবৰ আগন্তুক হ'লত তেওঁৰ চকু ক্ৰমে মুদ খাই আহিবলৈ ধৰিলে। হঠাতে সৰোবৰ অঞ্চলৰপৰা ঠাণ্ডা বতাহ বলিবলৈ ধৰিলে। লাহে লাহে কুঁৱলী আহি পথাৰ, ঘৰ, আলি-পদূলি আবৃত কৰিবলৈ ধৰিলে। খোৱা বস্তুৰ কিছু অংশ পাত্ৰত বৈ গ'ল। চেলিনাই সেইখিনি এখন গামোচাৰে ঢাকি টোপনিৰপৰা উঠি ল'ৰাটোৱে খাবলৈ বিচাৰিলে দিবলৈ বুলি সযতনে থৈ দিলে।

"ছোবিগ! টোপনি ধৰিছে নেকি?"

"নাই ধৰা।" কিন্তু তেওঁৰ চকু মুদ খাই আহিছে। তেওঁৰ মুখত আৰু শৰীৰত শ্ৰান্ত ল'ৰাৰ লক্ষণ ফুটি উঠিছে। সূৰ্য্য পাটত বহিছে। অস্ত যাব ধৰা সূৰ্য্যৰ সোণালী ৰশ্মিয়ে পশ্চিম পিনৰপৰা ৰঙা আৰু গোলাপী আভা বিকিৰণ কৰিছে। গধূলি হ'ল। ল'ৰাটো মাকৰ গাতে আউজি পৰিল। মাকে ল'ৰাটোৰ গাত গৰম কাপোৰ এখন মেৰিয়াই দিলে। ল'ৰাটোৱে এবাৰ চকু মেলিলে আৰু গাৰ কাপোৰখন অলপ টানি ক'লে, "মোক পুৰণা কাপোৰ-

খন দিব নালাগে……। ছোৱালীৰ দৰে কেলেই মেৰিয়াই দিছা?…”
কথাষাৰ কৈয়েই আকৌ চকু মুদিলে আৰু মাকৰ কাষলতিকে বালিচ কৰি লোৱাৰ দৰে শুই পৰিল। গাড়ী গৈ থাকিল। গধূলিৰ পোহৰত কাষৰ গছ, বন, ঘাঁহ ইত্যাদিৰ ওপৰৰপৰা ধূলিৰ দাগবোৰ বগা হৈ জিলিকি উঠিল। দূৰত গৰুৰ গলৰ ঘণ্টাৰ শব্দ শুনা গ'ল। পিচৰ ফালে ঘোঁৰাৰ খট্-খট্ শব্দ। পিচৰ গাড়ীয়ে ধূলিৰ ডাৱৰ তুলি আগবাঢ়ে আৰু তাৰ গাড়োৱানে পিচলৈ চাই চেলিনাৰ লগত শুভেচ্ছাৰ আদান-প্ৰদান কৰি আঁতৰি যায়।

উমৃছৰ ল'ৰা এজন নাইবা জেকব বুমছমাই মাত লগায়, "মিচেছ ডিজং, আপুনিতো নিশ্চয় বজাৰলৈ নাযায়?"

"বজাৰলৈকে যাম।"

"এইটো তিৰোতাৰ কাম নহয়। আপুনি বৰং ঘৰতে থাকক, পুৰুষ মানুহক বজাৰলৈ যাবলৈ দিয়ক।"

চেলিনাৰ চুবুৰীৰ পুৰুষবিলাক অৱশ্যে বজাৰলৈ গৈছে। তেওঁলোকে চেলিনাৰ অদ্ভুত অভ্যাসৰ কথা জানে। গতিকে তেওঁলোক আচৰিত হোৱা নাই।

চেলিনাই ঘোঁৰা খেদি আগবাঢি গৈ থাকিল। গন্তব্যস্থলৰ বিষয়ে তেওঁৰ মনত থকা ভয়ক তেওঁ অস্বীকাৰ কৰিলে। ক্ৰমে লেম্পৰ পোহৰ দেখা গ'ল। তাৰ পাচত ওচৰাওচৰিকৈ থকা ঘৰ পোৱা গ'ল। এহাতে লেকাম আৰু চাবুক ধৰি অন্যখন হাতেৰে তেওঁ গৰম কোটটো বিচাৰি উলিয়ালে। তেওঁ বহা ঠাইৰ পিচফালে গাড়ীৰ আলুৰ বস্তাৰ ওপৰত কেইখনমান থলিয়া পাৰি এখন বিচনা কৰিলে আৰু তাতে ল'ৰাটোক লাহেকৈ শুৱাই থ'লে। ল'ৰাটোৱে শুলে। ৰাতি হ'ল। চিকাগো অভিমুখে গাড়ী গৈ থাকিল। চেলিনাৰ শৰীৰো অলপ অৱশ হ'ল। ক'লা সাজ-পাৰ আৰু শাল-কাপোৰ এখনেৰে চেলিনাৰ ক্ষীণ শৰীৰ আবৃত। তেওঁ মূৰৰপৰা পুৰণা টুপীটো সোলোকাইছে। বতাহ বলি তেওঁৰ চুলিবোৰ অসংযত কৰি দিছে। সেই অন্ধকাৰৰ মাজতো যেতিয়াই তেওঁ ওপৰৰ পিনে চায়, তেতিয়াই তেওঁৰ সেই ধুনীয়া, বগা মুখখন জিলিকি উঠে।

"ময়ো ছোবিগৰ লগতে বাহিৰত শুম। বাহিৰত শুলে অপকাৰ নকৰে। হেইমাৰ্কেট চহৰৰ ভিতৰত্। গতিকে গৰম হ'ব। কোঠালী ভাৰা কৰি

থাকিব লাগিলে পঁচিশ চেণ্ট বা দুজনৰ কাৰণে হয়তো পঞ্চাশ চেণ্ট লাগিব। অকল টোপনিৰ কাৰণে পঞ্চাশ চেণ্ট খৰচ কৰিব নোৱাৰি। এইখিনি ধন উপাৰ্জন কৰিবলৈ পথাৰত কেইবা ঘণ্টা কালো পৰিশ্ৰম কৰিব লাগে।

তেওঁৰ টোপনিৰ ভাব হ'ল। ৰাতিৰ বতাহখিনি বৰ আৰামদায়ক লাগিল। তেওঁ পথাৰৰ গন্ধ অনুভৱ কৰিলে। নিয়ৰত তিতা ঘাঁহ, তিতা ধূলি, গৰু-ম'হ, ইত্যাদিৰ গন্ধ তেওঁৰ নাকত সোমাল। তেওঁ সজীৱ হৈ উঠিল। যোৱা সপ্তাহত তেওঁৰ বৰ কষ্ট হৈছে। তেওঁৰ খোৱা-শোৱা খুব কম হৈছে। ভয়, আশ্চৰ্য্য, মনোকষ্ট, দুৰ্ভাবনা এইবোৰৰ অভিজ্ঞতা হৈছে। এই কেইদিনৰ কম আহাৰ, বেছি পৰিশ্ৰম, চকুৰ পানী ইত্যাদি সত্বেও এতিয়া তেওঁৰ মনৰ বোজা কিছু পাতলিছে। তেওঁ কাম-বনত অলপ মন দিব পৰা হৈছে আৰু প্ৰফুল্ল হ'বলৈ আৰম্ভ কৰিছে! যোৱা কেইদিনৰ দুখ-কষ্টই তেওঁৰ শৰীৰ-মন ধুই পৰিষ্কাৰ কৰি দিছে। তেওঁৰ দৃষ্টি-শক্তি তীক্ষ্ণ কৰি তুলিছে। এতিয়া তেওঁ এটা সূক্ষ্ম বৈদ্যুতিক যন্ত্ৰৰ দৰে হৈছে—যিকোনো সূক্ষ্ম পৰিবৰ্তনেই এই যন্ত্ৰত ধৰা পৰে।

অগুৰনি সাজ-পাৰৰ এই ফাৰ্ম-তিৰোতা গৰাকীয়ে আন্ধাৰৰ মাজেৰে গাড়ী চলাই থাকিল। ভগা-ছিগা গাড়ী এখনৰ ওপৰত জীৰ্ণ শৰীৰৰ এই তিৰোতা গৰাকী। তেওঁৰ কাষতে থলিয়াৰ দমৰ ওপৰত তেওঁৰ ল'ৰাটো শুই আছে—ঠিক যেন থলিয়াৰ ভিতৰত থকা তাজা শাক-পাচলি এবিধ হে। ফাৰ্মৰ লেম্পবোৰ একে একে নুমাই গ'ল। ফাৰ্মৰ ঘৰবোৰো আন্ধাৰত ডুব গ'ল। চহৰৰ পোহৰ দেখা পোৱা গ'ল। তেওঁৰ মনত চিন্তাৰ সোঁত ব'বলৈ ধৰিলে—তাত সংলগ্নতা নাই; কিন্তু তিক্ততা বা দোষাৰোপো নাই।

"মোৰ দেউতাই কোৱা কথা ঠিক নহয়। তেওঁ কৈছিল যে জীৱনটো এটা দুঃসাহসিক অভিযান—এটা সুন্দৰ অভিনয়। তেওঁ কৈছিল যে ঘটনাবহুল জীৱনেই চহকী জীৱন; সেই ঘটনাবোৰ সদায় মনঃপুত নহ'লেও এই মন্তব্য খাটে। ঘটনা ভালেই হওক বা বেয়াই হওক—সি মখমলৰ দৰে। দেউতাৰ এই মন্তব্য সঠিক নহয়। তেওঁৰ বুদ্ধি আছিল, সৌন্দৰ্য্য আছিল আৰু কথা জানিছিল। পাশাখেলৰ ঘৰত গুলিৰ আঘাতত তেওঁ মৃত্যুৰ মুখত পৰে। অইন এজন মানুহ মৰিবৰ কথা আছিল। সেইজনলৈ চাই থাকোঁতে তেওঁৰ গাতেই গুলি লাগিল। ......আমাৰ

এতিয়া অনিশ্চিত অৱস্থা। ডাৰ্কে সাৰ পাবনে? মোৰ মৰমৰ ছোবিগ কলি……নহয়, সি শুই আছে। সি আলুৰ বস্তাৰ ওপৰত শুইছে—কাৰণ তাৰ মাকে ভাবে যে জীৱনটো এটা দুঃসাহসিক অভিযান—এটা সুন্দৰ অভিনয়; ইয়াক পোৱা ধৰণে গ্ৰহণ কৰিব লাগে। এইটো মিছা কথা। মই ইয়াক পোৱা ধৰণে গ্ৰহণ কৰিছোঁ আৰু পাৰ্য্যমানে সকলো কৰিছোঁ। এই বাট ঠিক নহয়। বৰং বাটৰ ভিতৰত উত্তমটো গ্ৰহণ কৰা উচিত আৰু তাতে পাৰ্য্যমানে শক্তি খৰচ কৰা কৰ্তব্য। সেইটো পঁয়ত্ৰিশ নম্বৰ আলিবাট। হেইমাৰ্কেট পাবলৈ আৰু ডেৰ ঘণ্টা আছে। ……মোৰ ভয় নাই। যিয়ে নহওক, যি পোৱা যায় তাতে শাক-পাচলি বিক্ৰী কৰিব লাগিব। কিন্তু ল'ৰাটোৰ বেলিকা কথা বেলেগ হ'ব। মই আৰু তাক ছোবিগ বুলি নামাতোঁ, সি সেইটো ভাল নাপায়। ডাৰ্ক! এইটো ধুনীয়া নাম। ডাৰ্ক ডিজং!……তাৰ কাৰণে আৰু ভাহি নুফুৰোঁ। সি যাতে এটা পৰিকল্পনামতে চলে তাৰে দিহা-যত্ন কৰিম। তাক সকলো সুবিধা দিম। মোৰ বেলিকা বহুত পলম হ'ল। কিন্তু ল'ৰাৰ বেলিকা ভিন্ন ব্যৱস্থা কৰিম……। বাইশ নম্বৰ আলিবাট…… বাৰ নম্বৰ ……সৌৱা কিমান মানুহ! মোৰ ভাল লাগিছে। ইয়াক অস্বীকাৰ কৰিব নোৱাৰোঁ। মোৰ ভাল লাগিছে। কেইবা বছৰো আগতে ক্লাচ পুলৰ লগত গাড়ীত উঠি আহোঁতেও এইদৰে ভাল লাগিছিল। মনত ভয় থাকিলেও যাত্ৰাটো উপভোগ কৰিছোঁ। হয়তো মই আনন্দ অনুভৱ কৰিব নালাগিছিল, কিন্তু সেইটো ভণ্ডামি হ'ব। মোৰ মনত যদি আপোনা-আপুনি প্ৰফুল্লতা আহে তেন্তে কিয় আনন্দ কৰিব নাপায়? মই তাক জগাম……"ডাৰ্ক! ডাৰ্ক, আমি প্ৰায় পালেঁাহিয়েই। সৌৱা মানুহ আৰু পোহৰবিলাক চোৱা। আমি প্ৰায় পালেঁাহিয়েই।"

ল'ৰাটোই সাৰ পালে। থলিয়াৰ বিচনাৰপৰা উঠি অলপ ইফালে সিফালে চাই সি পুনঃ শুই পৰি এটা লাৰুৰ দৰে হ'ল—"মানুহ আৰু… …পোহৰ চাব নোখোজোঁ।" ডাৰ্কৰ আকৌ টোপনি আহিল। চেলিনাই চহৰলৈ নামি যোৱা আলিবাটটোৰে দক্ষতাৰে ঘোঁৰা খেদি গৈ থাকিল। তেওঁ চাৰিওফালে বহুত দূৰলৈ চাই ল'লে। অন্য গাড়ী কিছুমানে তেওঁক চেৰ পেলাই আগবাঢ়ি গ'ল। তেওঁৰ সমুখত গাড়ীৰ লানি এটা গৈ থাকিল। মানুহবিলাকে তেওঁৰ ফালে কৌতূহল কৰি চালে। সিঁহঁতে

পৰস্পৰে ইঙ্গিতপূৰ্ণ কথা ক'লে আৰু চেলিনাৰ ফালে চাই বুঢ়া আঙুলি জোকাৰিলে। চেলিনাই তালৈ ভ্ৰূক্ষেপ নকৰিলে। তেওঁ ল'ৰাটোক জগাই নিজৰ কাষতে বহুৱাবলৈ ঠিক কৰিলে। তেওঁলোকে এতিয়া ৰেণ্ডোল্‌ফ ষ্ট্ৰীট পাইছে ; হেইমাৰ্কেটলৈ আৰু দুশাৰী ঘৰ অতিক্ৰম কৰিবলগীয়া আছে।

"ডাৰ্ক! আহা, ইয়াত তোমাৰ মা'ৰ কাষত বহাহি।" আপত্তিৰে কোৰ্‌-কোৰ্‌ কৰি ডাৰ্কে চিটত উঠিলহি। তেওঁ হাঁমি কাঢ়িলে, ওঁঠ চেলেকিলে আৰু আঙুলিৰ পিঠিৰে চকু মোহাৰিলে।

"আমি ইয়াত কেলেই?"

"শাক-পাচলি বেচি পইচা উপাৰ্জন কৰিবলৈ।"

"কেলেই?"

"বিদ্যা শিক্ষা কৰিবৰ কাৰণে তোমাক স্কুললৈ পঠিয়াবলৈ।"

"হাঁহি উঠা কথা। মইতো স্কুললৈ গৈছোঁৱেই।"

"বেলেগ স্কুললৈ যাবা। ডাঙৰ স্কুল।"

ডাৰ্কে এতিয়া সম্পূৰ্ণ ৰকমে সাৰ পাইছে আৰু চাৰিওফালে আগ্ৰহেৰে চাব ধৰিছে। তেওঁবিলাকৰ গাড়ী হেইমাৰ্কেটত সোমালগৈ। বজাৰখনত মানুহ, ঘোঁৰা আৰু গাড়ীৰ সমাবেশ। চিকাগোৰ উত্তৰে থকা জাৰ্মানফাৰ্ম আৰু দক্ষিণ পশ্চিমে থকা ডাচ ফাৰ্মৰপৰা গাড়ীবিলাক আহিয়েই আছে। চেলিনা ডাচ খণ্ডৰপৰা আহিছে। গাড়ীয়ে গাড়ীয়ে, টনে টনে, একৰে একৰে, ফল আৰু শাক-পাচলি আহি বজাৰখনত বাট নোহোৱা কৰি পেলাইছে। এই ইতিহাস প্ৰসিদ্ধ চকত এয়া যেন অস্ত্ৰবিহীন সেনানী ; এওঁলোকে প্ৰকাণ্ড চহৰ এখনৰ অধিবাসীসকললৈ খাদ্য সামগ্ৰী লৈ আহিছে। এই শাখাৰে আৰু পূবপিনৰ চাউথ ৱাটাৰ ষ্ট্ৰীটেৰে তাজা শাক-পাচলি আহি চিকাগোৰ লক্ষ লক্ষ নাগৰিকৰ আহাৰ যোগায়।

জনতাৰ মাজেৰে চেলিনা আগবাঢ়ি গ'ল। তেওঁ মনতে উল্লাস অনুভৱ কৰিলে। তেওঁলোকৰ কৰ্মৰো তাৎপৰ্য্য আৰু সফলতা আছে।. যি ঠাইত তেওঁ পোহাৰ মেলিব সেই ঠাইখিনি চিনি পায়। তেওঁৰ বিয়াৰ আদি খণ্ডতে পাৰ্ভাছৰ সৈতে দহ বাৰ বাৰমানহে হয়তো চিকাগোলৈ গৈছে। কিন্তু তেওঁ যি দেখিছে আৰু শুনিছে, সি মনত আছে। "ডি প্লেইন"ৰ কাষৰ ঠাই খণ্ড সুবিধাজনক। এইখিনি ঠাইতে গ্ৰাহক আৰু গ্ৰোচাৰসকল সহজে গাড়ীৰ কাষলৈ আহিব পাৰে। ইয়াতে চেলিনাই তেওঁৰ সামগ্ৰী সকলোৰে

ভালদৰে দেখা পোৱাকৈ থ'ব পাৰিব। এই ঠাইখিনিৰ সমুখতে বাটৰ সিকাষে ক্রিছস্পেক্ষ নোবেলৰ ৰেষ্টোৰাঁ, ভাৰালৈ দিয়া শোৱা কোঠালী আৰু চেলুন আছে। ক্রিছে তেওঁক জানিছিল; পাৰ্ৰ্ভাছ আৰু তেওঁৰ বাপেককো বহুত বছৰ ধৰি জানিছিল। প্ৰয়োজন হ'লে এই মানুহজনে তেওঁক আৰু ডাৰ্কক সহায় কৰিব।

ডাৰ্কে এতিয়া সম্পূৰ্ণৰূপে সাৰ পাইছে। তেওঁৰ চকু-মুখত আগ্ৰহ আৰু উত্তেজনাৰ ভাব। তেওঁ গাৰ্ৰ্ত বৰ্দ্ধিত হোৱা ল'ৰা। পোহৰ, মানুহ, ঘোঁৰা কথা-বতৰা, হাঁহিৰ ৰোল আৰু সমুখৰ ৰেষ্টোৰাঁত গিলাচ-বাচনৰ শব্দ— এটাইবিলাকে তেওঁক চমকিত কৰিছে। তেওঁ ঘোঁৰা দুটাক মাতিছে, আৰু গাড়ীতে থিয় হৈছে। কিন্তু তেওঁ মাকৰ কাষ চাপি গৈছে। এতিয়া তেওঁলোক এটা ব্যস্ত জনতাৰ মাজত।

আলিবাটৰ চকবিলাকত য'ত য ত বেচি পোহৰ আছে তাত কিছুমান ভেণ্ডৰে চকোলেট, চিগাৰ, কলাৰ বুটাম, কাপোৰ ওলোমাই থোৱা সঁজুলি, জোতাৰ ফিটা আৰু অন্যান্য মনোহাৰী বস্তু বিকিছে। ঠাইখন ঠিক এখন মেলাৰ দৰে। দূৰত অস্পষ্ট পোহৰ। তাত ক'লা, ৰুক্ষ পুৰুষ মানুহৰ মুখ—তেওঁলোকৰ চকুৰ বগা অংশ অধিক বগা যেন দেখি; দাড়িবিলাক দীঘল, গলধনবিলাক বহল; দেখোঁতে ভয় লাগে। এঠাইত এবিধ খেলা, অন্য এঠাইত এটা পুলিচৰ লগত হাঁহি হাঁহি কথা কৈ থকা দুজনী ছোৱালী।

"এই ঠাইখিনি ভাল, মা। এইখিনি। সৌ গাড়ীখনত আমাৰ 'পম'ৰ দৰে কুকুৰ এটা আছে।"

তাৰ নামটো কোৱা শুনি 'পম' থিয় হল আৰু ল'ৰাটোৰ মুখৰ ফালে চাই ভয়তে নেজডাল জোকাৰি জোকাৰি ভুকিলে। পমে হেইমাৰ্কেটত আগতে বহুত ৰাতি কটাইছে। কিন্তু তথাপি তাত সি সদায় নতুনত্ব পায়। বহুত সময়ত পাৰ্ভাছৰ অনুপস্থিতিত সি অকলে গাড়ী ৰখিছে। সি চিটত থিয় হৈ কোনোবাই মূলা এটাত হাত পৰ্য্যন্ত দিলে ভুকি বিব্ৰত কৰে।

"পম, মনে মনে থাক।" চেলিনাই মানুহৰ মনোযোগ আকৃষ্ট কৰিবলৈ ইচ্ছা কৰা নাই। তেতিয়াও ৰাতি বেচি হোৱা নাই। তেওঁ সুন্দৰ বেগত আহিছে। পাৰ্ভাছে আঁহোতে বাটত শুই শুই অহা কাৰণে চহৰ পোৱাত পলম হৈছিল। চেলিনাই কিন্তু ঘোঁৰাক অনবৰত খেদি

আহিছে। তেনে কৰাত তেওঁলোকে সাধাৰণতে লগা সময়তকৈ আধা ঘণ্টা আগতে পাইছেহি। ঘৰ শাৰীৰ সোঁমাজতে তেওঁ বিচৰা ঠাই পালে। অন্য পিনৰপৰা সেই একেখিনি ঠাইলৈ বুলি অন্য এজন খেতিয়কৰ গাড়ী আহিব ধৰিছে। চেলিনাই ঘোঁৰাৰ পিঠিত চাবুক মাৰিলে। তৎক্ষণাত ঘোঁৰা দুটাই বেয়াকৈ জাপ মাৰি চোঁ মাৰিলে। দহচেকেণ্ড পাচত জাৰ্মান খেতিয়কজনেও গাড়ী আনি সেইখিনি পালেহি। কিন্তু চেলিনাই ইতি-মধ্যে গাড়ীখন পিচুৱাই ঠিক ঠাইত ৰাখিবলৈ আৰম্ভ কৰিছে।

"হেই, তাৰপৰা আঁতৰি যোৱা।" খেতিয়কজনে গৰ্জি উঠিল। কিন্তু তেওঁ সেই অস্পষ্ট পোহৰত দেখি আচৰিত হল যে তেওঁৰ প্ৰতিদ্বন্দ্বী জন এজনী তিৰোতাহে। এনে দৃশ্য তেওঁ এই প্ৰথম দেখিলে। তেওঁৰ মাত ক্ষীণ হ'ল। আচৰিতভাৱে সেই পিনে চাই তেওঁ অন্য কৌশল অৱলম্বন কৰিলে। "মহিলা, সেইখিনিত বহিব নোৱাৰিবা "

"অ, এৰা, বহিব পাৰিম" এই বুলিকৈ চেলিনাই চতুৰভাৱে গাড়ীখন পিচুৱাই তাত সুমাই দিলে।

যুদ্ধং দেহি ভাবত ডাৰ্কেও মাত লগালে, "এৰা আমি পাৰিম।"

গাড়ীৰ দুয়োফালে মানুহে মূৰ দাঙি দাঙি চালে। পৰাস্ত হোৱা খেতিয়কজনে সুধিলে, "তোমাৰ মৰদ ক'ত?"

"ইয়াতে।" এইবুলি কৈ চেলিনাই ডাৰ্কৰ মূৰৰ ওপৰত হাতখন দি দেখুৱালে। খেতিয়কজনে অন্য ঠাইলৈ গাড়ী চলাই লৈ যাবলৈ উদ্যত হ'ল। কিন্তু তেওঁ চেলিনাৰ উত্তৰত বিশ্বাস নকৰিলে। খেতিয়কজনে ধৰি ল'লে যে তিৰোতাজনীৰ স্বামী হয়তো ক্ৰিচৰ ৰেষ্টোৰাঁত আছে অথবা নিজৰ গাড়ীক আওকাণ কৰি অন্য গাড়ীত কোনো বন্ধুৰ লগত কথা পাতি আছে। তিৰোতাজনীৰ অভিভাৱকৰ অনুপস্থিতিৰ সুবিধা লৈ খেতিয়কজনে মনৰ খং পাতলাবলৈ কৈ গ'ল—"হেইমাৰ্কেটত তিৰোতাৰ আহিবৰ কোনো দৰ্কাৰ নাই। তুমি এই ৰাতি ৰান্ধনি ঘৰত থকাহে উচিত। কাৰণ ৰান্ধনি ঘৰেই তিৰোতাৰ স্থান।"

এই তিৰস্কাৰ যোৱা কেইদিনে তেওঁ বহুতবাৰ শুনিছে। এইবাৰ তেওঁৰ সহ্য নহ'ল। ক'লা টুপী পিন্ধা খঙাল এই তিৰোতাজনীয়ে গাড়ীৰ চিটৰপৰা জাৰ্মান কৃষক-গাড়োৱানজনক কথা শুনাই দিলে, "হেৰা মহামূৰ্খ, তুমি মোক সেইদৰে কথা নক'বা। ৰান্ধনি ঘৰত বহি যদি তিৰোতা এগৰাকী আৰু

তেওঁৰ ল'ৰাই খাবলৈ নাপাই শুকাই মৰিবলগীয়া হয়, তেন্তে তেনে ৰাজ্ধনি ঘৰত বহি থকাৰ উপকাৰ কি? মই ৰাজ্ধনি ঘৰত বহি থাকিলে মোৰ মোনালৈ টকা আপোনা আপুনি নাহে। মই নিজে খেতি কৰি উৎপন্ন কৰা শাক-পাচলি ইয়ালৈ বিক্ৰী কৰিবলৈ আহিছোঁ আৰু এইটো মই কৰিমেই। তুমি মোৰ বাটৰ আগৰপৰা আঁতৰি যোৱা। তুমি তোমাৰ কাম কৰাগৈ। নহ'লে মই আলিবাটৰ পুলিচ মাইকক খবৰ দিম।"

চেলিনাই গাড়ীৰপৰা চকাৰে বগুৱাবাই নামি ঘোঁৰা খুলিবলৈ লাগিল। উত্তৰ দিশৰ এই হতভম্ব কৃষক গাড়োৱানজনে চেলিনাৰ গতি-বিধিৰ কি ব্যাখ্যা দিলে অনুমান কৰা টান। তেওঁ নিশ্চয় এই ক্ষীণকায় তিৰোতাজনীক ভয় কৰা নাই। তথাপি ঘোঁৰাৰ লেকাম সামৰি লৈ যাবলৈ উদ্যত হোৱা এই গাড়োৱানজনৰ চকুৱে-মুখে আতঙ্কৰ ভাব ফুটি উঠিছিল।

"আই ঔ! কি তিৰোতা ঔ!" এইবুলি গাড়ী চলাই গাড়োৱানজনে খট্-খট্ শব্দ কৰি গুচি গ'ল।

চেলিনাই ততালিকে ঘোঁৰা খুলিলে। "ডাৰ্ক, তুমি 'পম'ৰে সৈতে ইয়াতে থাকা, মই বেগতে উভতি আহিম।" এই বুলি কৈ চেলিনাই ঘোঁৰা দুটা খেদি নি আলিবাটেৰে গৈ পঁচিশ চেণ্ট ধনেৰে ভাৰা কৰা গোহালী এটাত থ'বলৈ গুচি গ'ল। ঘোঁৰাই মালিকতকৈ যাতে বেচি সুখত থাকিব পাৰে, তাৰে দিহা কৰা হ'ল।

উভতি আহি চেলিনাই দেখে ডাৰ্কে দুজনী ছোৱালীৰ লগত গভীৰভাৱে কথা কৈ আছে। ছোৱালী দুজনীৰ গাত ৰঙা ব্লাউজ, স্কাৰ্ট মাটিৰে চুঁচৰি যোৱা আৰু মূৰত বেঁকাকৈ পিন্ধা নাবিকৰ টুপী। "এই নামটোৰ মই একো অৰ্থ বিচাৰি নাপাওঁ। এলছি! তুমি পোৱানে? নামটো 'ডাৰ্ট' (মলি) যেন শুনি। মানুহে বোধহয় ছাগলী পোৱালীৰ নামো এনেকৈ নাৰাখে।"

"আহা। তোমাৰ নামটো কুৎসিত, মনত ৰাখিবা।" ছোৱালীজনীয়ে ঘূৰি দেখে চেলিনা উপস্থিত।

"সেয়া মোৰ মা" ডাৰ্কে বিজয়ৰ সুৰত কৈ মাকৰ পিনে দেখুৱাই দিলে। তিনিজনী তিৰোতাই পৰস্পৰক নিৰীক্ষণ কৰিলে। দুজনীয়ে—এজনীৰ মূৰৰ ফটা টুপী আৰু গাৰ অপৰিষ্কাৰ সাজ-পাৰ দেখিলে আৰু বুজিলে। এজনীয়ে—দুজনীৰ ৰঙা ব্লাউজ আৰু বোলোৱা ওঁঠ দেখিলে আৰু বুজিলে।

ডাৰ্কৰ নামত জগৰ দেখা ছোৱালীজনীয়ে আত্মপক্ষ সমৰ্থন কৰি ক'লে, "আমি পোৱালীটোৰ নাম কি, ইত্যাদি সুধিছিলোঁ।"

নম্রভাৱে চেলিনাই ক'লে, "তেওঁৰ নাম ডাৰ্ক। এইটো ডাচ নাম, হলাণ্ডৰ। আমি দক্ষিণৰ মানুহ—হাইপ্রেইৰিৰপৰা আহিছোঁ। ল'ৰাটোৰ নাম ডাৰ্ক ডিজং। মই মিচেছ ডিজং।"

অন্যজনী ছোৱালীয়ে ক'লে, "হয়নে? মোৰ নাম এলছি। মই চেলছিৰ মানুহ। আহা, মেবেল! ওৰেই ৰাতি থিয় হৈ কথা কৈ থাকিবানে?" এইজনী ছোৱালী ধুনীয়া। অন্যজনীৰ বয়স বেছি হৈছে, চুলি ক'লা। তেওঁৰ গাত বিপৰীত গুণৰ সমাবেশ।

বয়সীয়া ছোৱালী মেবেলে চেলিনাৰ পিনে সূক্ষ্মভাৱে চালে। ওচৰৰ গাড়ীখনৰ চিটৰ তলৰপৰা নাকৰ ঘৰ্-ঘৰ্ শব্দ আহিল। গাড়ীৰ পিচৰ ফালে ওলমি থকা লেম্পৰ কাষত পাশা খেলাৰ শব্দ। "ইয়াত কি কৰিছা?"

"কালি ৰাতি পুৱালৈ মই শাক-পাচলি বিকিম। মোৰ ফাৰ্মৰপৰা অনা শাক-পাচলি।"

মেবেল অলপ বুদ্ধিহীন। তেওঁ চাৰিওফালে চাই সুধিলে, "তোমাৰ স্বামী ক'ত?"

"মোৰ স্বামী এসপ্তাহ আগতে ঢুকাল" চেলিনাই ৰাতি শুবৰ কাৰণে বিচনা পাৰিব ধৰিছে। গাড়ীৰ চিটৰ তলৰপৰা কিছু খেৰ উলিয়াই সেইবোৰ জোকাৰিলে আৰু গাড়ীৰ ওপৰত সমুখৰ ফালে সেইবোৰ সমানকৈ পাৰি দি তাৰ ওপৰত খালি বস্তাকেইখনমান দিলে। সমুখৰ কজাটো সোলোকাই পিচলৈ হোঁহকাই দিলে। ই বালিচৰ কাম কৰিব। শালখন উলিয়াই ৰাখিলে। এইখন উৰা কাপোৰ হ'ব। মেবেলে এই প্রস্তুতি দেখিলে। তেওঁৰ বুদ্ধিহীন চকুতো এটা ঔৎসুক্যৰ ভাব ফুটি উঠিল। ক্রমে এই ঔৎসুক্যৰ ভাব ভীতিত পৰিণত হ'ল।

"তুমি আৰু সৰু ল'ৰাটো বাহিৰতে নিশ্চয় নোশোৱা?"

"শুম।"

"হয়?" এইবুলি মেবেল যাবলৈ ওলাল। কিন্তু পুনঃ উভতি আহিল। কোমৰত বান্ধ খাই ধৰা পেটিটোৰপৰা সমুখৰফালে কিছুমান ধাতুজাত বস্তুৰ মোনা এখন ওলমি আছিল। তাত ভিতৰত ধনৰ মোনা, পেঞ্চিল, আৰ্চী, ফণী, ইত্যাদি বস্তু আছে। মোনাখন মেলি তাৰপৰা এটা ৰূপৰ ডলাৰ উলিয়ালে।

প্ৰায় কৰ্কশভাৱে এইটো চেলিনাৰ হাতত দি ক'লে, "এয়া লোৱা। ইয়াৰে ৰাতিটোৰ বাবে তোমাৰ আৰু ল'ৰাটোৰ কাৰণে এটা শোৱা কোঠালী ভাৰা কৰা। এইটো যেনে তেনে কৰিবা।"

চেলিনাই উজ্জ্বল, ঘূৰণীয়া ডলাৰটোৰ ফালে আৰু মেবেলৰ ফালে চালে। তেওঁৰ চকু চলচলীয়া হ'ল। তেওঁ মূৰ জোকাৰিলে আৰু হাঁহি ক'লে, "আমি বাহিৰত শুবলৈ বেয়া নাপাওঁ। মেবেল, তথাপি তোমাক ধন্যবাদ।"

ছোৱালীজনীয়ে তেওঁৰ ডলাৰটো পুনঃ মোনাত ভৰাই থ'লে। যাবৰ সময়ত তেওঁ কৈ গ'ল যে তেওঁ হ'লে কেতিয়াও বাহিৰত নোশোৱে। সিপিনে এলছিজনীয়ে মাতিব ধৰিছে। "ৰবি, মই গৈছোঁ।" এই বুলি কৈ মেবেল গুচি গ'ল।

বাটত দুয়োজনী ছোৱালীয়ে হাতত ধৰাধৰিকৈ যাওঁতে হাঁহি-খিকিন্দালি কৰি গ'ল।

চেলিনাই ক'লে, "ডাৰ্ক, আহাঁ।"

ডাৰ্কে ক'লে, "আমি ইয়াতে শুম, মা, নহয়নে?"

তেওঁৰ মনত আনন্দ।

"ইয়াতে। খেৰৰ গৰম পাম। আমাৰ অলপো ঠাণ্ডা নালাগে। ঠিক কেম্প কৰি থকাৰ দৰে হ'ব।"

ল'ৰাটোৱে হাঁহিতে বাগৰি পৰি ক'লে, "ঠিক অঘৰীলোকৰদৰে, নহয়নে, মা?"

"অঘৰীলোকৰদৰে নহয়।" স্কুলৰ শিক্ষয়িত্ৰীৰ সুৰত মাকে ক'লে। মাকে ল'ৰাটোৰ কাষতে শুলে। ল'ৰাটো তেনেই উজাগৰে থকাৰ দৰে থাকিল। "মই মেবেলকে বেছি ভাল পাইছিলোঁ। তেওঁৱেই বেছি ভাল নহয়নে, মা?"

"এৰা, দুজনীৰ ভিতৰত মেবেলেই বহুতখিনি ভাল।" এই বুলি কৈ চেলিনাই এখন হাতেৰে ল'ৰাটোক সাবট মাৰি ধৰি কাষলৈ টানি আনিলে। ততালিকে ডাৰ্কৰ গভীৰ টোপনি আহিল। আলিবাট ক্ৰমে নিস্তব্ধ হ'ল। কথোপকথন, হাঁহি-খিকিন্দালি বন্ধ হ'ল। ক্ৰিচ স্পেঙ্ক নোবেলৰ ৰেষ্টোৰাঁত পোহৰ নিষ্প্ৰভ হ'ল। মাজে মাজে শেহতীয়াকৈ অহা গাড়োৱানৰ ঘোঁৰা আৰু গাড়ীৰ শব্দ শুনা গল—কিন্তু ওচৰত নহয়। কিয়নো এই অংশ আৰু

পূবৰ অংশত আৰু খালি ঠাই নাই। এই মানুহবিলাক সিদিনা চাৰি বজাতে উঠিছে। গতিকে পাচদিনা চাৰি বজাৰ আগতে উঠিব লাগিব।

ৰাতিটো শীতল কিন্তু ঠাণ্ডা নহয়। দুয়ো কাষে ইটাৰ ঘৰৰ শাৰী। তাৰ মাজেৰে ওপৰত আকাশ দেখা যায়। গান গাই গাই দুজন মানুহ সেই বাটেৰে আহিল। ওচৰৰ এখন গাড়ীৰপৰা কোনোবাই ক'লে, “বন্ধ কৰা।” গায়ক দুজন নিৰৱ হ'ল। চেলিনাই ভাবিলে তেতিয়া হয়তো ৰাতি দহ বাজি গৈছে। তেওঁৰ লগত পাৰ্ভাছৰ নিকেলৰ ঘড়ীটো আছিল। কিন্তু ৰাতিৰ আন্ধাৰত একো নেদেখি। দিয়াচলাইৰ কাঠিও তেওঁ মাৰিব নোখোজে। তেওঁ শুনিলে কোনোবাই গমি-পিতি খোজকাঢ়ি অহা-যোৱা কৰিব লাগিছে। নিশাৰ পুলিচ।

তেওঁ আকাশৰ ফালে চাই পৰি থাকিল। তেওঁৰ চকুত লো নাই। তেওঁ ভাবিলে, “এই মই চেলিনা পিকে গাড়ীৰ ওপৰত খেৰৰ বিচনাত মোৰ লৰাক কাষত লৈ বাহিৰতে শুই আছোঁ ঠিক যেন মাইকী কুকুৰ এজনীয়ে বুকুৰ মাজত পোৱালীক সুমুৱাই লৈ শুই আছে। মই লুইছা এলকটৰ কিতাপত থকা জোৰ দৰে হবলৈ গৈছিলোঁ। মোৰ ভৰিত বুট জোতা, মোৰ গাত ৰঙীণ কাপোৰ। ৰাতি সুপুৰাই যেন লাগিছে মই টোপনি অহাব লাগিব টোপনি অহাব লাগিব· ”

কেনেবাকৈ তেওঁৰ টোপনি আহিল।

ওপৰত চেপ্তেম্বৰ মাহৰ তৰাই তিৰবিৰাই থাকিল।

ল'ৰাটোক বুকুত লৈ তাতে তেওঁৰ টোপনি আহিল। টোপনিয়ে তেওঁৰ মুখত শান্তি আনিলে আৰু ক্লান্ত শৰীৰক সুস্থ কৰিলে। প্ৰায় দুহেজাৰ বছৰৰ আগতে অন্য এজনী মাতৃয়ে খেৰৰ ওপৰত নিজৰ শিশুল'ৰাক বুকুত লৈ থকাৰ দৰে চেলিনা শান্তিৰে শুই থাকিল।

## এঘাৰ

পাচদিনাৰ বজাৰত চেলিনাৰ বস্তু-বাহানিবোৰ সুন্দৰ ৰকমে বিক্ৰী হ'ল আৰু তেওঁ বেছ লাভ কৰিলে, এই বুলি ক'ব পৰাহেঁতেন খুব ভাল হ'ল-হেঁতেন। কিন্তু কাৰ্য্যতঃ এইটো নহ'ল। প্ৰকৃত কথা ক'বলৈ গ'লে, তেওঁৰ এনে ক্ষতি হ'ল যে তিৰোতাহে নালাগে, আনকি পুৰুষেও বেপাৰ কৰিবলৈ হতোৎসাহ নহৈ নোৱাৰে।

তেওঁ যেতিয়া সাৰ পালে, তেতিয়া ৰাতি পুওৱা নাই—ৰাতি তিনি বজাৰ অন্ধকাৰ হৈ আছে। কিন্তু আলিবাটত মানুহৰ গতি-বিধি আৰম্ভ হৈছে। চেলিনাই স্কাৰ্টত লাগি থকা খেৰৰ কুটাবিলাক গুচাই যিমানখিনি পাৰি পৰিষ্কাৰ হৈ ল'লে। ডাৰ্কক টোপনিতে এৰি গাডীৰ তলত থকা 'পম'ক মাতি আনি সেই কুকুৰটোকে সাৰথি কৰি তেওঁ আলিবাটটো পাৰ হৈ ক্ৰিচ স্পেঙ্ক নোবেলৰ ৰেষ্টোৰাঁলৈ গ'ল। তেওঁ ক্ৰিচক জানিছিল ক্ৰিচেও তেওঁক জানিছিল। ৰেষ্টোৰাঁৰ পিচৰফালে থকা গা-ধোৱা ঘৰটো তেওঁ চেলিনাক ব্যৱহাৰ কৰিবলৈ দিলে। নিজৰ আৰু ডাৰ্কৰ কাৰণে গৰম কফি কিনি আনি দু'য়োৰে গা অলপ গৰম কৰি ল'ব। আগৰ ৰাতি এফলীয়াকৈ থোৱা পিঠা গাড়ীতে আছে, এই পিঠা খাব। ক্ৰিচৰ পূৰ্ব পুৰুষ অষ্ট্ৰিয়া দেশৰপৰা অহা। তেওঁ ধুনীয়া আৰু পৰোপকাৰী। হাতত তিতা কাপোৰ এখন লৈ থিয় হৈ বাৰৰ ওপৰখন মচিব ধৰিছে। তিতা কাপোৰেৰে মচি যোৱাৰ পাচত যি পানীৰ টোপাল বৈ গৈছে তাক অন্য এখন হাতেৰে এখন ৰবৰ লগোৱা কাঠবাকলাৰে মচি শুকান কৰি গৈছে। ফলত কাউণ্টাৰৰ ওপৰখন উজ্জ্বল আৰু শুকান হৈছে। পাচত ক্ৰিচে এই মচা কামটো ডাৰ্ককে কৰিবলৈ দিছিল।

স্পেঙ্ক নোবেলে কেতিয়াও শোৱা যেন নাছিল। অথচ, তেওঁৰ মুখমণ্ডল ৰঙা আৰু নীলা চকুযুৰি পৰিষ্কাৰ। ৰাতিৰ শেষ ভাগত অহা খেতিয়কেও ক্ৰিচক জাগ্ৰত অৱস্থাত পায়। বগা এপ্ৰন পিন্ধি বেঙেনা বৰণৰ মুখখনৰ এই চিৰজাগ্ৰত মানুহজনে হাতত তিতা কাপোৰ লৈ কাউণ্টাৰৰ ওপৰখন মচিছে, ৰবৰ লগোৱা কাঠবাকলাৰে পানীৰ কণিকাবোৰ মচি শুকান কৰিছে আৰু

গ্ৰাহকে কোৱা মতে 'বিয়াৰ' বা কফিৰ যোগান ধৰিছে। গ্ৰাহক আহিলে তেওঁ সোধে, "কেনে চলিছে?" ৰাতি পুৱাৰ প্ৰথম গ্ৰাহকবিলাকে ক্ৰিচক নতুনকৈ মাৰদি ইস্তিৰি কৰা বগা এপ্ৰন পিন্ধি ওলোৱা দেখে। ইস্তিৰি কৰা থকা কাৰণে কাপোৰত খচ্-মচ্ শব্দও হয়।

গ্ৰাহক আহিলে স্বাগতম্ জনাই তেওঁ সোধে, "কেনে চলিছে?"

চেলিনাই ক্ৰিচৰ দীঘল কোঠালীটোত প্ৰবেশ কৰি অনুভৱ কৰিলে যে ক্ৰিচৰ পৰিষ্কাৰ বগা এপ্ৰন, মুখৰ চেহেৰা, আৰু চোলাৰে আবৃত বাহুত এটা আশাপ্ৰদ আৰু সহায়কাৰী ভাব ফুটি উঠিছে। পিচ ফালে থকা ৰান্ধনি ঘৰৰপৰা বস্তু ভজাৰ শব্দ, আৰু কফি, ভজা মাংস আৰু আলুৰ মনোৰম গন্ধ আহিব ধৰিছে। ইতিমধ্যেই বজাৰৰ মানুহে আহি তাত বহি লৈছে আৰু লৰালৰিকৈ পাৰ্য্যমানে খাই লৈছে—মাংসৰ নোদোকা খণ্ড, কণী আলু, গৰম কফি, আৰু মাখনেৰে চাকি পেলোৱা কটি।

চেলিনা ক্ৰিচৰ ওচৰ চাপিল। কুঁৱলীৰ মাজৰে সূৰ্য্য বিৰিঙি উঠাৰদৰে, ধোঁৱাৰ মাজেদি তেওঁৰ ঘূৰণীয়া মুখ খন বিৰিঙি উঠিছে। ক্ৰিচে ক'লে, "কেনে চলিছে?" তাৰ পাচতে ক্ৰিচে চেলিনাক চিনি পালে। আচৰিত হৈ তেওঁ কৈ উঠিল, "অ' এয়া মিচেছ ডিজং।" তেওঁ এখন কাপোৰত হাতখন মচিলে আৰু মহানুভূতিৰে হাতখন বিধৱাজনীলৈ আগবঢ়াই দি ক'লে, "মই শুনিছোঁ, মই শুনিছোঁ।" কথাখিনি ভালদৰে উচ্চাৰিত নহ'ল; কিন্তু তাৰ গুণ বেচি কাৰ্য্যকৰী হ'ল।"

"মিষ্টাৰ স্পেঙ্ক নোবেল, এগাড়ী শাক-পাচলি লৈ আহিছোঁ। মোৰ ল'ৰাটোও আহিছে। সি এতিয়া গাড়ীতে শুই আছে। ৰাতিপুৱাৰ আহাৰৰ আগতে ল'ৰাটোক পৰিষ্কাৰকৈ হাত-ভৰি ধুৱাই দিবলৈ আপোনাৰ ইয়ালৈ আনিব পাৰোঁনে?"

"নিশ্চয়, নিশ্চয়।" নোবেলৰ মনত হঠাতে সন্দেহ জন্মিল। তেওঁ সুধিলে, "মিচেছ ডিজং, আপুনিতো নিজে ৰাতি গাড়ীতে শোৱা নাছিল?"

"শুইছিলোঁ। তেনেই বেয়া লগা নাছিল। ল'ৰাটোৱে ওৰেই ৰাতি ভালদৰে শুইছে। মোৰ অলপ সময়ৰ কাৰণেহে টোপনি আহিছিল।"

"তেন্তে আপুনি কালি গধূলিয়েই ইয়ালৈ আহিছেনেকি?" চেলিনাৰ মুখৰ চেহেৰাৰপৰা নোবেলে ইয়াৰ গম পালে। "আপুনি আৰু ল'ৰাটোৱে কোনো ৰকমে বাহিৰত শুব নালাগিছিল।"

"মই সেইটো জানো। সেই কাৰণেই……"

"পেটত কথা নাৰাখি ক'ব। বহুত সময়তে কোঠালী খালী হৈ পৰি থাকে। ল'ৰাটোৰে সৈতে আপুনি কুৰি চেণ্টতে থাকিব পাৰিব। এই পইচাখিনি যেতিয়া পাবে তেতিয়া দিলেও হ'ব। কিন্তু এইদৰে গাড়ীত বস্তু-বেহানি লৈ সদায় আহিব জানো? সেইটোতো তিৰোতাৰ কাম নহয়।"

"জানত বাহিৰে এই কাম কৰিবলৈ মোৰ অন্য কোনো মানুহ নাই। জানো তেনেই অকামিলা। চেপ্তেম্বৰ আৰু অক্টোবৰ এই দুমাহ ময়ে এই কাম কৰিব লাগিব। পাচলৈ অন্য কিবা উপায় ……" চেলিনাৰ মাত অস্পষ্ট হৈ গল। ৰাতি তিনিটা বজাত শুদা পেটে থাকি বৰ আশাবাদৰ কথা ক ব নোৱাৰি।

ভিতৰৰ ফালে থকা গা ধোৱা কোঠালীলৈ গৈ জোৰেৰে গা-মূৰ পিহি গা ধোৱাৰ পাচত চেচিনাই চুলি চুলিলে। তেওঁ গাটো অলপ ভাল পালে। গাড়ীলৈ উভতি গৈ দেখে, মাকে তেওঁক এৰি ক'ৰবালৈ গল বুলি ভাবি ডার্কে খুব ভয় কৰিছে। ইয়াৰ পোন্ধৰ মিনিট পাচত মাক আৰু ল'ৰাই টেবিল এখনত পুৱাৰ আহাৰ খাবলৈ বহিল। টেবিলত ক্ৰিচৰ ৰেষ্টোৰাঁৰ খাদ্য দিয়া হৈছে। দিনটোৰ প্ৰাৰম্ভটো আশাপ্ৰদ হ'ল।

হেইমাৰ্কেটৰ গ্ৰাহকসকলে চেলিনা ডিজঙৰ শাক-পাচলি নিকিনে। ইয়াৰ মানুহবিলাকে তিৰোতাৰ ওচৰত বস্তু বিক্ৰীহে কৰে, তিৰোতাৰপৰা বস্তু নিকিনে। ৰাতিপুৱা চাৰি বজাতে ফেৰীৱালা, সৰু বেপাৰী, ইত্যাদিয়ে বজাৰৰ আলিবাট ভৰি পৰিল। গ্ৰীক, ইতালীয়, ইহুদী—নানা ধৰণৰ বেপাৰীয়ে কিনা-বেচা কৰে। বহুত সময়ত অসাধু পন্থাও অবলম্বন কৰা হয়। ইবিলাকে ঘৰৰ গৃহিণীসকলৰ লগত মনোহাৰী বস্তুৰ বেপাৰ কৰে। বজাৰতো বেপাৰীয়ে পোহাৰৰ পিনে কিবা কাৰণত এমুহূৰ্তলৈকে পিচ দিলে সৰু সুৰা বস্তুই গ্ৰাহকৰ মোনাত গোপনে ঠাই পায়। বজাৰত কোনো প্ৰণালী বা সংগঠন নাছিল।

উত্তৰৰ এটা সৰু বাটত লুইগি নামেৰে মানুহ এজনে হয়তো বস্তু ফেৰী কৰি চিঞৰি ফুৰিছে। তেওঁৰ মুখ মণ্ডল প্ৰশস্ত, চকুত জ্যোতি আৰু দুষ্ট বুদ্ধিৰ সঙ্কেত। হেইমাৰ্কেটৰ মানুহে তেওঁক "লুগি" বুলিছিল। গ্ৰাহকে কোৱা দাম মনঃপুত নহলে এওঁ মুবুজা ভাও জোৰে। তেতিয়া মানুহে

ইতিকিং সূচক মাতেৰে কয়, “হেই লুগী, কি হ'ল?” মানুহে ভিতৰৰ কথা বুজে।

চেলিনাই শাক-পাচলিৰ ওপৰৰ ঢাকনি গুচাইছে। বস্তবোৰ দেখোঁতে তাজা, ধুনীয়া আৰু মনোৰম। এইবোৰ বেগাই বোচ শেষ কৰিব লাগিব। শুকাই লেৰেলি গ'লে শাক-পাচলিৰ দাম কমে।

আলিবাটেৰে গ্ৰাহকৰ দল আহিল - বিভিন্ন ৰকমৰ লোক। শকত-আৱত, ধপাত চোবোৱা, ক্ষীণকায়, দেশী-বিদেশী বিভিন্ন শ্ৰেণীৰ, চেহেৰাৰ আৰু সাজ-পাৰৰ মানুহ। বজাৰত চিঞৰ-বাখৰ, দৰ-দামৰ কথোপকথন, আৰু সাধাৰণ হাই-উৰুমি আৰম্ভ হ'ল

“হেই, তোমাৰ ঘোঁৰা ইয়াৰপৰা আঁতৰত ৰাখা। কি অসুবিধা!”

“গোটাই বেৰেলৰ দাম কিমান?”

“উৰহি আছেনে? ফুলকবি নালাগে, উৰহিহে লাগে।”

“তোমাৰ বস্তু তোমাৰে থাকক, মোক নালাগে।”

“এক বস্তাত এক কোৱাটাৰকৈ দাম লাগিব।”

“এইবোৰ পাঁচ পাউণ্ডৰ বস্তু নহয়, চাৰি পাউণ্ডেই নহব কিজানি।”

“কোনে ক'লে?”

“মোক পাঁচ বুচেলৰ দিয়া।”

এইদৰে বিভিন্ন পোহাৰত বিভিন্ন গ্ৰাহকে দৰ-দাম খেলিছে আৰু ঠাই বিশেষে বস্তু কিনা-বেচা কৰিছে। চিকাগোৰ লক্ষ্য লক্ষ্য মানুহৰ আহাৰৰ সামগ্ৰীৰ বজাৰ চলিছে। গাড়ীৰ ওপৰত, বাহিৰত সকলো ঠাইতে বজাৰৰ হুলস্থূল। শুদা ভৰিৰে সৰু সৰু ল'ৰা-ছোৱালীয়ে মূৰত খৰাহি লৈ বাটত পৰি থকা শাক-পাচলিৰ পাত আদি বুটলিছে। গাটাৰ এনি নামৰ জামাদাৰণী এজনীয়ে তেওঁৰ ওলমি থকা স্তনৰ ওপৰত শ্বাল এখন মেৰিয়াই লৈ অ'ত-ত'ত পৰি থকা আলু, পিয়াজ, শাক-পাচলিৰ সৰা পাত ইত্যাদি বাঢ়নীৰে নি নলাত পেলাই দিছে। বিগকেটে নামৰ গ্ৰাহক এজনীয়ে লেৰেলি যোৱা বিধৰ শাক-পাচলি কম দামতে কিনি পাচত সেইবোৰ আচল গ্ৰোচাৰত বিক্ৰী কৰিব। দিনটো ৰ'দালি। বস্তু সোনকালে বিক্ৰী নহলে লেৰেলি যাব।

চেলিনাই নিজৰ গাড়ীৰ ওচৰতে থিয় হৈ থাকিল। হাইপ্ৰেইৰিৰ ছয় সাতজনবো অধিক চুবুৰীয়াক তেওঁ দেখিলে। এওঁবিলাকৰ কোনোৱে

এ২ক মাতিছে, কোনোৱে এওঁৰ বস্তুবিলাকৰ পিনে চাই গুণা-গঁথা কৰিছে। "মিচেছ ডিজং, কেনে বিক্ৰী হৈছে? লবালৰিকৈ বিক্ৰী কৰিব লাগিব। আজি বৰ গৰম।" তেওঁবিলাকৰ মাতত দয়াৰ সুৰ; কিন্তু তেওঁৰ কাৰ্য্য এওঁলোকে যেন পচন্দ কৰা নাই। এওঁলোকৰ চাৱনিত ফুটি উঠিছে—"এই স্থান তিৰোতাৰ কাৰণে নহয়।"

খোজকাঢ়ি ঘূৰিফুৰা গ্ৰাহকবিলাকে চেলিনাৰ পাচলিবিলাকৰ মূঠা-বোৰৰ পিনে চাই, তেওঁৰ পিনে নজৰ কৰে আৰু গুচি যায়। এনে কৰাৰ কাৰণ গ্ৰাহকবিলাকে আগতে তিৰোতা মহাজনে এইদৰে পাচলি বিক্ৰী কৰা দেখা নাই। গতিকেই এটা স্বাভাৱিক লজ্জাৰ ভাব উদয় হয়। গ্ৰাহক-বিলাকে চেলিনাঁৰ ধুনীয়া, শেঁতা মুখ আৰু গহীন চকুযুৰি দেখিলে; তেওঁৰ ক্ষীণ শৰীৰত পৰিষ্কাৰ ক'লা সাজ-পাৰ; নিমজ সৰু হাত দুখন ব্যগ্ৰভাৱে যোৰাবদ্ধ হৈ আছে। তেওঁৰ পাচলিবিলাক হৃদয়গ্ৰাহী; কিন্তু অস্বাভাৱিক ঘটনাৰ প্ৰতি অজ্ঞ লোকৰ যি সহজাত বিৰাগ থাকে তাৰ কাৰণে তেওঁলোকে এই শাক-পাচলি নিকিনিলে।

ন বজা মানত কিনা-বেচাৰ কোব কমি আহিল। চেলিনাৰ মনত আতঙ্কৰ ভাব জন্মিল। কাৰণ তেওঁৰ বিক্ৰী ধনৰ পৰিমাণ দুই ডলাৰৰ ওপৰ নহ'ব। ভৰ দুপৰীয়ালৈ থাকিলে বিক্ৰীৰ পৰিমাণ দুগুণ হয়তো হ'ব; কিন্তু তাতকৈ বেছি নহয়। হতাশত অধীৰ হৈ তেওঁ গাড়ীত ঘোঁৰা জুৰিলে আৰু আলিবাটৰ জনতাৰ মাজেৰে গাড়ী চলাই নি পূৱৰ ফালে থকা চাউথ ৱাটাৰ ষ্ট্ৰীটলৈ গ'ল। ইয়াতে কমিচনৰ ঘৰবিলাক আছে। হেই মাৰ্কেটৰদৰে ইয়াতো বস্তু-বেহানিৰ গাড়ী আদিৰে ঠাইখিনি ভৰি পৰিছে। কিন্তু ইয়াত বেচা-কিনা ভিন্ন ৰীতিত হৈছে। চেলিনাই জানিছিল যে মাজে সময়ে পাৰ্ভাছে ইয়াৰ এজন লব্ধ-প্ৰতিষ্ঠ ব্যৱসায়ীৰ দোকানত তেওঁৰ সমুদায় শাক-পাচলি কমিচন মতে বিক্ৰী কৰিবলৈ এৰি গৈছিল। ব্যৱসায়ীজনৰ নামটো তেওঁৰ মনত আছে—টেলকট্, কিন্তু তেওঁৰ দোকানৰ সঠিক ঠাইখিনি নাজানে।

বহুত সময় ধৈৰ্য্য ধৰি গৈ থকাৰ পাচত ডাৰ্কে সুধিলে, "আমি ক'লৈ যাব খুজিছোঁ, মা?" ডাৰ্কে শিশুসুলভ গুণেৰে এই নতুন আৰু বিভ্ৰাট পূৰ্ণ পাৰিপাৰ্শ্বিকতাক গ্ৰহণ কৰিছে। ক্ৰিচ স্পেঙ্ক নোবেলে খুওৱা প্ৰাতৰ্ভোজনে ডাৰ্কক সন্তুষ্ট কৰি ৰাখিছে। ক্ৰিচৰ ভিতৰৰ ফালৰ কোঠালীত থকা আৰু

ধূলি-বালিৰে আবৃত, কৃত্রিম তালগছ চাৰিজোপাৰ জাকজমকতা দেখি ডার্কে সেই কেইজোপাৰ সৌন্দর্য্য গ্রীষ্মদেশীয় যেন অনুমান কৰিছিল। ক্রিচৰ ৰান্ধনি ঘৰৰ দৈর্ঘ্য, আৰু খাদ্য-বস্তু তৈয়াৰ কৰা আৰু পিঠা আদি বনোৱাৰ কাৰণে থকা দীঘল দীঘল টেবিলবিলাক দেখি ডার্ক চমকৃত হৈছিল। ৰান্ধনি ঘৰৰ সাধাৰণ ৰঙ, ব্যস্ততা আৰু জিভাৰ পানী ওলোৱা গন্ধ তেওঁৰ ভাল লাগিছিল। হেই মার্কেটত তেওঁ মাকৰ কাষত পোন হৈ থিয় হৈ আছিল আৰু মাকৰ যি অলপ-অচৰপ বিক্রী হৈছিল তাত তেওঁক সহায় কৰিছিল। মৰহিযোৱা পাতবিলাক চিঙি পেলাই দি মুঠাবিলাক দেখোঁতে নতুন যেন কৰাতো তেওঁ মাকক সহায় কৰিছিল। কিন্তু এতিয়া ৰ'দৰ তাপত মৰহি যোৱা শাক-পাচলিৰ দৰে, ডার্কৰো মুৰ ক্রমে দুপি আহিল। সেয়ে ডার্কে মাকক সুধিলে, "মা, আমি এতিয়া ক'লৈ যাম?"

"ছোবিগ, অন্য এটা ৰাস্তালৈ।"

"ডার্ক।"

"—ডার্ক! যদি এনে এজন গ্রাহক পোৱা যায় যিজনে একেবাৰতে আমাৰ শাক-পাচলিবোৰ কিনি লয় তেন্তে বৰ ভাল নহ'ব নে? তেতিয়া আমি ঘৰলৈ যাব পাৰিম। তেনে এজন মানুহৰ নাম হ'ল, টেলকট্। তুমি এই মানুহজনৰ দোকান বিচাৰি উলিয়ালে তোমাৰ মাৰ উপকাৰ হয়।"

চহৰ ডাঙৰ হৈ অহাৰ লগে লগে চাউথ ৱাটাৰ ষ্ট্রীটৰো পৰিবর্তন হৈছে। আগতে আলিবাটবিলাকৰ নাম ইয়াঙ্কি আছিল। এতিয়া তাৰ ঠাইত কুনিও, মেলিগিছ, গেৰিবল্ডি,. কেম্পেনা, ইত্যাদি নাম হৈছে। এঠাইত পোৱা গল—"উইলিয়াম টেলকটৰ ফল আৰু পাচলিৰ দোকান।"

নিজৰ চালি এখনৰ দৰে দোকানৰ দুৱাৰ দলিত থিয় হৈ উইলিয়াম টেলকটে আলিবাটত ব্যস্তভাৱে কিনা-বেচা কৰি ফুৰা জনতাৰ পিনে চাই আছে। তেওঁৰ মুখত এটা সুস্থিৰ ভাব—জনতাৰ লগত তেওঁৰ পার্থক্যটো তৎক্ষণাত ধৰা পৰে। তেওঁ দুকুৰি বছৰৰো অধিককাল ধৰি খাদ্য-সামগ্রীৰ ব্যৱসায় কৰি আহিছে। তেওঁৰ ব্যস্ততা নাই। তেওঁ জানে যে মানুহক লাগিলে তেওঁৰ সামগ্রী বিক্রী হ'ব। সাপ্তাহিক বজাৰৰ দিনা ৰাতিপুৱা ছয় বজাতে তেওঁৰ দোকানৰ দুৱাৰ মেল খায় আৰু তাত বিভিন্ন ৰঙৰ আৰু তৰহৰ খাদ্য-সামগ্রীৰ বস্তা আহি জমা হয়। তেওঁ ভাল বস্তুহে কিনে, বেচেও চৰা দামত। তেওঁ পার্ডাছক, আৰু তাৰ আগতে পার্ডাছৰ দেউতাকক

জানিছিল। এওঁলোকক সাধু আৰু গুণশালী মানুহ বুলিও কৈছিল! কিন্তু এওঁলোকৰ ফাৰ্মৰ বিষয়ে তেওঁৰ মন্তব্য ভাল নাছিল। সৰোবৰ অঞ্চলৰপৰা মানুহে নাৱেৰে বচা বচা মিছিগানৰ পিচ আৰু আঙুৰ এওঁৰ তালৈ লৈ আহিছিল। আবতৰীয়া খাদ্য সামগ্ৰী লৈ ৰিফ্ৰিজিৰেটৰ মটৰে কালিফাৰ্নিয়াৰ-পৰা খাদ্য সামগ্ৰী এদিনতে এওঁৰ দোকানলৈ আনিছিল। এইবোৰ বস্তু সেই সময়ত বিলাস-সামগ্ৰীৰদৰে বিক্ৰী হৈছিল। তেওঁৰ সাজ-পাৰো ধুনীয়া, প্ৰকাণ্ড সোণৰ ঘড়ী, আৰু মুখত নজলোৱা চিগাৰ এটা তেওঁৰ চিৰসহচৰ। নীল বৰণৰ অভাৰকোট পিন্ধা সেই ঠাইখনত তেওঁৰ বগা চাৰ্ট, বৰ্গাকাৰ বুটজোতা, মূৰত কেদোৰা টুপী ইত্যাদিৰে তেওঁৰ স্বয়ং সম্পূৰ্ণ ব্যক্তিত্ব। মূৰত চুলি পাতল। তেওঁৰ নীলা চকুত চতুৰালিৰ চিহ্ন বিদ্যমান। তেওঁৰ দোকানৰ দুৱাৰদলিৰ একোণত থিয় হৈ পৰিশ্ৰমেৰে উপাৰ্জন কৰা খাদ্য-সামগ্ৰী তেওঁৰ নিৰ্বাচনৰ কাৰণে মানুহে আনি তেওঁৰ পিনে আগ্ৰহেৰে চাই থাকে তেওঁ গ্ৰহণ কৰে নে নাই তাকে জানিবলৈ।

কোনো জনক হয়তো তেওঁ সমিধান দিছে, "তোমাৰ পাচলি কিনিব নোৱাৰোঁ, মৰহি গৈছে। গৈ থাকা, অইনে ৰাখিব পাৰে।"

চিকাগো চহৰৰ প্ৰথম শ্ৰেণীৰ হোটেলবিলাকৰ মেনেজাৰবিলাকে ফল-ফৰৰ আৰু শাক-পাচলি কিনিবলৈ দৈনিক তেওঁৰ দোকানলৈ আহে। এনে কেইখনমান হোটেল হ'ল—চেৰম্যান হাউচ, দি অদিটৰিয়াম, দি পামাৰ হাউচ, দি ৰেলিংটন, দি ষ্ট্ৰেটফোৰ্ড—ইত্যাদি। উত্তৰফালৰ আঢ্যৱন্ত পৰিয়াল আৰু বিলাসিতাপূৰ্ণ প্ৰেইৰি এভিনিউৰ ওচৰ-পাজৰৰ ঘৰত খাদ্য-সামগ্ৰীৰ যোগান ধৰা দোকানীবিলাকেও উইলিয়াম টেলকটৰ দোকানৰপৰা বস্তু কিনি নিছিল।

টেলকটে তেওঁৰ দুৱাৰদলিৰপৰা দেখিলে অপৰিষ্কাৰ ক'লা সাজপাৰ পিন্ধা ক্ষীণকায় তিৰোতা এগৰাকীয়ে তেওঁৰ পাচলিৰ গাড়ীখন আনি তেওঁৰ দোকানৰ সমুখত ৰাখিছে। তিৰোতাজনীৰ গভীৰ, শ্ৰান্ত চকুত ব্যগ্ৰতাৰ ভাব।

টেলকটে ক'লে, "ডিজং? এঃ, খবৰটো শুনি বৰ দুখ পাইছোঁ। পাৰ্জাছ ভাল মানুহ আছিল। অৱশ্যে ফাৰ্মত কামত বৰ নাম কৰা নাছিল। পাৰ্জাছৰ বিধৱা, নহয়নে?" টেলকটে দেখিলে যে তেওঁৰ সমুখৰ তিৰোতা-জনী সাধাৰণ ডাচ খেতিয়কৰ তিৰোতাৰ দৰে বুদ্ধিহীন নহয়।

তেওঁ দুৱাৰ দলিৰপৰা নামি গৈ গাড়ীৰ ওচৰত থিয় হ'ল আৰু ল'ৰাটোৰ গালত থপৰিয়াই দি ক'লে, "মিচেছ ডিজং, আপোনাৰ গাড়ীত বেছ ধুনীয়া শাক-পাচলি আছে। সঁচাকৈয়ে ভাল। কিন্তু আপোনাৰ বৰ পলম হ'ল—প্ৰায় দহ বাজে।"

চেলিনাই কান্দি ক'লে, "নহয়, নহয়, বেচি পলম হোৱা নাই।" তেওঁৰ মাতৰ বেদনাৰ সুৰলৈ লক্ষ্য কৰি টেলকটে তেওঁৰ পিনে বেচি মনোযোগেৰে চালে।

"মই আচল কথা কওঁ—মই হয়তো আধা গাড়ী কিনিব পাৰোঁ, সিও আপোনালৈ চাই। কিন্তু এই গৰম বতৰত বস্তু ভালে ৰাখিব নোৱাৰি। শুকাই যায়। ··· ··· এই প্ৰথম বাৰ আহিছে, নহয় নে?"

চেলিনাই মুখখন মচিলে, ঘাম ওলাইছে। তেওঁ ক'লে, "হয়, এই প্ৰথম বাৰ আহিছোঁ" হঠাতে তেওঁ অনুভৱ কৰিলে, উশাহ লওঁতে যেন বৰ টান পাইছে।

টেলকটে আলিবাটৰ দাঁতিৰপৰা তেওঁৰ দোকানৰ ভিতৰত থকা কৰ্ম-চাৰীক মাতিলে—জৰ্জ, বেন, এই গাড়ী পাচলিৰ আধা আমাৰ দোকানলৈ নিয়াহি। ভালখিনি নিবা। মিচেছ ডিজং আপোনাৰ চেক অহা কালিলৈ পঠিয়াই দিম। পোন প্ৰথমৰ দিনটোৱেই বেয়া হ'ল, নহয়নে?"

"অৰ্থাৎ বৰ গৰম বুলিব খুজিছে?"

"গৰম? এৰা, গৰম। কিন্তু মই ক'ব খুজিছোঁ যে আজিৰ নিচিনা বন্ধৰ দিনত মানুহে বেছি বস্তু কিনা-বেচা নকৰে।"

"বন্ধ?"

"কিয় আজিযে ইহুদীসকলৰ বন্ধৰ দিন নাজানে নেকি? আজিয়েই সবাতোকৈ মন্দা বজাৰ। সকলো ইহুদী গ্ৰাহক গীৰ্জালৈ গৈছে। অন্য গ্ৰাহক-বিলাকে শনিবাৰতেই দুদিনৰ বজাৰ কৰি থৈছে। আজি আৰু কালিলৈ মুৰগীৰ বজাৰ খুব মন্দা থাকিব। ইহুদীবোৰেই বৰকৈ মুৰগী খায়। এতিয়া আপুনি ঘৰ মুৱা হোৱাই ভাল। বাকীখিনি পাচলি লৈ গৈ দম কৰি থওক গৈ।"

চিটত এখন হাত দি চেলিনাই গাড়ীত উঠিবলৈ সাজু হল আৰু উঠোঁতে দেখা গল যে তেওঁৰ সক ভৰি অনুপাতে বুট জোতাযোৰ বেছ ডাঙৰ। পিক পৰিয়ালৰ বংশ গৌৰব মনত পৰিলত তেওঁ ক'লে, "আপুনি মোৰ প্ৰতি পুতৌ কৰি যদি বস্তু কিনিছে····"

"মই সেইদৰে বেপাৰ নকৰোঁ আৰু কৰিব নোৱাৰোঁও! মোৰ ছোৱালী কেৰোলিনে গান শিকিছে। এতিয়া ইটালীত আছে। তাই মোৰ উপাৰ্জনৰ সমস্ত টকা খৰচ কৰে।" চেলিনাৰ মুখত এতিয়া অলপ ৰং আহিল। "ইটালীত, মিষ্টাৰ টেলকট।" চেলিনাৰ মুখ উজ্জ্বল হৈ উঠিল, যেন তেওঁ ইটালী দেখিছে হে। গহীনভাৱে তেওঁ টেলকটক ধন্যবাদ দিবলৈ ধৰিলে।

"ঠিক। মিচেছ ডিজং মই লক্ষ্য কৰিছোঁ যে আপোনাৰ শাক-পাচলিবোৰ মুঠা কৰি বান্ধোতে সমান সমানবিলাক একে লগ কৰি বান্ধিছে। সদায় এনেকৈ বান্ধে নে?"

"হয়। মই ভাবোঁ, তেনেকৈ বান্ধিলে দেখিবলৈ ধুনীয়া হয়। অৱশ্যে মানুহে হয়তো শাক-পাচলিত ধুন নিবিচাৰে। মই আশা কৰিছোঁ ... ..." হঠাতে চেলিনাৰ মাত বজিল। তেওঁ থামিল।

"আপোনাৰ শাক-পাচলিবোৰ এইদৰে ধুনীয়াকৈ বান্ধি পোনতে মোৰ তালৈ লৈ আহিব নাইবা, পঠিয়াই দিব। মোৰ গ্ৰাহকে এনে বস্তুকে বেচি পচন্দ কৰে।"

চেলিনাই হাতত লেকাম ললে। টেলকটে পুনঃ তেওঁৰ দোকানৰ দুৱাৰ দলিত থিয় হৈ মুখত নজলোৱা চিগাৰটো লৈ সুস্থিৰভাৱে শূন্যৰ পিনে চাই থাকিল। তেওঁ চিন্তাযুক্ত হ'ল। তেওঁৰ কাষেদি গাড়ীৰ পিচত গাড়ী বাগৰি গৈ থাকিল আলিবাটৰ দাঁতিত বস্তু উঠোৱা নমোৱা কাম আৰু গাড়ীৰ চকা, ঘোঁৰাৰ খুৰা, মানুহৰ চিঞৰ-বাখৰ ইত্যাদি কোলাহল চলি থাকিল। ডাৰ্কে ক'লে, "মা, আমি এতিয়া ঘৰলৈ যাওঁ বলা, মোৰ ভোক লাগিছে।"

"এৰা যাওঁ।" চেলিনাৰ জেপত দুই ডলাৰ। যোৱা কালি আৰু আজিৰ সমস্ত দুখ-কষ্ট, আৰু তাৰ আগতে কৰা কেইবা মাহৰো কঠোৰ পৰিশ্ৰমৰ ফল হিচাপে ধন পাইছে দুই ডলাৰ। তেওঁৰ ক'লা কেলিকোৰ পেটিকোটৰ মোনাত এই ধন থোৱা হৈছে। "আমি যাওঁতে কিবা কিনি খাম—কটি, গাখীৰ আৰু মাখন পাব পাৰোঁ।"

ৰ'দ বৰ চোকা হ'ল। ল'ৰাটোৰ মূৰৰপৰা টুপীটো সোলোকাই দি চেলিনাই তেওঁৰ কামৰ দাগ লগা হাতেৰে ল'ৰাটোৰ কপালৰ ঘামত লাগি ধৰা চুলিখিনি আঁতৰাই দি ক'লে, "বৰ ধেমালি হল নহয়নে? ঠিক যেন এটা দুঃসাহসিক অভিযান। আমি কেইবাজনো দয়ালু লোকক লগ পালোঁ—মিঃ স্পেংক নোবেল আৰু মিঃ টেলকট।"

"আৰু মেবেল।"

আচৰিত হৈ চেলিনাই ক'লে, "এৰা আৰু মেবেল।"

চেলিনাৰ হঠাতে ল'ৰাটোক চুমা খাবৰ ইচ্ছা হ'ল। কিন্তু তেওঁৰ ডাচ বংশীয় ল'ৰাই এইটো ভাল নাপাব ই ধুৰুপ, গতিকে চুমা নাখালে।

তেওঁ পোনতে পূবৰ পিনে আৰু পাচত দক্ষিণৰ ফালে গাড়ী চলাই যাবলৈ থিৰ কৰিলে। পাৰ্ভাছেও আগতে চহৰৰ বাহিৰত অলপ অচৰপ পাচলি শেহতীয়া গ্ৰাহকৰ ওচৰত বিক্ৰী কৰিছিল। আধা গাড়ী পাচলি ওভতাই লৈ গলে জানৰ মুখৰ চেহেৰা যে কেনে হ'ব! তদুপৰি কেইবাখনো বিলৰ ধন দিবলৈ বাকী আছে। তেওঁৰ মুঠতে হয়তো ত্ৰিশ ডলাৰ আছে, কিন্তু তেওঁৰ ঋণ চাৰিশ ডলাৰ হৈছে। ইয়াৰ উপৰিও এপ্ৰিলতে পাৰ্ভাছে কিনি অনা বীজৰ দাম দিবলৈ আছে। ফচলৰ শেষত এই ধন দিয়াৰ বন্দবস্ত আছিল। দিয়াৰ সময় উপস্থিত হৈছে।

ভয়তে তেওঁৰ শৰীৰ কঁপিল। তেওঁ ভাবিলে ভাগৰ লাগি তেওঁ অৱশ হৈছে। যোৱা সপ্তাহৰ কি কঠোৰ শ্ৰম। এতিয়া আকৌ অদ্ভুত গৰম। কিছু সময় পাচতে তেওঁ আৰু ডাৰ্ক গৈ ঘৰ পাবগৈ। তেতিয়া ঘৰখন কেনে শান্ত আৰু শান্তিপূৰ্ণ যেন লাগিব। তেওঁৰ ঘৰৰ কথা মনত পৰিল—ৰান্ধনি ঘৰৰ মেজৰ ওপৰত পাৰি দিয়া কাপোৰখনৰ বৰ্গ বিলাক, তেওঁৰ নিজৰ পৰিষ্কাৰ শোৱা কোঠালী আৰু তাত থকা ক'লা ৱালনাটৰ পালেং আৰু ড্ৰেছাৰ; বৈঠকখানাত থকা চোফা আৰু তাৰ কেলিকোৰ আবৰণ; আৰু পোৰ্টিকোত থকা পুৰণা চকীখন। এই চকীখনৰ বেতবোৰ ঠাই বিশেষে ঢিলা হৈ ওলমি পৰিছে। এই ঘৰখনৰ প্ৰতি তেওঁৰ হঠাতে মৰম লাগিল। ঘৰত শান্তি, সুখ, নিৰাপত্তা আছে। সেই ঘৰখন, এৰি এইদৰে বজাৰলৈ শাক-পাচলি বেচি ধন ঘটিবলৈ অহাটো তিৰোতাৰ কাম নহয় বুলি মানুহে কোৱা কথা কিজানি ঠিকেই।

তেওঁৰ গাড়ী ৱাবাছ এভিনিউ পালেগৈ। ওপৰৰ আলিবাটেৰে স্থানীয় ৰেলগাড়ী যাব ধৰিছে—অদ্ভুত শব্দ। গাড়ীৰ ঘোঁৰা দুটাই খুব ভয় খাইছে। মটৰ গাড়ী, দোকান, বাই চাইকেল, ইত্যাদিৰ মাজত জৰাজীৰ্ণ ঘোঁৰাৰ গাড়ী এখনত উঠি যোৱা এই ক্ষীণকায় কৃষক তিৰোতাজনী আৰু তেওঁৰ ল'ৰাটো বিসদৃশ যেন হৈ পৰিল। ইপিনে অসহ্য ৰ'দ।

ল'ৰাটোৰ চকুত উত্তেজনা আৰু আশ্চৰ্য্যৰ ভাব। চেলিনাই ক'লে, "আমি

বেগতে ঘৰ পামগৈ। সেইয়া প্ৰেৰি এভিনিউ। ডাঙৰ ডাঙৰ ঘৰ, বহল পথাৰ, সকলো শান্ত।" তেওঁ মিচিকিয়াই হাঁহি এটা মাৰিলে।

"মই ঘৰহে ভাল পাওঁ।"

অৱশেষত প্ৰেইৰি এভিনিউ পোৱা গ'ল। তেওঁলোকে ষোল নম্বৰ ষ্ট্ৰীটৰ পিনে গাড়ী ঘূৰালে। ধুমুহাৰ পাচত শান্ত অৱস্থা লাভ কৰাৰ দৰে হ'ল। চেলিনাই অৱশ অনুভৱ কৰিলে।

ওঠৰ নম্বৰ আলিবাটৰ ওচৰত খাদ্য-সামগ্ৰীৰ দোকান আছে। বাইশ, চাব্বিশ, একত্ৰিশ, পয়ত্ৰিশ, আদি নম্বৰৰ আলিবাটৰ চকতো এনে দোকান আছে। উনৈশ শতিকাৰ নৱম দশকৰ শিলৰ প্ৰকাণ্ড প্ৰকাণ্ড দালান ঘৰবিলাকেৰে প্ৰেইৰি এভিনিউ পৰিপূৰ্ণ। ইয়াতেই চিকাগোৰ ধনী ব্যবসায়ীবিলাকে বাস কৰে। নানা খাদ্য-সামগ্ৰীৰ ব্যৱসায়েৰে তেওঁলোকে প্ৰচুৰ ধন উপাৰ্জন কৰিছে। ইয়াৰ মাজেৰে, যাওঁতে চেলিনাই ভাবিলে, "ঠিক মোৰ দৰে এওঁলোকে খাদ্য-সামগ্ৰীৰ ব্যৱসায় কৰিছিল।" ইয়াৰ পাচত অন্য এটা চিন্তা তেওঁৰ মনলৈ আহিল। তেওঁৰ গাড়ীত কেনভাচেৰে ঢাকি থোৱা শাক-পাচলিবোৰ ওচৰৰ বজাৰত থকা শাক-পাচলিতকৈ বেচি তাজা। সেই তৰ্কাৰী কিছুমান এই ঠাইত বেচিবলৈ যত্ন কৰাত লোকচান কি? স্থানীয় দামতকৈ অলপ কম খুচৰা দামত বস্তু দিলে এঘণ্টাৰ ভিতৰতে তেওঁ হয়তো এইদৰে কেই ডলাৰ মান উপাৰ্জন কৰিব পাৰিব।

চব্বিশ নম্বৰ বাটৰ মাজৰ এক ঠাইত তেওঁ গাড়ীখন ৰখালে। গাড়ীৰ চকাৰে চতুৰভাৱে নামি তেওঁ ঘোঁৰাৰ লেকাম, ডাৰ্কৰ হাতত দিলে। ঘোঁৰা দুটাৰো যাবৰ ইচ্ছা নোহোৱা হৈছে। এটা ডাঙৰ খৰাহিত বচা বচা শাক পাচলি কিছু লৈ তেওঁ যি ঘৰটোৰ সমুখত ৰৈছিল, সেই ফালে চালে। ঘৰটো চাবি তলাৰ। খট্-খটীৰ তলেৰে বেপাৰী সোমোৱা বাট আছে। ৰান্ধনি ঘৰলৈ যোৱা বাট পিচৰ ফালে আছে। কিন্তু তেওঁ সেইটো বাট নল'লে। খট্-খটীৰ তলৰ বাটেৰে অলপ গৈ তেওঁ এটা ঘণ্টা দেখা পালে। তেওঁ বহুতো ভাবি চিন্তি ঘণ্টাটো টিপি দিলে। কেইবা বাৰো বেলটো বজাই দিয়াৰ পাচত ঘৰৰ ভিতৰত খোজৰ শব্দ হ'ল। লগে লগে দুৱাৰ মেল্ খালে। ভিতৰৰপৰা এপ্ৰন পিন্ধি থকা প্ৰকাণ্ড তিৰোতা এজনী ওলাই আহিল। ৰান্ধনি যে হ'ব, সেইটো ধুৰুপ।

"নমস্কাৰ। গাওঁৰপৰা অনা তাজা শাক-পাচলি ল'ব নে?"

"নালাগে।" এই বুলি কৈ তিৰোতাজনীয়ে দুৱাৰ আধা বন্ধ কৰিলেই। কিন্তু পুনঃ দুৱাৰখন মেলি তেওঁ সুধিলে "কণী নাইবা মাখন আছে নেকি?" চেলিনাই নেতিবাচক উত্তৰ দিলত তিৰোতাজনীয়ে দুৱাৰখন জপাই খিলি দি দিলে। বন্ধ দুৱাৰৰ বাহিৰত থৰাহি হাতত লৈ থাকি চেলিনাই শুনিলে তিৰোতাজনীয়ে খট্-খট্‌কৈ ৰান্ধনি ঘৰৰ পিনে গৈছে। চেলিনাই ভাবিলে তিৰোতাজনীৰ এই উত্তৰত কোনো বিশেষ তিক্ততা অনুভৱ কৰিবৰ কাৰণ নাই। তেওঁক শাক-পাচলি নালাগে, এইটোৱেই কথা। তেনেহলে এঘৰ এঘৰকৈ প্ৰত্যেক ঘৰতে সুধিবলৈ যাব পাৰি সেইটো শাৰী শেষ হলে অন্য শাৰী ঘৰতো সুধি আহিব পাৰি। তেওঁ তাকে কৰিলে। তেওঁ থৰাহি চাৰিযাৰ ভৰাবলগীয়া হ'ল। এটা ঘৰত তেওঁ চাৰি কোৱাৰ্টাৰ মূল্যৰ পাচলি বিক্ৰী কৰিলে। অন্য এটা ঘৰত পোন্ধৰ কোয়াৰ্টাৰ মূল্যৰ। ইয়াত কুৰি চেণ্টৰ, তাত প্ৰায় পঞ্চাচ চেণ্ট। প্ৰত্যেক ঘৰৰ দুৱাৰ মুখতে তেওঁ স্পষ্ট সুৰত কয়, "নমস্কাৰ।" মানুহে ৰ লাগি চাই থাকে আৰু ঔৎসুক্যৰ ভাব দেখুৱায়, কিন্তু প্ৰায়েই তেওঁৰ আগত দুৱাৰ বন্ধ কৰি নিদিয়ে।

এটা ৰান্ধনি ঘৰত কামকৰা ছোৱালীয়ে চেলিনাক ক'লে, ক'ৰবাত ভাল কামখালী থকা খবৰ পায়নে? মই থকা এই ঘৰখন ভাল নহয়। এওঁলোকে মোক তিনি ডলাৰকৈ হে দিয়ে। কিন্তু আজি কালি চাৰি ডলাৰকৈ পোৱা যায়। আপুনি হয়তো কোনো ভদ্ৰমহিলাৰ কামকৰা ছোৱালীৰ আৱশ্যক থকাৰ কথা জানিব পাৰে।"

চেলিনাই ক'লে, "মই নাজানো।"

অন্য এটা ঘৰত তাৰ ৰান্ধনিজনীয়ে চেলিনাক এপিয়লা কফি দিব খুজিছিল। কিয়নো চেলিনাৰ বগা মুখখনত ক্লান্তি বিদ্যমান। কিন্তু চেলিনাই ধন্যবাদ সহকাৰে তাক প্ৰত্যাখ্যান কৰিলে। ক্ৰমে তেওঁ একৈশ—পচিশ—আঠাইশ নম্বৰ আলিবাটটো পাচলি ফেৰি কৰিলে।

তেওঁৰ মোনাত চাৰি ডলাৰতো অধিক ধন হল। ইপিনে ভোকে-পিয়াহে ডাৰ্ক ক্লান্ত হৈ পৰি কান্দিবৰ উপক্ৰম কৰিলে। চেলিনাই ক'লে, "আৰু এঘৰত ফুৰিম। এই ঘৰেই শেষ ঘৰ। ইয়াৰ পাচতে আমি ঘৰলৈ যাম।" এই বুলি কৈ তেওঁ পুনঃ থৰাহিত শাক-পাচলি ভৰালে। "আমি বাটত কিবা কিনি খাম। চিটত আঁৰি দিয়া কেনভাচখনৰ তলত হয়তো তোমাৰ টোপনিও

আহিব পাৰে—ঠিক তম্বুৰ তলত শোৱাৰদৰে। এক মুহূৰ্ততে আমি ঘৰ পামগৈ।

শেষৰ ঘৰটো নতুনকৈ সজা শিলৰ ঘৰ। সবোবৰৰ পূবৰ পিনে থকা ঘৰ শাৰীৰ সমুখেদি ইলিনইছ চেণ্ট্ৰাল চুৰ্বাবান ট্ৰেইন অহা যোৱা কৰোঁতে তাৰ ধোঁৱা লাগি ঘৰশাৰীৰ সমুখৰ ফালটো ইতিমধ্যেই কুৎসিত হবলৈ আৰম্ভ কৰিছে। ঘৰটোৰ খিৰিকী বেঁকা, ডাঙৰ আৰু জিলিকি থকা। সমুখত এখন ঘাঁহনি পথাৰ আৰু তাত মূৰ্তিবিলাক আছে। খট-খটীৰ তলৰ ছোৱাৰ খিৰিকীবিলাকত ধুনীয়া লেছ লগোৱা পৰ্দা। ঘৰটোৰ চাৰিওফালে এখন লোহাৰ বেৰা। ঘৰৰ চাৰি সীমা নিৰাপদ কৰাৰ উপৰিও অন্যবোৰ ঘৰতকৈ ইয়াক ভিন্ন কৰি ৰাখিছে। চেলিনাই এই লোহাৰ বেৰাখনৰ পিনে চালে। বেৰাখনে যেন সেই ঘৰত সোমোৱাটো মানা কৰিছে। তেওঁ ক্লান্ত। এইটো শেষ ঘৰ। ইয়াৰ আগৰ একঘণ্টাত তেওঁ প্ৰায় পাঁচ ডলাৰ উপাৰ্জন কৰিছে। আনন্দৰ সুৰেৰে তেওঁ ডাৰ্কক ক'ল, "মাত্ৰ পাঁচ মিনিট।" হাতত শাক-পাচলিলৈ তেওঁ মাটিত থকা খৰাহিটোত থ'বলৈ ধৰিছে। ঠিক এনেতে পিচফালৰপৰা তেওঁৰ কিলাকুটিত ঠকৰিয়াই দি কোনোবাই সুধিছে, "তোমাৰ লাইচেঞ্চ চাওঁ।"

মুখ ঘূৰাই চাই দেখে তেওঁৰ পিচত এজন পুলিচ। পুলিচটো অদ্ভুত ওখ আৰু মুখখনো বৰ ৰঙা। তেওঁ পুলিচটোক সুধিলে, "লাইচেঞ্চ্?"

"হয়, লাইচেঞ্চ্। মোৰ কথা শুনা নাই নেকি? তোমাৰ ভেণ্ডৰৰ টিকেট ক'ত? টিকেট নিশ্চয় আছে?"

"নাই, নাই। টিকেট নাই।" তেওঁ পুলিচটোৰ পিনে ৰ লাগি চাই থাকিল।

পুলিচটোৰ মুখ বেছি ৰঙা হৈ উঠিল। চেলিনা চিন্তিত হ'ল। তেওঁ ভাবিলে যে যদি পুলিচটোৰ মুখ আৰু বেছি ৰঙা হয়। তেন্তে—।

"হেৰৌ, তুমি লাইচেঞ্চ নোহোৱাকৈ ক'ত ফেৰি কৰিছা জানানে? হাজতত সোমাই থৈ দিম গৈ নেকি? তুমি আৰু পোৱালীটো ইয়াৰপৰা আঁতৰি যোৱা। আৰু যেন ইয়াত দেখা নাপাওঁ।"

পিচ পিনৰপৰা তিৰোতাৰ মাত শুনা গল। তিৰোতাজনীয়ে ক'লে, "কি হৈছে, অফিচাৰ।" তিৰোতাজনী এখন ধুনীয়া বাগীত আহিছে।

তেওঁৰ চেষ্টনাট ঘোঁৰা দুটাৰ গলত চক্‌চক্ কৰে পিতলৰ পেটি। বাগীখনক সাধাৰণভাৱে ভিক্টোৰিয়া ধৰণৰ বোলা হয়। এই বাগীৰ ধুনীয়া ঘোঁৰা দুটাৰ সমুখত চেলিনাৰ হাড়চাল ওলোৱা ঘোঁৰা দুটা। তেওঁৰ ঘোঁৰা দুটাই বাটৰ কাষৰ দুৱৰিবন খাই আছে। তিৰোতা গৰাকীয়ে পুলিচটোক পুনঃ সুধিলে, "প্ৰকৃত ঘটনাটো কি ?"

তিৰোতা গৰাকীয়ে তেওঁৰ বাগীৰপৰা ওলাই আহিল। তেওঁৰ গাত ধুনীয়া ক'লা চিল্কৰ সাজ-পাৰ আৰু মূৰত পাখী লগোৱা কলা টুপী।

"মিচেছ আৰ্ণল্ড! এই তিৰোতাজনীয়ে বিনা লাইচেঞ্চে বস্তু ফেৰি কৰি ফুৰিছে! ইহঁতে আমাৰ চকুত ধূলি মাৰিব খোজে।... হেৰো, তুমি ইয়াৰপৰা গুচি যোৱা।" এই বুলি কৈ পুলিচজনে চেলিনাৰ কান্ধত হাত এখন দি লাহেকৈ ঠেলি দিলে।

এই ঘটনাত চেলিনাৰ ইমান খং উঠিল যে মূৰৰপৰা ভৰিলৈ তেওঁ কঁপিব ধৰিলে। আলিবাট, বাগী, চিল্ক পিন্ধা মহিলা, ঘোঁৰা, পুলিচ— সকলোবোৰ যেন তেওঁৰ চকুৰ আগত ঘূৰিব ধৰিলে। খঙাল তিৰোতাৰ গাত পৰ-পুৰুষৰ হাত। চেলিনাৰ মুখখন বগা হ'ল। তেওঁৰ চকু ডাঙৰকৈ মেল খাই উত্তপ্ত হৈ উঠিল। তেওঁ ওখ আৰু গম্ভীৰ হোৱাৰ দৰে হ'ল।

"তোমাৰ হাত মোৰ গাৰপৰা আঁতৰোৱা। তুমি কোন্ সাহসেৰে মোৰ গাত হাত দিছা? কি সাহস! হাত আঁতৰোৱা।" চেলিনাৰ মাত স্পষ্ট আৰু ব্যঞ্জনাপূৰ্ণ। তেওঁৰ চকু উদ্দীপ্ত। পুলিচটোৱে চেলিনাৰ গাৰপৰা হাতখন গুচালে। চেলিনাৰ মুখত ৰঙা ৰং আহিল। প্ৰথমতে চেলিনাৰ শৰীৰ জীৰ্ণশীৰ্ণ। সূৰ্য্যৰ তাপত মুখৰ ওপৰত তাম বৰণীয়া দাগ পৰিছে। তেওঁৰ চুলিভৰা মূৰটোত পিচৰ ফালে ক'লা হেয়াৰপিন এটা মাৰি থোৱা আছে।

তেওঁৰ দীঘল স্কাৰ্টত গাড়ীৰ চকাৰ বোকা লগা দাগ। তেওঁৰ ভৰিত সোলোক-ঢোলোক বুট জোতা, মূৰত মৃত স্বামীৰ পুৰণা টুপী এটা। তেওঁৰ হাতত তাজা শাক-পাচলিৰ মুঠা। তেওঁৰ দাঁত বেয়া হৈছে, স্তন চেপেটা হৈছে। তথাপি জুলিয়ে চকু দুটাৰ দ্বাৰা চেলিনাক চিনি পালে। অলপ সময় ৰ লাগি চাই থাকি জুলিয়ে তেওঁৰ চিল্কৰ সাজ-পাৰেৰেই দৌৰি গৈ চেলিনাক সাৱট মাৰি ধৰিলেগৈ। জুলিয়ে ক'লে,

"চেলিনা, মৰমৰ চেলিনা!" জুলিয়ে উচুপি উচুপি কান্দিলে। প্ৰেইৰি এভিনিউত থকা জুলি আৰ্ণল্ডৰ শিলৰ প্ৰকাণ্ড ঘৰটোৰ সমুখৰ আলিবাটৰ দাঁতিত চেলিনাৰ শাক-পাচলিবোৰ সিচঁৰতি হৈ পৰি থাকিল। কিন্তু আচৰিত কথা, চেলিনাই হে জুলিক সান্ত্বনা দিবলগীয়াত পৰিল। চেলিনাই ক'লে, "জুলি নাকান্দিবা। কিহৰ কাৰণে কান্দিছা? সকলো ঠিকেই আছে।"

জুলিয়ে মুখটো দাঙিলে আৰু নাকৰ পানী পেলাই পৰিষ্কাৰ হৈ ল'লে। তেওঁ বিলি নামৰ পুলিচজনক ক'লে, "ইয়াৰপৰা আঁতৰি যোৱা। মই তোমাৰ কথা নিশ্চয় মিষ্টাৰ আৰ্ণল্ডক জনাম। ইয়াৰ অৰ্থ কি তুমি জানা।"

ভয়তে পুলিচজনে ক'লে, "মিচেছ আৰ্ণল্ড, মই মোৰ কৰ্তব্যহে কৰিছিলোঁ। তিৰোতাজনী আপোনাৰ বন্ধু বুলি মই কেনেকৈ জানো? মই কেনেকৈ জানো কওকচোন।" এই বুলি কৈ পুলিচজনে চেলিনা, তেওঁৰ জীৰ্ণ ঘোঁৰা দুটা, লেৰেলি যোৱা শাক পাচলি—সকলো বিলাককে চাই ল'লে।

অযুক্তিকৰভাৱে জুলিয়ে ক'লে, "কেলেই নাজানিবা? মই তাৰ উত্তৰ জানিব খোজোঁ। ইয়াৰপৰা আঁতৰি যোৱা।

ঘাটি, তেনেই ম্ৰিয়মান হৈ আইনৰ অধিকৰ্তা পুলিচ বিলি আঁতৰি গ'ল। এইবাৰ নিৰীক্ষণৰ পাল পৰিল জুলিৰ। চেলিনা, গাড়ী, ডাৰ্ক, জীৰ্ণ শীৰ্ণ ঘোঁৰা দুটা, লেৰেলি যোৱা শাক পাত—সকলোকে জুলিয়ে চাই ল'লে। "চেলিনা, এয়া কিহৰ সংসাৰ? তুমি কি কৰিছা?" জুলিয়ে চেলিনাৰ বুট জোতাযোৰ দেখি পুনঃ কান্দিলে। কাণ্ড দেখি চেলিনাৰ স্নায়ু উতলা হ'ল। তেওঁ অস্থিৰভাৱে অট্টহাস্য কৰিবলৈ ধৰিলে। এই হাঁহিত জুলিৰ ভয় লাগিল। "চেলিনা, নাহাঁহিবা। তুমি মোৰে সৈতে ঘৰৰ ভিতৰলৈ আহা। তুমি কিহলৈ চাই হাঁহিছা?"

কঁপা কঁপা আঙুলিৰে চেলিনাই তেওঁৰ ভৰিৰ ওচৰত মাটিত পৰি থকা শাক-পাচলিবোৰলৈ দেখুৱাই দিলে। "জুলি সৌ বন্ধা কবিবোৰ চোৱাচোন। মিচেছ টেবিটৰ কথা তোমাৰ মনত পৰিছেনে? তেওঁ প্ৰত্যেক সোমবাৰে নিশা বন্ধা কবি সিদ্ধ দিছিল আৰু সেই কাৰণে মই তেওঁক ঘৃণা কৰিছিলোঁ।"

"সেইটো একো হাঁহিবলগীয়া কথা নহয়। চেলিনা পিক একমিনিটৰ ভিতৰতে তোমাৰ হাঁহি বন্ধ কৰা।"

"মই বন্ধ কৰিম। মই এতিয়া বন্ধ কৰিছোঁ। মই মোৰ অজ্ঞতাত হাঁহিছিলোঁ। প্ৰত্যেক কবিৰ পিচত আছে মানুহৰ ঘাম, ৰক্ত, স্বাস্থ্য, যৌৱন। এইটো জানানে জুলি? এইখিনি কথা যিয়ে জানে, সি খাস্থ হিচাপে কবিক ঘৃণা নকৰে। ... আহা, নামি আহা, ডার্ক। এই মহিলা-জনাক তোমাৰ মাই বহুত বছৰ আগতে জানিছিল। তেতিয়া তোমাৰ মা'ও ছোৱালী আছিল। হাজাৰ হাজাৰ বছৰ আগতে।"

# বাৰ

ইয়াৰ পাচৰ কেইদিনমান চেলিনাই কায়মনোবাক্যে মাত্ৰ একেটা কথাকে ভাবিলে, "ডাৰ্কক যিমান দূৰ পৰা যায়, ভালদৰে তুলি-তালি ডাঙৰ দীঘল কৰিব লাগিব।" জুলি আৰ্ণল্ডে কয়, তেওঁ ল'ৰাটোক নিজৰ ঘৰতে ৰাখিব আৰু লৰ্ড ফণ্টলৰয়ৰ নিচিনা সাজ-পাৰ পিন্ধাব আৰু তেওঁৰ নিজৰ ল'ৰা ইউজেনি আৰু ছোৱালী পলাইনৰ লগত উত্তৰ ফালৰ কোনো প্ৰাইভেট স্কুললৈ পঠাব। আশ্চৰ্য্য আৰু ক্লান্তিৰ এই দিন কেইটাত জুলিয়ে চেলিনাৰ যত্ন লবলৈ চেষ্টা কৰিলে। বাৰ বছৰ আগতে, চেলিনাৰ দেউতাক, টিমিয়ন পিকৰ নাটকীয় মৃত্যুৰ পাচতো ঠিক এইদৰে তেওঁ চেলিনাৰ যত্ন লৈছিল। তেওঁৰ কাৰ্য্যত সহায় কৰিলে তেওঁৰ দেউতাক আগষ্ট হেম্পেলে। তেওঁৰ দেউতাক পৰিশ্ৰমী আৰু ঐকান্তিক। আগৰ বাৰো এওঁ চেলিনাক সহায় কৰাত উৎসাহ দেখুৱাইছিল। নিজৰ স্বামীক তেওঁ মৰমেৰে অবজ্ঞা কৰিলে।

লগালগি হবৰ প্ৰথম দিনাই জুলিয়ে চেলিনাক নিজৰ স্বামী মাইকেলৰ বিষয়ে কৈছিল, "কোনো এটা কাম কেনেকৈ কৰিব লাগে তাক নিৰ্দিষ্ট কৰি দিলে মাইকেলে পাৰে। তেওঁ সেই কাম কৰিহে এৰিব। কিন্তু উপায় উদ্ভাৱন কৰাত দেউতাহে পাৰ্গত। দেউতাক যদি সৰ্বাধিনায়ক বোলা যায়, তেন্তে মাইকেলক কেপ্টেইন বুলিব লাগিব। অহাকালি দেউতা বাহিৰলৈ যাব। মই বোধহয় তেওঁৰ লগত ওলাই যাম। মোৰ এখন মিটিং আছে। কিন্তু মই বোধ হয় সহজে—"

"তুমি কলা যে তোমাৰ দেউতা ওলাই যাব। ক'লৈ ?"

"তোমাৰ ফাৰ্মলৈ।"

"কিন্তু তেওঁ কিয় যায় ? মাত্ৰ পঁচিশ একৰৰ ফাৰ্ম এখন, তাৰো বেচি ভাগ মাটি বছৰৰ সৰহ ভাগ কাল পানীৰ তলতে থাকে।"

"তুমি ভয় নকৰিবা। পিতাই ইয়াৰ কিবা এটা উপায় উলিয়াবই। তেওঁ প্ৰথমতে বৰকৈ কথা নকয়, ভাবে। পাচত সকলো ঠিক হয়।'

"ইয়াৰপৰা সেই ঠাই বহুত দূৰে—হাইপ্ৰেইৰিত।"

"চেলিনা, তোমাৰ জৰাজীৰ্ণ ঘোঁৰা দুটাৰে যদি এই দূৰত্ব সামৰিব পাৰা, তেন্তে দেউতাই আমাৰ বেগবান ঘোঁৰা দুটাৰে নোৱাৰিবৰ কোনো কাৰণ নাই। আমাৰ ঘোঁৰাই তিনি মিনিটত এমাইল কি এক মিনিটত তিনি মাইল সামৰিব পৰাৰ ৰেকৰ্ড আছে। অনুপাতটো মই ঠিকমতে মনত ৰখা নাই। অথবা, আমি অটোতে যাম—যদিও পিতাই এইটো ভাল নাপায়। পৰিয়ালৰ ভিতৰত অকল মাইকেলেই ইয়াক ভাল পায়।

চেলিনাৰ মনত এক কুৎসিত ধৰণৰ গৰ্বই ঠাই পালে। তেওঁ ক'লে, "মৰমৰ জুলি! মোক সহায় নালাগে—প্ৰকৃততে নালাগে। আজিৰ দৰে অৱস্থা মোৰ আগতে হোৱা নাই। পাৰ্ভাছ আৰু মই ভালেই চলিছিলোঁ। তাৰ পিচত হঠাতে যেতিয়া পাৰ্ভাছৰ মৃত্যু হ'ল, তেতিয়া মই ভয় খালোঁ—বৰ ভয় খালোঁ। ডাৰ্কৰ বিষয়ে। ডাৰ্কে সকলো ভাল আৰু ধুনীয়া বস্তু পাওক, আৰু তাৰ জীৱন ধুনীয়া হওক, ইয়াকেই কামনা কৰিলোঁ। জীৱনটো বৰ কুৎসিত হবও পাৰে। কিমান কুৎসিত, তুমি হয়তো নাজানা জুলি।"

"সেই কাৰণেই তো কৈছোঁ অহাকালি দেউতা আৰু মই তোমাৰ ফাৰ্মলৈ যাম। ডাৰ্কে সকলো ধুনীয়া বস্তু পাব। আমি তাৰ দিহা কৰিম।"

তেতিয়া চেলিনাই ক'লে, "সেইটোৱেইতো আচল কথা। এই কাম মই ডাৰ্কৰ কাৰণে নিজেই কৰিব খোজোঁ। মই পাৰোঁ। মই এই বস্তুবিলাক নিজেই তাক দিব খোজোঁ।"

"কিন্তু সেইটো স্বাৰ্থপৰতা।"

"মোৰ কিন্তু সেইটো উদ্দেশ্য নহয়। মই মাত্ৰ ডাৰ্কৰ কাৰণে যিটো উত্তম পন্থা বুলি ভাবো, তাকে কৰিব খোজোঁ।

দুপৰীয়াৰ অলপ পিচতে হলষ্টেদ ৰোডেৰে এখন মটৰ গাড়ীত উঠি চেলিনা আৰু ডাৰ্ক তেওঁলোকৰ ফাৰ্মৰ পিনে যোৱা দেখা গল। মটৰ গাড়ীৰ এই শব্দ শুনি হাইপ্ৰেইৰিৰ সকলো মানুহে খিৰিকীৰ কাষলৈ আহি চালে। কাৰণ এই অঞ্চলত মটৰ গাড়ীৰ শব্দ সচৰাচৰ শুনা নাযায়। আলিবাটত খেতিয়কবিলাকৰ গাড়ীৰ ঘোঁৰাবিলাকেও মটৰৰ শব্দ শুনি চক খালে। চেলিনাৰ নিজৰ শাক-পাচলিৰ গাড়ী, যোৱা বা পম নামৰ কুকুৰটোৰ কোনো চিহ্ন দেখা নগল।

ইয়াৰ পিচৰ এদিন মানলৈ এই নতুন ঘটনাৰ উত্তেজনা থাকিল। হাই-প্ৰেইৰিৰ মানুহবিলাকে কোনো কাম-বন কৰিব নোৱাৰিলে।

মটৰত যোৱাৰ প্ৰস্তাবটো জুলিয়ে কৰিছিল, চেলিনাই বাধ্য হৈ তাত মাত্ৰ সন্মতি দিছিল। কাৰণ, তেওঁ ইমান ক্লান্ত হৈ পৰিছিল যে তেতিয়া আৰু তেওঁৰ কোনো প্ৰস্তাব বা কোনো ব্যক্তিক প্ৰত্যাখ্যান কৰিবৰ শক্তি নাই। সেই সময়ত যদি জুলিয়ে প্ৰস্তাব কৰিলেহেতেন যে মাউণ্টেৰে এটা হাতীৰ পিঠিত উঠি চেলিনাই হাইগ্ৰেইৰিত প্ৰৱেশ কৰিব লাগে, তেন্তে তাতো তেওঁ অসন্মত হব নোৱাৰিলেহেতেন।

জুলিয়ে জোৰেৰে ক'লে, "চেলিনা, মই তোমালোকক ততালিকে ঘৰলৈ পঠিয়াই দিম। তোমাৰ চেহেৰা প্ৰেতাত্মাৰ দৰে হৈছে, লৰাটিৰো টোপনি লাগিছে। মই দেউতাক ফোন কৰি কৈ দিম। তেওঁ এজন চাকৰৰ হতুৱাই তোমাৰ গাড়ী-ঘোঁৰা ঘৰলৈ পঠিয়াই দিব। ছয় বজা মানত গৈ গাড়ী-ঘোঁৰা তোমাৰ ঘৰ পাবগৈ। এই বিষয়টো মোৰ হাতত এৰি দি নিশ্চিন্ত হোৱা। তুমি আগতে মটৰত উঠা নাই জানো? ইয়াত ভয় কৰিবলগীয়া একো নাই। মই নিজে ঘোঁৰাকে ভাল পাওঁ। মই পিতাৰ দৰে। তেওঁ কয় যে যদি ঘোঁৰাত যোৱা যায়, তেন্তে গন্তব্য স্থল পোৱা গৈ যায়।"

ভাৰ্কে এই নতুন যান-বাহনখন বালক-সুলভ আগ্ৰহেৰে গ্ৰহণ কৰিলে। ভাৰ্কে আনকি ভৱিষ্যতৰ আদৰ্শৰ ইঙ্গিতো দিলে, "ডাঙৰ হলে ময়ো এখন মটৰ লম আৰু মোৰ মটৰ ইয়াতকৈ বেছি বেগাই যাব।'

ঘণ্টাত প্ৰায় পোন্ধৰ মাইল বেগত অটোমোবাইল গাড়ী যাব ধৰিলে। চেলিনাই আতঙ্কৰ ভাবত ক'লে, 'ভাৰ্ক ইয়াতকৈ বেছি বেগত যাবলৈ ইচ্ছা নকৰিবা।"

জান ষ্টৈনৰ মুখত মাত নাইকিয়া হৈছে। তেওঁ ভাবিলে যে চেলিনা বলিয়া হৈছে আৰু তেওঁৰ গাড়ী আৰু ঘোঁৰা চিৰকাললৈ হেৰাই গৈছে। পথুলি ছয় বজাত গাড়ী আৰু ঘোঁৰা আহি পালতহে তেওঁৰ এই আশঙ্কা আঁতৰিল। পিছৰ দিনা জুলি আৰু আগষ্ট হেম্পেল আহিল। তেওঁবিলাকে ছুটা ধুনীয়া ঘোঁৰাই টনা বাগিত আহি সেইখিনি পালেহি। কিন্তু আগৰ দিনৰ ঘটনা পৰম্পৰাত হতভম্ব হৈ থকা জানষ্টৈনৰ মনত এই ঘটনা একো প্ৰভাব বিস্তাৰ কৰিব নোৱাৰিলে।

যোৱা বাৰ বছৰ কালত আগষ্ট হেম্পেলে সাধাৰণ কষাইৰ ব্যৱসায়েৰে জীৱনৰ ভূমিকা মেলি উন্নতি কৰি বৰ্তমানে খাদ্যৰ যোগানীয়ৰ হৈছে।

এইদৰে তেওঁ সম্মান আৰু দক্ষতাৰ অধিকাৰী হৈছে। এতিয়া তেওঁৰ বয়স পচপন্ন বছৰ। মূৰৰ পকা চুলিয়ে মুখৰ বগা বঙৰ আতিশয্য কিছু কমাইছে। তেওঁ শব্দ বোৰত জোৰ নিদিয়াকৈ কথা কয় আৰু আমেৰিকাৰ জতুৱা ঠাঁচবোৰ ব্যৱহাৰ কৰে। এই জতুৱা ঠাঁচবোৰ তেওঁ পাৰবিলাকত শুনি শিকিছে। তেওঁৰ 'দ' বোৰৰ উচ্চাৰণ 'ত'ৰ দৰে আৰু 'জ'ৰ উচ্চাৰণ 'চ'ৰ দৰে যেন শুনা যায়। যোৱা কেই বছৰ মানৰ ভিতৰত তেওঁৰ এখন কাণ ক'লা হৈছে, গতিকে মানুহে কথা কলে তেওঁ সেইপিনে খুব মনোযোগেৰে চায়। এনেকৈ চোৱা কাৰণে মানুহে ভাবে, তেওঁ বৰ চোকা বুদ্ধিৰ লোক আৰু মানুহৰ চৰিত্ৰ অধ্যয়নত পকা। দৰাচলতে কিন্তু, তেওঁক মানুহে যাতে কলা বুলি গম ধৰিব নোৱাৰে, তাৰ কাৰণেহে তেওঁ এইটো কৰিছিল। তেওঁৰ ভৰিত বৰ্গক্ষেত্ৰাকাৰ আকৃতিৰ বুট জোতা। শৰীৰ আৰু মূৰতো ডাঙৰ ধৰণৰ চোলা আৰু টুপী। দেখোতে, অন্য মানুহৰ চোলা পিন্ধা যেন দেখি।

চেলিনাৰ চোতালত থিয় হৈ আগষ্ট হেম্পেলে মাটি-ঘৰ এটাই থিনি-নিৰীক্ষণ কৰি চালে। তেওঁ চেলিনাক সুধিলে।

"তুমি এইবোৰ বিক্ৰি কৰিব খোজা নেকি ?"

"নোখোজোঁ।"

"সেইটো ভাল কথা। আৰু কেই বছৰ মানৰ পিছত এই মাটিবাৰীৰ দাম উঠিব।" প্ৰায় পোন্ধৰ মিনিটমান সময়ৰ ভিতৰত আগষ্টে মনতে ঘৰ-দুৱাৰ, মাটি-বাৰী ইত্যাদিৰ যথা-যথ মূল্য নিৰূপণ কৰিলে। তেওঁ চেলিনাক সুধিলে, "চেলিনা তেন্তে তুমি কি কৰিব খোজা ?"

তেওঁ বিলাকে চেলিনাৰ বৈঠকখানাত বহিছে। কোঠালিটো শান্তিপূৰ্ণ আৰু মনোৰম যেন লাগিল। চাৰিওফালে ডাচ কাৰুকাৰ্য্য আছে।

এজন লবাৰ লগত ডাৰ্ক চোতালতে আছে। হেম্পেলে অনা ঘোঁৰা দুটা নিৰীক্ষণ কৰি চাবলৈ ধৰিছে। জানষ্টেনে পথাৰত কাম কৰিছে। কোলাৰ ওপৰত হাত দুখন টানকৈ মুঠি মাৰি চেলিনা বহিছে। পথাৰত কাম কৰোতে তেওঁৰ সৰু হাত দুখনৰ মিহি ভাব কিছু কমি গৈছে। নখবিলাক চিঙি চুটি হৈছে আৰু বং গৈছে। হাতৰ তলুৱা খহতা হৈছে। যোৱা বাৰ বছৰৰ জীৱনপঞ্জী চেলিনাৰ হাত দুখনতে লিখা আছে।

চেলিনাই কলে, "মই ইয়াতে থাকিব খোজোঁ।" এই কাৰ্মত কাম কৰিম

আৰু জীৱিকা উলিয়াম। মই পাৰিম। অহা বসন্তকালত মোৰ এস্পাৰাগাছ বোৰে ফচল দিবই। মই গতানুগতিক ধৰণৰ খেতি আৰু নকৰো, অন্ততঃ বেচিভাগ খেতি সেই ধৰণৰ নহব। মই মনোহাৰী ধৰণৰ বস্তুৰ খেতিত বেচি মনোযোগ দিম। চাউথ ৰাটাৰ ষ্ট্ৰিটৰ কমিচনৰ মানুহে যি ধৰণৰ বস্তু বিচাৰে সেই ধৰণৰ বস্তু উৎপাদন কৰাত মনোযোগ দিম। দ মাটিত মই নলা বহুৱাব খোজোঁ। এই মাটি দৰাত বহুত বছৰ আবাদ কৰা নাই। ভালদৰে নলা আৰি খান্দি দিলে এই মাটিদৰাত ভাল ফচল হব লাগে।। মই ডাৰ্ককো স্কুললৈ পঠাব খোজোঁ, ভাল স্কুললৈ। ডাৰ্কক মই কেতিয়াও হেইমাৰ্কেটলৈ পঠাবলৈ ইচ্ছা নকৰো।"

জুলিয়ে অলপ গা লৰালে। তেওঁৰ চিকৰ সাজপাৰ আৰু অলঙ্কাৰৰ মণিবোৰে খচ্-মচ্ শব্দ কৰিলে। চেলিনাৰ মাত আৰু সংকল্পৰ দৃঢ়তাত তেওঁৰ অমায়িকতা আৰু নম্ৰতা জিকাৰ খাই উঠিল।

'এৰা ; কিন্তু তোমাৰ নিজৰ কি হব?"

"মোৰ?"

"এৰা, তোমাৰ। তোমাৰ পৰিকল্পনাত তোমাৰ কোনো সংস্থান নাই, যেন তোমাৰ কোনো দৰ্কাৰ নাই।"

"ডাৰ্কক সহায় কৰাত বাহিৰে মোৰ অন্য কোনো লক্ষ্য বা প্ৰয়োজন নাই। মোৰ অন্য ইচ্ছা পূৰণ হৈছে। মই কব খোজা নাই যে মই জীৱনত ব্যৰ্থ হৈছো বা মোৰ নৈৰাশ্য আহিছে। মই কব খুজিছো যে, এটা ভ্ৰান্ত আদৰ্শ লৈ মই জীৱন আৰম্ভ কৰিছিলোঁ। অভিজ্ঞতাৰ পৰা মোৰ জ্ঞান লাভ হৈছে। মই কৰা ভুলবোৰ ডাৰ্কে যাতে নকৰে, মই তাৰে চেষ্টা কৰিম।"

ইমান পৰে আগষ্ট হেম্পেলে চেয়াৰত জুলনি দি মনোযোগেৰে চেলিনাৰ পিনে চাই আছিল। এতিয়া তেওঁ অন্যমনস্ক ভাবে খিৰিকিয়েদি বাহিৰৰ ফালে চালে। বাহিৰত তেওঁৰ বাগিৰ ঘোৰা ঠিয়হৈ আছে। তেওঁ আলোচনাৰ সূৰত কলে, "সেইদৰে জীৱন নচলে। জীৱনত ভুলৰ কথা কোৱা হাহি উঠা কথা। জীৱনত ভুল হবই। মানুহক ভুল কৰাৰ পৰা আঁতৰাই ৰাখিব খুজিলে বলিয়া হব।" কথা খিনি কৈ উঠি তেওঁ সৰুকৈ সুহুৰিয়াব আৰু আঙুলিৰ নখেৰে চকীৰ গাদীত টুকুৰিয়াবলৈ ধৰিলে।

আবেগৰ সুৰত চেলিনাই কৈ উঠিল "সৌন্দৰ্য্য!" আগষ্ট হেম্পেল আৰু জুলিয়ে ইয়াৰ একো অৰ্থ উলিয়াব নোৱাৰিলে ; গতিকে চেলিনাই ব্যাখ্যাৰ

সুৰত কৈ গল, "মোৰ বিশ্বাস আছিল যে যদি মানুহে সৌন্দৰ্য্যৰ কাৰণে ঐকান্তিকভাবে আকাঙ্ক্ষা আৰু চেষ্টা কৰে, তেন্তে তাক পাবই। যথাশক্তি চেষ্টাকৰি ধৈৰ্য্য সহকাৰে অপেক্ষা কৰি গৈ থাকিলে শেষত সৌন্দৰ্য্য লাভ কৰা যায়। পাওঁতে পলম হব পাৰে, কিন্তু পোৱাটোৰ সন্দেহ কৰিব লগা নাই।

ক্ষীণ-সুৰত জুলিয়ে কৈ উঠিল, "সৌন্দৰ্য্য!" তেওঁ চেলিনাৰ জৰাজীৰ্ণ শৰীৰটোৰ পিনে ৰ লাগি চাই থাকিল আৰু মনতে ভাবিলে যে চেলিনাই নিশ্চয় তেওঁৰ শাৰীৰিক লাৱণ্যৰ অভাৱত দুখ কৰিছে।

চেলিনাই বহলাই কলে। "এৰা, জীৱনৰ মূল্যবান সকলো বস্তু। এটাই-বোৰ সান মিহলি। সাধাৰণ চাকিৰে সজ্জিত কোঠালি, আহৰি, ৰং-বৰণ, ভ্ৰমণ, কিতাপ-পত্ৰ, সঙ্গীত ছবি, নানা ধৰণৰ মানুহ, অভিপ্ৰেত কৰ্ম, পৰিচিত লোকৰ ক্ৰমবৃদ্ধিৰ নিৰীক্ষণ,—এই এটাইবোৰৰ বিষয়ে থকা গভীৰ অনুভূতি আৰু তাৰ জৰীয়তে ধুনীয়া ফল লাভ কৰিবলৈ প্ৰচেষ্টা।" "আত্ম-বিকাশ" বোলা কথাটো তেতিয়াও চলন্তী হোৱা নাই। গতিকে চেলিনাই সেইটো ব্যৱহাৰ নকৰিলে। ব্যৱহাৰ কৰা হেতেনো আগষ্ট হেম্পেল আৰু জুলিয়ে বুজি নেপালেহেতেন। দুৰ্ব্বলভাৱে চেলিনাই হাত দুখন মেলি দি ইচাৰা কৰি কলে, "সৌন্দৰ্য্য"ৰ দ্বাৰা মই ইয়াকেই বুজাব খুজিছোঁ। মোৰ ইচ্ছা ভাৰ্কে এইটো লাভ কৰক।"

চেলিনাই কোৱা কথাৰ এটা শব্দও নুবুজিলে যদিও জুলিয়ে এটাই খিনি কথা সুন্দৰ ৰকমে হৃদয়ঙ্গম কৰা নম্ৰ আৰু জ্ঞানীলোকৰ দৰেকৈ মূৰ দুপিয়ালে। আগষ্ট হেম্পেলে গলাটো পৰিষ্কাৰ কৰি লৈ কলে।

"চেলিনা, তুমি কি লক্ষ্যলৈ কথা কৈছা মই বোধহয় বুজিছোঁ। জুলিৰ বিষয়ে ময়ো তেনেকৈ ভাবিছিলোঁ। সকলো সুন্দৰ বস্তুকে মোৰ ছোৱালীয়ে পাব লাগিব, এয়ে মোৰ ধাৰণা আৰু কামনা আছিল। তেওঁ পাইছেও। চন্দ্ৰমাক বিচাৰি তেওঁ চন্দ্ৰমাকে পাইছে।"

"মই তেনে কোনো বস্তু পোৱা নাই, পিতা।

"মই জনাত, তুমি পোৱা বস্তুতকৈ অন্য বস্তুলৈ হেপাহো কৰা নাছিলা।"

"পিতা, আমি এইবোৰ আলোচনা নকৰি, অন্য কোনো কাম কৰাই ভাল। পইচা থাকিলে যি কোনো মানুহে কিতাপ কিনিব, ভ্ৰমণ কৰিব, নাইবা ছবি সংগ্ৰহ কৰিব পাৰে। গতিকে, কথা নকৈ, আমি কাম কৰোঁহক।

পিতা, আপোনাৰ মস্তিকত বহুত দিন আগৰে পৰা এইবোৰে হয়তো খোপনি পুতি আছে। আমি এতিয়া এইবোৰ শুনা উচিত। এই চেলিনা জনী মিচ ফিষ্টাৰৰ স্কুলত পঢ়া সময়ত বৰ সৰৱৰহী ছোৱালী আছিল। বহুতৰ মতে তেওঁ অতিশয় ৰূপৱতীও আছিল। আৰু এতিয়া, তেওঁৰ ফালে চাওঁক।

পুৰণি অগ্নিৰ শিখা এটা সঞ্জীৱিত হ'ল। চেলিনাই গুণগুণাই কলে, "তোষামোদকাৰী।"

আগষ্ট হেম্পেল ঠিয় হ'ল। তেওঁ কলে, "তুমি যদি ভাবা যে লৰাটোৰ সুখৰ কাৰণে তোমাৰ সমস্ত জীৱনটো দিলে সি সুখী হব, তেন্তে মই ভবা ধৰণে তুমি বুদ্ধিমতী নোহোৱা। (আনৰ কাৰণে নিজৰ জীৱনত আনৰ জীৱন নিৰ্ব্বাহ কৰাৰ দৰে হয়।" )

"মই ডাৰ্কৰ কাৰণে মোৰ জীৱনত ডাৰ্কৰ জীৱন নিৰ্বাহ নকৰো। জীৱনৰ প্ৰকৃত দাম আদায় কৰিবলৈ হলে জীৱন কেনেকৈ নিৰ্বাহ কৰিব লাগে সেইটোহে মই দেখুৱাই দিব খোজোঁ।"

"যদি সেই মাৰ্কেটতে ডাৰ্কৰ উন্নতি হয়, তেন্তে তাৰ পৰা তাক আঁতৰাই ৰখাটোৱে উপকাৰ নকৰে। তুমি ভৱিষ্যতটো কেনেকৈ জানা? ভৱিষ্যতৰ লগত খেলা কৰিব নাপায়। প্ৰত্যেক দিনে মই চোতাললৈ ওলাও, গৰু ৰখা ঠাইৰ বাহিৰে ভিতৰে ঘূৰি ফুৰো আৰু বকৰ আৰু গ্ৰাহক বিলাকৰ লগত কথা-বতৰা হওঁ। এটা গাহৰিৰ কিমান ওজন আৰু কিমান মূল্য হব, মই চকুৰে দেখিলেই কৈ দিব পাৰো। মোৰ জোৱাই মাইকেল আৰ্ণল্ডে কিন্তু সদায় অফিচত টেবিল আগতলৈ বহি থাকে আৰু চিঠিৰ শ্ৰুতলিপি দি থাকে। মোৰ সাজপাৰত গৰু-গাহৰিৰ গন্ধ থাকে, জোৱাইৰ সাজপাৰত নাথাকে। বুজিলা, মই জোৱাইৰ বিৰুদ্ধে একো কথা কোৱা নাই। মই খাবি মাৰি কব পাৰো যে আমাৰ নাতি ইউজেনি ডাঙৰ হলে যদি ব্যৱসায়ত লাগে, তেন্তে সি গৰু-গাহৰিৰ ওচৰলৈতো নাযায়েই, আনকি সেই চোতাললৈকেই নাযাব। সি এটা নতুন ঘৰত অফিচ পাতিব,—হয়তো মাদিছন ষ্ট্ৰিটত আৰু সেই বিল্ডিঙৰ সমুখত সৰোবৰৰ সৌন্দৰ্য্য থাকিব। জীৱন! জীৱনক পিছে পিছে খেদি ফুৰিলেও বুজা টান।"

জুলিয়ে মাজতে মাত দিলে। "চেলিনা, পিতাৰ কথাত কাণ নিদিবা। তেওঁ সদায় একে সুৰতে কথা কয়।"

আগষ্ট হেম্পেলে চিগাৰ এটাৰ মূৰটো দাঁতেৰে চিঙি পেলালে আৰু বাকী অংশ চোলাৰ মোনাত সুমাই থলে। তেওঁ কলে, "মই মাইকৰ ঠাইৰ লগত মোৰ ঠাই সলাব নোখোজো।

"পিতা অনুগ্ৰহ কৰি তেওঁক মাইক নুবুলিব।

"বাৰু মাইকেল বুলি কলো। দহ নিযুতৰ বিনিময়তো মই ঠাই সলাব নোখোজো। বৰ্ত্তমানে মোৰ দহ নিযুতৰে দৰ্কাৰ।"

উদ্দীপ্তভাৱে, প্ৰত্যুত্তৰ দি চেলিনাই কলে "আপোনাৰ জোৱাই মাইকেল আৰ্ণল্ডে গৈ যেতিয়া আপোনাৰ বয়স পাব তেতিয়া তেওঁ তেওঁৰ লৰা ইউজেনিক কব কেনেকৈ ডেকা কালত মাইকেলে অফিচত কঠোৰ কাম কৰিব লাগিছিল। তেতিয়া এইবোৰ কালেই প্ৰাচীন কাল বুলি বিবেচিত হব।" আগষ্ট হেম্পেলে খোলাভাৱে হাঁহিলে আৰু কলে, "চেলিনা, সেইটো হব পাৰে, মই স্বীকাৰ কৰোঁ।" তেওঁ চিগাৰটো মুখত ল'লে আৰু পুনঃ কথাত প্ৰবৃত্ত হ'ল। তেওঁ চেলিনাক ক'লে—

"তুমি দ মাটিত নলা খান্দিব খোজা আৰু উচ্চ শ্ৰেণীৰ শাক-পাচলিৰ খেতি কৰিব খোজা। এইবোৰত চকু দিবলৈ তোমাক ভাল মানুহ এজন লাগিব। তোমাৰ পথাৰত যিজন সোৰোপা মানুহ দেখিলোঁ, তাৰ দ্বাৰা কাম নহ'ব। আৰু লাগিব—নতুন ঘোঁৰা, নতুন গাড়ী। মানসিক হিচাৰ গণনাৰ সূচনা কৰিবলৈ তেওঁৰ চকু কিছু কোচ খালে। চকুৰ কোণত চামৰা কোচ খালে। চতুৰ বিবেচনাৰ ৰেখা তাত অঙ্কিত হ'ল। তেওঁ ক'লে, "মই আৰি মাৰি ক'ব পাৰো যে অদূৰ ভবিষ্যতত এই গ্ৰাম্য ফাৰ্মৰ মানুহবিলাকে নিজৰ নিজৰ ডাঙৰ আটোমোবাইল গাড়ীত শাক-পাচলি ভৰাই লৈ চহৰলৈ যাব। এৰণ্টাতকৈয়ো কম সময়ৰ ভিতৰতে তেওঁলোক গৈ চহৰ পাব। হ'বই হ'ব, ঘোঁৰাৰ দুৰ্ভাগ্য প্ৰায় আগত। ই অতি স্পষ্ট কথা।" তাৰ পিচত হঠাৎ তেওঁ ক'লে, "মই তোমাৰ ঘোঁৰা আনি দিম।" এই বুলি, কৈ মোনাৰ পৰা তেওঁ এটা দীঘল, চেপেটা চেক বহী উলিয়ালে। তাৰ পিচত মোনাৰপৰা এটা কলম উলিয়াই তাৰ ওপৰৰ খলপটো সোলোকাই সেই খলপটো তলৰ ফালে লগাই দি লিখিবলৈ লাগি গ'ল। কলমটো আচৰিত ধৰণৰ—তাত চিঁয়াহী আগৰেপৰা ভৰাই থোৱা আছে। চিগাৰৰ ধোঁৱাৰ মাজেৰে চকু আধা মুদা কৰি চাই চেক বহীখন আঁঠুৰ ওপৰত থৈ

এখন চেক লিখিলে। চেকখন চিবি লৈ চেলিনাৰ পিনে সেইখন আগবঢ়াই ধৰি তেওঁ কলে, "ইয়াৰে আৰম্ভ কৰা।"

আনন্দত উৎফুল্লহৈ জুলিয়ে কৈ উঠিল, "এইটো হে।" এইটোহে প্ৰকৃত কাম হল।

"কিন্তু চেলিনাই চেকখন নল'লে। হাত দুখন মুঠিমাৰি ধৰি তেওঁ চেয়াৰত নিশ্চল ভাবে বহি থাকিল। তেওঁ ক'লে, "এইটোতো নিয়মীয়া পদ্ধতি নহয়।"

আগষ্ট হেম্পেলে ফাউণ্টেইন পেনটোৰ ওপৰৰ খলপটো লগাব ধৰিছিল। তেওঁ সুধিলে, "কিহৰ নিয়মীয়া পদ্ধতি নহয়?"

"মই এই ধনখিনি ঋণ হিচাবে হে ল'ম। এইখিনি নহলে যে মই চলিব নোৱাৰোঁ। সেইটো মই যোৱা কালিতে উপলব্ধি কৰিছোঁ। কিন্তু পাঁচ-সাত বছৰৰ পিচত মই এইখিনি পৰিশোধ কৰিম।" জুলিৰ আধা অস্পষ্ট প্ৰতিবাদ এটাত চেলিনাই ক'লে, "এই ধৰণে হে ধনখিনি গ্ৰহণ কৰিব পাৰিম। ডাৰ্কৰ কাৰণে। কিন্তু মই ধন উপাৰ্জন কৰি ঋণখিনি পৰিশোধ কৰিম। মোক এখন ঋণৰ খত-পত্ৰ লাগে। তাত মই লিখি দিম যে যিমান সোনকালে পাৰি সিমান সোনকালে মই এই ঋণ পৰিশোধ কৰিম। এইটো বেচি কাৰ্য্যকৰী পদ্ধতি হ'ব।"

"নিশ্চয়, সেইটো কাৰ্য্যকৰী পন্থা।" এই বুলি তেওঁ পুনঃ ফাউণ্টেইন পেন খুলিলে। অতিব্যস্ত তেওঁ এখন কাগজৰ ওপৰত কিবা লিখিলে। এবছৰ পিচত যেতিয়া চেলিনা আগষ্ট হেম্পেলৰ ওচৰলৈ পুনঃ যায়, তেতিয়া তেওঁ বহুত কথা জনা হৈছে। উদাহৰণ স্বৰূপে তেওঁ তেতিয়া জানে যে চক্ৰবৃদ্ধিমূল বোলা কথাটো ডাকিৰ গণিতত থকা অধ্যায় এটাই নহয়, বাস্তৱ জীৱনতো তাৰ ব্যৱহাৰ হয়।

হাঁহি আৰু চকুলোৰ মাজেদি চেলিনাই আগষ্ট হেম্পেলক ক'লে, "আপুনি টকা দিবৰ দিনা সুতৰ বিষয়ে ঘূণাক্ষৰেও উল্লেখ কৰা নাছিল। মোক নিশ্চয় মূৰ্খ বুলি ভাবিছিল।"

"বন্ধুৰ মাজত" হেম্পেলে কলে। কিন্তু চেলিনাই। কৈ থাকিল, 'নহয়, সুত।'

"তুমি যি ধৰণে লাগিছা, মই দেখিছোঁ এটা বেঙ্কক আৰম্ভ কৰিব লাগিব।"

দুই বছৰৰ পিচত সচা সচিকৈয়ে তেওঁ "ম্যাদছ এণ্ড বেক্সাৰ্ছ" নামৰ বেঙ্ক

এটাৰ পৰিচালক স্বৰূপ হৈ পৰিল। চেলিনাই হেম্পেলক দিয়া ঋণ পত্ৰ খন ঘূৰাই আনিছে। তাত লিখা আছে—"সম্পূৰ্ণে আদায় কৰি দিছে—হেম্পেল"। এই চিৰা খতখন তেওঁ আনি অন্যান্য বস্তুবে সৈতে তেওঁৰ ওক-কাঠৰ পুৰণি পেৰাটোত থৈ দিছে। তাত বহুতো ফটা-চিটা কাগজ আছে। এইবোৰ নিতান্ত হাঁহি উঠা ধৰণৰ—তেওঁৰ বাহিৰে অইন মানুহে তাৰ অৰ্থ বা মূল্য একো নুবুজে। কিছুমান বস্তু যেনে—এখন স্কুলীয়া চিলট এইখনতে পাৰ্ভাছে অঙ্ক আৰু পদাৰ্থ শিকিছিল; এমুঠা শুকান ট্ৰিলিয়াম; নিতান্ত পুৰণা ধৰণৰ ৰঙা কাশ্মীৰী কাপোৰৰ সাজ-পাৰ; জুলি হেম্পেলে স্পেইনৰ ইনফেণ্টা ইউলেলিৰ বিষয়ে লিখা চিঠি এখন; শুকান বোকাৰ দাগ লাগি থকা পুৰুষমানুহৰ বুট জোতা এযোৰ; ৰৌল্‌ফে বাল্যকালত অঁকা এখন ছবি—চিৰা হালধীয়া কাগজত হেই মাৰ্কেটৰ ছবি—তাত আছে শাক পাচলিৰ গাড়ী এখন, তাৰ ওচৰত বৈ থকা গাড়ীৰ ঘোঁৰা, আৰু আলিবাটৰ চাকিৰ তলত জুম খাই থকা মানুহৰ চিত্ৰ।

বহুত পিচলৈকেও, মাজে সময়ে চেলিনাই বাকচ খুলিলৈ এই বস্তু-বেহানিবোৰ চায়। কুৰি বছৰ পিচত ডাৰ্কে যেতিয়া এদিন দেখিলে যে মাকে পুৰণা দলিলখন বা কাশ্মীৰী কাপোৰ খিনি উলিয়াই তাক পৰিষ্কাৰকৈ পিহি সমান কৰিব ধৰিছে তেতিয়া তেওঁ মাকক ক'লে, "মা, আকৌ সেই বোৰত ধৰিছা? তোমালোক বৰ ভাৱপ্ৰৱণ। যদি ঘৰত জুই লাগে, তেন্তে তুমি হয়তো এই বাকচটোৰ বস্তু খিনি বঁচাবলৈ দৌৰ দিবা। অথচ, বস্তু খিনিৰ দাম দুই চেণ্টো নহয়।"

"হয়তো নহয়।" চেলিনাই ধীৰে ধীৰে ক'লে। "কিন্তু ৰোদিনে নিজ হাতে অঁকা পুৰণা চবি এখনৰ মূল্য নথকাও নহয়।"

"ৰোদিনে অঁকা ছবি আছে?"

"নাই; কিন্তু ৰৌল্‌ফ পুলৰ চহী থকা ছবি এখন আছে। যোৱা সপ্তাহত নিউ ইয়ৰ্কৰ বজাৰত ৰৌল্‌ফে অঁকা এখন ছবি এহেজাৰত বিক্ৰি হৈছে।"

"সেইখন ছবিৰ হয়তো মূল্য আছে। কিন্তু তোমাৰ বাকচৰ বেচিভাগ বস্তুৰে কোনো মূল্য নাই। সেইবোৰ ধুনীয়াও নহয়। বয়সস্থ মানুহবিলাকে কিছুমান মূল্যহীন বস্তুক এনেকৈ খামোচ মাৰি ধৰি থাকিব পাৰে, ভাবিলে হাঁহি উঠে। সেইবোৰত সৌন্দৰ্য্য ক'ত?"

"সৌন্দৰ্য্য। ডাৰ্ক, সৌন্দৰ্য্য কি তুমি নাজানা আৰু কেতিয়াও নাজানিবাও।" এই বুলি কৈ চেলিনাই বাকচটো বন্ধ কৰি থ'লে।*

## তেৰ

চুম্বকৰ দৰে আকৰ্ষণ, আৰু শিষ্টাচাৰ, গাম্ভীৰ্য্য, লাৱণ্য আদি অস্পষ্ট বিশেষত্ববোৰে যদি ব্যক্তিত্বৰ আকৰ্ষণ বঢ়োৱা কথাটো সঁচা হয়, আৰু সেইবোৰে যদি জীৱন যুদ্ধত সহায় কৰে, তেন্তে এই বিষয়ত ডাৰ্ক ডিজং ভাগ্যবান আছিল। তেওঁৰ সমুখত জীৱনে আশাও দাঙি ধৰিছিল। মানুহৰ মতে ডাৰ্কৰ জীৱনৰ বাট সুগম আছিল। ডাৰ্কে নিজৰ মনতো এনেদৰে ভাবিছিল। তেওঁ বৰ কথাচহকী প্ৰকৃতিৰ ল'ৰা নাছিল। এইটোৱেই বোধহয় তেওঁৰ চৰিত্ৰৰ বেচি চিত্তাকৰ্ষক গুণ। তেওঁ আনৰ কথা ভালদৰে কাণপাতি শুনে। এই নীৰৱ ল'ৰা জনৰ গাত এটা আয়াসহীন সৰলতা আছে। আন মানুহে কথা ক'লে তেওঁ মূৰটো এফালে হলাই দি কাণপাতি মনোযোগেৰে শুনে। বক্তাবো ধাৰণা হয় যে তেওঁ অত্যন্ত বুদ্ধিমান আৰু সম্ভ্ৰমশীল শ্ৰোতা। অন্যান্য সামাজিক গুণতকৈ এই গুণটো শ্ৰেষ্ঠ। তেওঁ নিজে এই গুণৰ মূল্য পোনতে উপলব্ধি কৰা নাছিল। পিচলৈ তেওঁ দেখিছিল যে সাধাৰণতঃ মানুহে কথা শুনক চাবি এটা বাক্যকে শেষ কৰিবলৈ নিদিয়ে। বুঢ়া মানুহবিলাক মন্তব্য কৰিছিল যে ডাৰ্কৰ ভৱিষ্যত বৰ উজ্জ্বল। এই মানুহ বিলাকে এনে মন্তব্য দিয়াৰ তেনে কোনো বিশেষ প্ৰসঙ্গও নাছিল। ডাৰ্কৰ লগত হোৱা এটা কথোপকথনৰ সময়ত ডাৰ্কে মাত্ৰ "হয়" "নহয়" বা "আপুনি ঠিকেই কৈছে"ত বাহিৰে অন্য কোনো কথাকে নোকোৱা স্বত্বেও তেওঁৰ বিষয়ে এই মন্তব্য দিয়া হৈছিল।

চেলিনাই ডাৰ্কৰ ভৱিষ্যতৰ বিষয়ে অনবৰত চিন্তা কৰিছিল। তেওঁৰ মনত অন্য অসংখ্য চিন্তা হয়তো আছিল—ফাৰ্মৰ পৰিকল্পনা, ঘৰটোৰ উন্নতিৰ উপায় ইত্যাদিৰ বিষয়ে। কিন্তু এই এটাইবিলাকৰ মাজেদি আৰু সিবিলাকক চেৰ পেলাই উঠিছিল ডাৰ্কৰ ভৱিষ্যতৰ চিন্তা। হাইস্কুলত ডাৰ্কে ভাল কৰিছে। খুব চোকা বা বৰ বুদ্ধিমান নহয়; মজলীয়া ধৰণৰ। কিন্তু সাধাৰণভাৱে বেয়া নহয়। সকলোৱে তেওঁক ভালো পায়।

ন-বছৰৰ পৰা পোন্ধৰ বছৰ বয়সৰ এই খণ্ডত যেতিয়া ডাৰ্কে চিন্তা-ভাবনা-হীনভাৱে বৰ্ধিত হ'ব ধৰিছিল, তেতিয়া চেলিনাই ডিজং পৰিয়ালৰ খেতি পথাৰৰ ৰূপ তেনেই সলাই দিলে। দুৰ্ভগীয়া, আধামৰা আধা জীয়া খেতিৰ

ঠাইত ধুনীয়া আৰু লাভজনক খেতি উৎপন্ন হ'বলৈ ধৰিলে। চাউথ ৱাটাৰ ষ্ট্ৰিটৰ কমিচনৰ মহাজনসকলে এবছৰ আগতে তেওঁৰ শস্যৰ দাম দি খেতিটো হাত কৰি থ'বলৈ আৰম্ভ কৰিলে। ডিজ্জৰ এস্পাৰাগাছ আৰু বিলাহীৰ বেচি দাম দি হ'লেও মানুহে কিনিবলৈ হেপাহ কৰা হ'ল। আগতে পাৰ্চাছে এক বুছেলত যিমান দাম পাইছিল, এতিয়া চেলিনাই এক পাউণ্ডতে সিমান দাম পাব ধৰিলে

চেলিনাৰ কৃতকাৰ্য্যতাৰ গুৰিত আছে যোৱা ছয় সাত বছৰৰ কঠোৰ পৰিশ্ৰম। ব্যৱসায়ত নতুন তিৰোতাৰ আবিৰ্ভাৱ, এইদৰে প্ৰচাৰ কাৰ্য্য কৰি, মানুহৰ চকুত চমক লগাই একেদিনে তেওঁ কৃতকাৰ্য্যতা লাভ কৰা নাই। মাটিৰ ওপৰত কৰা অন্য যি কোনো প্ৰচেষ্টাৰ দৰে, ইয়াতো তেওঁৰ আশা-ভৰা মনোযোগ, বিৰামহীন কষ্ট আৰু ধৈৰ্য্যৰ প্ৰয়োজন হৈছিল। নিতান্ত নিষ্ঠুৰ ভাৱে তেওঁ নিজৰ শৰীৰক কামত খটুৱাইছিল। তেওঁৰ মুদা হাত দুখনেৰে প্ৰকৃততে মাটিৰ বুকু ফালিদি তেওঁ জীৱিকাৰ সংস্থান কৰিছিল। তেওঁ নিজে ঘোঁৰাৰ গাড়ী চলাইছিল। তথাপি পয়ত্ৰিশ চল্লিশ বছৰ বয়সৰ, ধুনীয়া মৰম লগা কলা চকুৰ, সুন্দৰ নাকৰ, সৰু অথচ কামিলা এই তিৰোতা গৰাকীক পুতৌ কৰিবলগীয়া একো নাছিল। তেওঁৰ জীৰ্ণ অথচ পৰিষ্কাৰ কানি-কাপোৰত হয়তো কেতিয়াবা গাড়ীৰ বোকা চিতিকি পৰা দাগ থাকে। কিন্তু তথাপি তেওঁত এজনা গৌৰবোজ্জল মহিয়সী তিৰোতাৰ জ্যোতি ফুটি উঠে। এই জ্যোতি সকল কৰ্মৰ জ্যোতি।

আগন্ত হেম্পেলৰপৰা ধাৰলৈ ধন, কিম্বা চতুৰ পৰামৰ্শ নোপোৱাহেঁতেন চেলিনাই এই কৃতকাৰ্য্যতা লাভ কৰিব পাৰিলেহেঁতেন নে নাই সি সন্দেহৰ কথা। চেলিনাই নিজেও হেম্পেলক এই কথা মাজে সময়ে কৈছিল। হেম্পেলে অৱশ্যে এই কথা অস্বীকাৰ কৰিছিল। তেওঁ কৈছিল, "মই এইখিনি সহায় কৰাত তোমাৰ পথ হয়তো কিছু সুগম হৈছে। কিন্তু মই একো নকৰাহেঁতেনো তুমি অন্য কোনো পথ উলিয়ালাহেঁতেন। তুলিবে নোৱাৰে, তুমি পাৰা। তুমি পাৰা বিধৰ। মহো হয়তো এই শ্ৰেণীৰ। নৰ্থ ক্লাৰ্ক ষ্ট্ৰিটৰ বহুতো মানুহে কুৰি বছৰ আগতে মোৰ লগত কৰাইৰ কাম কৰিছিল। তেওঁবিলাক আজিকোপতি কষাই হৈয়ে আছে।

হেম্পেলৰ পেকিং কোম্পানীটো এতিয়া এটা বিৰাট কোম্পানী। ইয়াৰ শাখা-প্ৰশাখা ইউৰোপ আৰু দক্ষিণ আমেৰিকা পৰ্য্যন্ত বিস্তৃত হৈ পৰিছে।

যোৱা কেই বছৰমানত প্ৰতিষ্ঠাপিত হোৱা কিছুমান ব্যঙ্গ আলোচনী পত্ৰত আগষ্ট হেম্পেলক এটা অষ্টাবক্ৰৰ আকৃতিত ব্যঙ্গকৈ চিত্ৰিত কৰি তেওঁৰ পিচল সেউজীয়া চকু আৰু অসংখ্য শোষণকাৰী মুখক বিভিন্ন দিশত অগ্ৰসৰ হব ধৰা দেখুৱা হৈছে। এইবোৰ দেখি আগষ্টৰ মনত দুশ্চিন্তা হ'ল। অৱশেষ বাহিৰত তেওঁ হাঁহিয়ে থাকিল। তেওঁ কয়, "এই মানুহবিলাকে মোক এনেকৈ কিয় ব্যঙ্গ কৰে? মই উপযুক্ত দাম লৈ ভাল মাংস বিক্ৰি কৰোঁ। ই ব্যৱসায়, নহয় জানো?"

ফাৰ্মত ডাৰ্কৰ কাম আছিল। চেলিনাই এই বিষয়ত নজৰ ৰাখিছিল। কিন্তু সেই কাম গধূৰ নাছিল। ৰাতিপুৱা আঠ বজাতে তেওঁ স্কুললৈ যায়। দূৰত্ব বেচি হোৱা কাৰণে খোজ কাঢ়ি নগৈ গাড়ীত যায়। আবেলি উভতিবৰ সময়ত তেওঁৰ প্ৰায়েই গধূলি হৈছিল। এই সময়খিনিৰ ভিতৰত চেলিনাই দুজন পুৰুষৰ সমান কাম কৰি শেষ কৰে। খেতিৰ ভৰ সময়ত এতিয়া তেওঁ দুজন মানুহ পথাৰত সহায় কৰিবলৈ আৰু এজনী তিৰোতাক ঘৰৰ কামত সহায় কৰিবলৈ নিযুক্ত কৰিছে। এই তিৰোতাজনী আদাম ব্ৰাছ নামৰ বন্ধুৱা এজনৰে ঘৈণীয়েক। জানষ্টেনও এতিয়াও তেওঁৰ ঘৰত কাম কৰে। গোহালিত চালিবিলাকত, গুটি সিঁচা ঠাইত, কঠিয়া তলীত, আৰু মিস্ত্ৰিৰ সকস্থৱা অসংখ্য কাম কৰি ঘূৰি ফুৰে। ষ্টেনে চেলিনাৰ আধুনিক পদ্ধতিবোৰত বিশ্বাস নকৰিছিল আৰু কোনো নতুন সৰঞ্জাম দেখিলে তাত অসন্তোষ প্ৰকাশ কৰিছিল। ভিজং ফাৰ্মৰ গাতে লগা বাউটছৰ কুৰি একৰ মাটি চেলিনাই কিনা দেখি জানষ্টেনে বেজাৰ কৰিছিল আৰু ভৱিষ্যতবাণী কৰিছিল যে তাৰ পৰিণাম বেয়া হ'ব।

"আপুনি সামৰিব পৰাতকৈ বেচি বেচি ঠাই আঁকোৱালি লৈছে", ষ্টেনে কয়।

গধূলি ডাৰ্ক উভতি অহাৰ আগতে দিনৰ কামবোৰ কৰা শেষ হয়। ডাৰ্কৰ খাদ্য সদায় গৰম, সোৱাদ আৰু প্ৰচুৰ আছিল। ঘৰটো পৰিষ্কাৰ আৰু আৰাম দায়ক আছিল। চেলিনাই এটা বাথৰুমো সাজিছিল। হাই-প্ৰেইৰিত এইটো দ্বিতীয় বাথৰুম। এই ঘটনাই ওচৰ-পাজৰত উত্তেজনাৰ সৃষ্টি কৰিছিল। এই উত্তেজনাৰ উপশম নোহওঁতেই জানষ্টেনে খবৰ দিলে যে চেলিনা আৰু ডাৰ্কে ৰাতিৰ আহাৰ খাওঁতে টেবিলৰ ওপৰত মমবাতি জলায়। হাইপ্ৰেইৰিৰ লোকে এইবোৰ শুনি ধেমালি কৰিলে।

এইটো শুনি বুঢ়া ক্লাচ পুলে ক'লে, "বন্ধা কৰি ধুনীয়া, মই আৰি মাৰি ক'ব পাৰোঁ, বন্ধা কৰি ধুনীয়া।"

ল'ৰাটোৰ কিশোৰ কালত চেলিনাই তাক ভৱিষ্যতৰ বিষয়ে এটা সিদ্ধান্ত গ্ৰহণ কৰিবলৈ কেতিয়াও জোৰ নকৰিলে। এই সিদ্ধান্তৰ প্ৰশ্ন অৱশ্যেই আছিব। ফাৰ্মৰ উদ্গতি হবলৈ ধৰিলত আৰু অভাৱ আঁতৰিলত চেলিনাই বিভিন্ন পৰোক্ষ উপায়েৰে ল'ৰাটোৰ কি ব্যৱসায় বা পন্থা বেচি ভাল লাগে তাৰ ইঙ্গিত লবলৈ চেষ্টা কৰিলে। চেলিনাৰ গৰীব অৱস্থাৰ কালত অতীব প্ৰয়োজনীয় জোতা এযোৰকে নিকিনি সেই ধনেৰে মাজে সময়ে দুই এখন কিতাপ কিনিছিল। এতিয়াও তেওঁ কিতাপ কিনাত বহুতো ধন খৰচ কৰিব ধৰিলে। অন্য তিৰোতাই হয়তো এই ধন বিলাসিতা বা অলঙ্কাৰত খৰচ কৰিলেহেঁতেন। দীৰ্ঘকালৰ গৰীব অৱস্থাই তেওঁৰ মনত ৰেচমৰ বস্ত্ৰ, পকা ৰং, বিতোপন কাৰুকাৰ্য্য আদিৰ প্ৰতি থকা আকৰ্ষণ মষিমূৰ কৰিব পৰা নাছিল। কিন্তু সুদীৰ্ঘ বছৰৰ দুখ-কষ্টই তেওঁক এইবোৰ নিজে ভোগ কৰা শক্তি নাশ কৰি দিছিল। এইবোৰ দেখি বা অনুভৱ কৰি তেওঁ ভাল পায়; কিন্তু নিজে তাক পৰিধান কৰিব নোৱাৰে। বহুত বছৰ পিচত যেতিয়া তেওঁৰ অৱস্থা টনকিয়াল হ'ল তেতিয়া তেওঁ মিছিগান এভিনিউৰ ডাঙৰ দোকানত নানা কাৰুকাৰ্য্য কৰা ধুনীয়া কৰাচী টুপী চাইচিতি নিকিনাকৈ উভতি গৈ ফিল্ডৰ আলিবাটৰ কাষৰ সাধাৰণ দোকানত হে সাধাৰণ টুপী কিনিছিল। ইয়াৰ কাৰণ ধনৰ অভাৱ নহয়। জীৱনৰ দীৰ্ঘকালব্যাপী কৰা অভ্যাস এৰি পেলোৱা টান। মাত্ৰ এবাৰ তেওঁ ৰেচম আৰু পাখিৰ এনে বিলাসিতাপূৰ্ণ টুপী এটা তেওঁ কিনিছিল। কোনো কোনো মানুহে ইচ্ছা কৰি এদিনৰ বাবে মদ খোৱাৰ দৰে, চেলিনায়ো ইচ্ছা কৰি এই টুপীটো কিনিছিল। টুপীটোৰ দাম একুৰি দুই ডলাৰ পৰিছিল। চেলিনাই টুপীটো কেতিয়াও নিপিন্ধিলে।

ডাৰ্কৰ ষোল বছৰ বয়স নোহোৱালৈকে তেওঁ তাক স্বাভাৱিক ধৰণে বৰ্দ্ধিত হবলৈ আৰু তেওঁ কৌশল কৰি পাতি থোৱা ফান্দৰ পৰা অজ্ঞাতসাৰে হাব-ভাব গ্ৰহণ কৰিবলৈকে এৰি দিছিল; জীৱনীমূলক গ্ৰন্থ কিছুমান তেওঁ ঘৰত ৰাখিছিল; লিঙ্কন, ৱাছিংটন, গ্লেডষ্টোন, ডিজৰেইলি, ভলটেয়াৰ আদি মহাপুৰুষৰ জীৱনী। বুৰঞ্জী, সচিত্ৰ চিত্ৰাঙ্কণ, নিৰ্ম্মাণ বিদ্যা, আইন, ডাক্তৰী, ইত্যাদি বিষয়ৰ কিতাপো আছিল। চেলিনাই দুই তিনিখন

ইঞ্জিনিয়াৰিং আলোচনীও লৈছিল। এটা সৰু ঘৰত বিভিন্ন ধৰণৰ সৰঞ্জাম লগোৱা আছিল। এই ঘৰটোকে ভাৰ্কে কাৰ্য্যালয় হিচাবে ব্যৱহাৰ কৰিব পাৰিছিল। প্ৰথম কেই সপ্তাহ মানৰ পিচত ভাৰ্কে এই ঘৰটো বৰকৈ ব্যৱহাৰ কৰা নাছিল। এই বস্তু-বিলাক আগ্ৰহেৰে তেওঁ চাইছিল আৰু তাত আনন্দ পাইছিল। কোনোটোতে অৱশ্যে আসক্ত হৈ পৰা নাছিল। এই ঘৰটোত সৰঞ্জামবোৰ লগাই লওঁতে চেলিনাৰ বৌল্‌ফলৈ মনত পৰিছিল। ফাৰ্মৰ পৰা পলাই যোৱাৰ পিছত বৌল্‌ফৰ পৰা পুল পৰিয়ালত এবাৰহে চিঠি পাইছিল। ফ্ৰান্সৰপৰা এখন চিঠি আহিছিল। এই চিঠিখনৰ ভিতৰত জিৰ্জি আৰু জোজিনালৈ বুলি অলপ ধন। সমৃদ্ধিশালী পুল পৰিয়ালৰ খিৰ্বচনাত, ইমান দূৰৰপৰা ইমান অকনি ধন সাধাৰণতঃ মানুহে নপঠায়। জিৰ্জিৰ এতিয়া বিয়া হৈ গৈছে—ভাওেৰ ছিজদেৰ লৰা গেৰিটৰ লগত। এওঁলোক লো প্ৰেইৰি অঞ্চলৰ ফাৰ্ম এখনত থাকে। জোজিনাৰ এটা ধান্দা হল যে নাৰ্চ হৈ চহৰলৈ যাব। বৌল্‌ফে পঠিৱা ধনখিনিৰপৰা এওঁলোকৰ কোনো বিশেষ উন্নতি হয়তো নহ'ল। কিন্তু পেৰিচ চহৰত আৰ্ট অধ্যয়ন কৰি থকা ছাত্ৰটোৱে কিমান কষ্ট কৰি অলপ অলপ কৈ সঞ্চয় কৰি সেই ধন জমা কৰিছিল সেইটো এওঁলোকে নাজানিছিল। চেলিনাই বৌল্‌ফৰপৰা কেতিয়াও কোনো চিঠি-পত্ৰ পোৱা নাছিল। কিন্তু কেইবা বছৰৰ পিচত এদিন হাতত এখন সচিত্ৰ আলোচনী লৈ চেলিনা ভাৰ্কৰ ওচৰলৈ দৌৰি আহিল।

"চোৱা"—এই বুলিকৈ চেলিনাই এখন ছবিলৈ আঙুলিয়াই দিলে। ভাৰ্কে আগতে মাকক এইদৰে উত্তেজিত আৰু বিচলিত হোৱা দেখা নাছিল। ছবিটোত ভাস্কৰৰ স্ত্ৰীমূৰ্তি এটা ফটোৰ প্ৰতিকৃতিত অঙ্কিত হৈছে। ইয়াৰ নামাকৰণ হৈছিল—"দি চাইন"। ছবিত অঙ্কিত স্ত্ৰীমূৰ্তিটো মাংসল, সাপৰ নিচিনা, ধুনীয়া, ঘৃণণীয়, লাৱণ্যময়ী আৰু ভয়ঙ্কৰ। মুখখন প্ৰলুব্ধকাৰী, পিপাসাৰ্ত্ত, উদাৰ, বিশ্বাস-ঘাতক সকলোটিৰ সমাবেশ। চাইন নদীয়ে উপত্যকা সাৰুৱা কৰে; চাইন নদীত হেজাৰ হেজাৰ নিষ্প্ৰাণ বস্তু উটি ভাহি যায়; ১৭৯৩ খৃষ্টাব্দত জৰাজীৰ্ণ বুঢ়ী, ১৮৫০ খৃষ্টাব্দত চিত্তাকৰ্ষক তৰুণী; ছবিটোৰ তলত একাৰি কি দুআৰি কথা বৌল্‌ফপুল···চেলন··· আমেৰিকান ভবিষ্যত ··

চেলিনাই চিঞৰি কলে, "এইটো বৌল্‌ফে অঁকা ছবি। অকনি বৌল্‌ফ!

বৌল্ফ পুল!" তেওঁৰ চকুত পানী। ডাৰ্কে ভদ্ৰতাৰ খাতিৰত আগ্ৰহ দেখুৱালে। কিন্তু কোনো দিনে তেওঁ বৌল্ফক প্ৰকৃততে জনা নাই। মাথোন মাকে তেওঁৰ কথা কোৱা শুনিছে। কিন্তু—

এদিন গধূলি চেলিনাই গাড়ীৰে পুলৰ ঘৰলৈ গৈ এই ছবিখন দেখুৱাই তেওঁলোকক আচৰিত কৰিলে। মিচেছ পুলে নগ্ন তিৰোতা এজনীৰ ছবি দেখি ঘৃণাৰ ভাব প্ৰকাশ কৰিলে। তেওঁ "হায় ভগবান বুলি" চিঞৰি উঠিল আৰু মনতে ভাবিলে যে চেলিনাই আস্পৰ্ধাৰ ভাৰত হে এই ছবিখন তেওঁলোকক দেখুৱাবলৈ লৈ আহিছে। চেলিনাই ছবিখন হাইপ্ৰেইৰিৰ অন্যান্য লোককো নেদেখুৱালে হে ৰক্ষা। প্ৰায় কুৰি বছৰ কাল হাইপ্ৰেইৰি মানুহৰ মাজত থকাৰ পিচত সম্পূৰ্ণৰূপে নহলেও কিছু পৰিমাণে চেলিনা তেওঁলোকৰ মতি-গতি জানে। মানুহবিলাক চেতনাহীন কিন্তু দয়ালু; সন্দেহবাদী কিন্তু উদাৰ; পৰিবৰ্তনৰ বিৰোধী, কিন্তু মিতব্যয়ীতা আৰু বিৰামহীন পৰিশ্ৰমৰ বলত উদ্যতিশীল, বহুত কাল ধৰি কল্পনাহীন; সেয়ে বৌল্ফৰদৰে ল'ৰা এটাৰ হে জন্ম হৈছে।

বৌল্ফে দক্ষতাৰে যি ছবিটো অঙ্কিত কৰিছে, চেলিনাই তাৰ অৰ্থ ব্যাখ্যা কৰাত লাগি গ'ল। তেওঁ কলে' "এই মূৰ্তিটো চাইন নদীৰ প্ৰতীক। চাইন নদী পেৰিচ চহৰৰ মাজেৰে বৈ গৈ গাঁৱলীয়া অঞ্চলত প্ৰবেশ কৰি দূৰলৈ গৈছে; পেৰিচ চহৰ আৰু সমস্ত ফৰাচী দেশৰ বুৰঞ্জী এই নদীৰ লগত সাঙোৰ খাই আছে। অসংখ্য ভাল কথা, আৰু অসংখ্য জঘণ্য কথা এই নদীৰ লগত জড়িত আছে। লৌভাৰৰ ঠিক তলেৰে ই বৈ গৈছে। বেষ্টাইলৰপৰা ইয়াক দেখা যায়। সবাতোকৈ ডাঙৰ বীপটোতে নটাৰদাম অৱস্থিত। চাইন নদীয়ে বহুতবিধ বস্তু আৰু ঘটনা দেখিছে।"

আগৰ বিধবাজনীয়ে মাজতে কলে, "ই কেনে কথা। নদীয়ে কিবা বস্তু দেখে নে?"

ডাৰ্কৰ সোতৰ বছৰ বয়স হ'ল। মাকে আৰু পুতেকে অহা বছৰটোৰ কথা আলোচনা কৰিলে। ডাৰ্ক অহা বছৰ বিশ্ববিদ্যালয়লৈ যাব। কিন্তু কোন বিশ্ববিদ্যালয়লৈ? আৰু কি বিষয়ে পঢ়িব? কোৱা টান। সাধাৰণ বিদ্যাৰ যদি ব্যৱস্থা থাকে তেন্তে তাকেই পঢ়া ভাল হ'ব। হয়তো ফৰাচী বা তেনে কোনো অৰ্থনীতি, সাহিত্য আৰু বুৰঞ্জী আদি সাধাৰণ পাঠ্যক্ৰমৰ শিক্ষা লোৱাই উচিত হ'ব।

চেলিনাই ক'লে, "অনাকাৰিগৰী সাধাৰণ পাঠ্যক্ৰম পঢ়াই ভাল। যদি কোনোবাই নিৰ্মাণ বিদ্যা শিকিব খোজে তেন্তে তেওঁৰ কাৰণে কৰ্নেলে উপযুক্ত ঠাই। সেইদৰে আইন পঢ়িব খুজিলে হাৰ্ভাৰ্দ আৰু ইঞ্জিনিয়াৰিং পঢ়িব খুজিলে বোষ্টনটেকলৈ য়োৱা উচিত হ'ব।

এই কাৰিগৰী শিক্ষাৰ ঠাইবোৰ ভাল। যিসকলে কাৰিগৰী শিক্ষা লাভ কৰিব খোজে তেওঁলোকে সেইবোৰলৈ যাব। কিন্তু নিজৰ অভিৰুচি সঠিককৈ নজনা পৰ্য্যন্ত সাধাৰণ পাঠ্যক্ৰমৰ ভাষা, সাহিত্য আৰু সেই জাতীয় কথা শিক্ষা কৰাই সমীচীন।

চেলিনাৰ মনত আনন্দ। তেওঁ জানে যে ইংলণ্ডতো মানুহে এই ধৰণে লৰাছোৱালীক শিক্ষা দান কৰে। তাত লৰাছোৱালীক বিশ্ববিদ্যালয়লৈ পঠিওৱা হয়, কোনো কাৰিগৰী বিদ্যা বা ব্যৱসায়ৰ পাৰদৰ্শিতা লাভ কৰিবলৈকে নহয়। তাত পঠিওৱাৰ উদ্দেশ্য যাতে কিতাপ, জ্ঞান আৰু বিদ্যাৰ পাৰিপাৰ্শ্বিকতাৰ মাজত ল'ৰা ছোৱালী বৰ্ধিত হয়। শিক্ষা দানৰ কাম জীৱনৰ ব্ৰত কৰি লোৱা শিক্ষকৰ ধীৰ স্থিৰ সঙ্গলাভ কৰি ছাত্ৰবিলাকৰ মন আৰু হৃদয় যাতে মহৎ হ'ব পাৰে সেইটো হে কামনা কৰা হয়। দুই এজন শিক্ষকে জুহালৰ গুৰিত অনাড়ম্বৰভাৱে দিয়া দুটা এটা উপদেশে শ্ৰেণীত দিয়া পাণ্ডিত্যপূৰ্ণ বক্তৃতাতকৈয়ো বেচি উপকাৰ কৰে। চেলিনাই এইবোৰ কথা ইংৰাজী উপন্যাসবোৰত পঢ়িছিল। অক্সফোৰ্ড, কেম্ব্ৰিজ, আইভিলতা, পুৰণি ঠাচৰ খিৰিকী শিক্ষক, পণ্ডিত, কিতাপ, আলাপ, সাহিত্যৰ আলোচনা-চক্ৰ ইত্যাদিৰ কথা তেওঁ উপন্যাসবিলাকত পঢ়িছিল।

এয়ে ইংলণ্ড। সেই সভ্যতা অৱশ্যে পুৰণি। কিন্তু তাৰ ভাল অংশ নিশ্চয় আমেৰিকাৰ বিশ্ববিদ্যালয়বিলাকত আছে। তাৰ্কে যদি এইখিনি পায়, আনন্দৰ কথা ইয়াত প্ৰকৃত সৌন্দৰ্য্য আছে।

মধ্য পশ্চিমৰ চিকাগো বিশ্ববিদ্যালয়ৰ বৰ সুখ্যাতি আছে। ই দক্ষিণ ফালে অৱস্থিত। বিশ্ববিদ্যালয়টো অৱশ্যে নতুন। কিন্তু তাৰ 'গোথিক' ঠাচৰ ঘৰবোৰত স্থায়িত্ব আৰু গাম্ভীৰ্য্যৰ আভাস পোৱা যায়। ইলিনইছৰ কেন্দ্ৰীয় ৰেলষ্টেচনৰ পৰা অহা ধোঁৱা আৰু ওচৰ-পাজৰৰ অসংখ্য চিমণীৰ কয়লা আদিয়ে হয়তো এনে ভাৱ ফুটাই তোলাত যাইকৈ সহায় কৰিছিল। ইয়াত আইভিলতা আৰু পুৰাণ ঠাচৰ খিৰিকী প্ৰকৃততে আছিল।

চিকাগোলৈ যোৱাৰ প্ৰস্তাৱ ডাৰ্কে কৰিলে, চেলিনাই নহয়। নাম লিখা সময়ৰ প্ৰয়োজনীয় বস্তুৰ পৰিমাণ বেচি নহয়। হাৰ্ভাৰ্দ? ইয়েল? তাৰ মানুহৰ অজস্ৰ টকা আছে। নিউ হেভেনত ইউজেনি আৰ্নল্ডে নিজৰ মটৰ চলায়। সেই কাৰণে তেওঁলোকে ঠিক কৰিলে যে চিকাগোত থকা মধ্য পশ্চিম বিশ্ববিদ্যালয়লৈ যোৱাই ভাল হ'ব। ই সবোবৰৰ ওচৰত, দক্ষিণ ফালে। তাত ডাৰ্কে অনা-কাৰিগৰী সাধাৰণ পাঠ্যক্ৰমকে পঢ়িব। ডাৰ্কৰ সমুখত বহল জগত বিস্তীৰ্ণ হৈ পৰি ৰ'ল। এইটো শৈশৱ কালত খেলা বুটাম-গণা খেলৰ দৰে।

ধনী দুখী, মগনীয়া, চোৰ
ডাক্তৰ, উকীল, মহাজন, মুখিয়ালবোৰ।

দুয়ো ডাৰ্কৰ মনৰ বুটামবোৰ গণিলে। কিন্তু প্ৰত্যেক বাৰতে ভিন্ন ফল পোৱা গ'ল। যি ধৰণৰ চুট পিন্ধা আছিল, তাৰ ওপৰত ফলাফল নিৰ্ভৰ কৰে। ইউজেনি আৰ্নল্ডে ইয়েনত আইন পঢিব। তেওঁ কলে যে যদি ব্যবসায় কৰিব লাগে তেন্তে ইয়াৰ প্ৰয়োজন হ'ব। ডাৰ্বৰ আগত কৰৰ বেলিকা তেওঁ এইদৰে অৱশ্যে নক'লে। তেওঁ বৰং পুৰণা গাহৰিৰ ব্যৱসায়টোক ঘৃণাৰ ভাব দেখুৱালে। পলাইন এতিয়া স্কুলত। হাডছন নদীৰ উজনিত অৱস্থিত এই স্কুলখনে কেতিয়াও নিজৰ খবৰ বাতৰি সংবাদপত্ৰৰ দ্বাৰা প্ৰচাৰ নকৰিছিল।

গতিকে ওঠৰ বছৰ বয়সত ডাৰ্কে মিদওৱেষ্ট বিশ্ববিদ্যালয়লৈ যোৱাটো ঠিক হ'ল। পুৱৰ পিনৰ অন্য যি কোনো কলেজত নাম লিখিলে ইয়াতকৈ বেচিধন খৰচ হ'লহেঁতেন। ডাৰ্ক যে কলেজলৈ যাব, এই খবৰ হাই-প্ৰেইৰিত ৰাষ্ট্ৰ হ'ল। ওচৰ-চুবুৰীয়াৰ ল'ৰা এজনে ক'লে, "উইনচ কনচিনলৈ গৈ তাত কৃষিবিদ্যা শিকিবা?"

ডাৰ্কে ক'লে, "তালৈকে নাযাওঁ।" ডাৰ্কে হাঁহি হাঁহি এই কথা মাকক ক'লে। মাকে কিন্তু নাহাঁহিলে।

"মা, তোমাক সত্যকথা ক'বলৈ হ'লে, মই কৃষিবিদ্যাকে পচন্দ কৰিলো হেঁতেন। মই শুনিছোঁ সেই শিক্ষা হেনো চমৎকাৰ।" চেলিনাই তত্তালিকে ডাৰ্কৰ ফালে চাই ক'লে, "ডাৰ্ক, তুমি জানো এই শিক্ষা লৈ ভাল পাবা? তুমি তেন্তে মাদিছনলৈ যাব খোজা নেকি?"

ডাৰ্কে মাকৰ পিনে ৰ লাগি চাই থাকি ক'লে. "নোখোজো, যদি তুমি ইচ্ছা নকৰা··· ·। তুমি সম্মতি দিলে অৱশ্যে মই ৰংমনে যাম। মা, মই

স্কুললৈ যাম আৰু ইপিনে তুমি এইদৰে ফাৰ্মত কাম কৰি থাকিবা সেইটো মই ভাল নাপাওঁ। মোৰ নিমিত্তে মোৰ মায়ে কঠোৰ পৰিশ্ৰম কৰে এই কথা ভাবিলে মোৰ বৰ বেয়া লাগে। অন্য ল'ৰাবিলাকে ......।

"মই যাক সবাতোকৈ মৰম কৰোঁ তাৰ কাৰণে মোৰ ভাল লগা কাম মই কৰোঁ। এই ফাৰ্মখন নাথাকিলে মই শেষ হৈ যাম—মোৰ সুখ নাইকিয়া হ'ব। মানুহে ভৱিষ্যত বাণী কৰিছে যে এই ফাৰ্ম অঞ্চলটোত চহৰ গঢ়ি উঠিব। যদি ই ফলে তেন্তে মই কি কৰিম ভাবি নাপাওঁ।"

কিন্তু ডাৰ্কে নিজেও এটা ভৱিষ্যদ্বাণী কৰিলে। তেওঁ ক'লে, চিকাগোত এনে পৰিবৰ্তন কেতিয়াও নহয়। আমাৰ দক্ষিণে সেই তীখাৰ কলবোৰ থকা হেতুকে এনে হোৱাটো অসম্ভৱ। উত্তৰৰ ফালটোই বাসৰ কাৰণে উত্তম ঠাই হ'ব। ই ইতিমধ্যে হৈছেই।"

"কাৰ বাসোপযোগী ঠাই?"

"ধনী মানুহৰ।"

চেলিনাৰ মুখত হাঁহি বিৰিঙি উঠিল। "তেনেহলে চিকাগোৰ দক্ষিণ ভাগটো আৰু কিছুকালৰ নিমিত্তে আমাৰ কাৰণে উপযুক্ত হৈ থাকিব।"

"মই কৃতকাৰ্য্য হৈ নহালৈকে তুমি অপেক্ষা কৰা, মা। তাৰ পিছত তুমি আৰু কাম কৰিব নালাগে।"

"ছোবিগ, কৃতকাৰ্য্য মানে তুমি কি বুজিছা?" ছোবিগ, এই নামেৰে চেলিনাই ডাৰ্কক আজি কেইবা বছৰো মতা নাই। আজি তেওঁৰ মুখত এই নামটো অহাৰ কাৰণ হয়তো এই যে তেওঁ তাৰ ভৱিষ্যতৰ কথা আলোচনা কৰিছে।

"কৃতকাৰ্য্য মানে ধনী, অজস্ৰ ধনৰ গৰাকী।"

"নহয়, ছোবিগ, তাক কৃতকাৰ্য্যতা নোবোলে। ৰৌল্‌ফ—ৰৌল্‌ফে যি কাম কৰে তাকে হে কৃতকাৰ্য্যতা বোলে।"

"তোমাৰ যদি ধন থাকে, তেন্তে তুমি ৰৌল্‌ফে কৰা বস্তুবোৰ কিনি ঘৰলৈ আনিব পাৰা। সেইটো বস্তু কৰাৰে সমান ভাল নহয় জানো?"

'৯৩ চনত চিকাগোত হোৱা বিশ্ব-মেলাৰ সময়ত যি খণ্ড ঠাইত মিদোৱে প্লেইচেথ বহিছিল ঠিক সেই ঠাইতে প্ৰায় এক ৰাতিৰ ভিতৰতে মিদোৱেষ্ট বিশ্ববিদ্যালয় গঢ়ি উঠিছিল। এজন মানুহৰ প্ৰভূত ঐশ্বৰ্য্যই যাদুকাঠিৰ দৰে কাম কৰি অনুৰ্বৰ প্ৰেইৰি মাটি এখণ্ড জ্ঞান-বিজ্ঞানৰ কেন্দ্ৰত পৰিণত কৰিলে।

বিশ্ববিদ্যালয়ৰ পৰিচয় সূচক পুস্তিকা বিলাকত এই দাতাজনক এই কেন্দ্ৰৰ প্ৰতিষ্ঠাতা হিচাপে বৰ্ণনা আৰু শ্ৰদ্ধা প্ৰদৰ্শন কৰা হৈছে। ছাত্ৰ সম্প্ৰদায়ে কিন্তু তেওঁৰ প্ৰতি কম শ্ৰদ্ধা প্ৰদৰ্শন কৰে। তেওঁলোকে এওঁক কয়লা-তেলৰ জন বোলে। তেওঁ বিশ্ববিদ্যালয়ক ইতিমধ্যে ত্ৰিশ নিযুত দিছে। কিন্তু এই অনুষ্ঠানটোৰ প্ৰয়োজন পূৰাবলৈ আৰু অধিক ধন লাগে। যেতিয়া তেলৰ দাম অলপ উঠিল, তেতিয়া ছাত্ৰবিলাকে কবলৈ ধৰিলে, "ইয়াৰ দ্বাৰা কয়লা-তেলৰ জনে আমাক হয়তো আৰু এক নিযুত দিব।"

১৯০৯ চনৰ হেমন্ত কালত ডাৰ্কে বিশ্ববিদ্যালয়ত অধ্যয়ন আৰম্ভ কৰিলে। প্ৰথম কেই বছৰ কাল সাধাৰণতঃ আৰামদায়ক নহয়। ডাৰ্কৰো প্ৰথম বছৰটো ভাল নালাগিল। অৱশ্যে তেওঁ আগবাঢ়ি গৈ থাকিল। লৰা-ছাত্ৰ বিলাকৰ অধিক অংশই আইন লয়। চিকাগো আৰু আশে-পাশে জীৱনবীমাৰ এজেণ্ট আৰু মাটি-বাৰীৰ খৰিদ্দাৰৰ সংখ্যা বেচি হোৱাৰ এয়ে কাৰণ। বছৰৰ প্ৰথম অংশ শেষ হোৱাৰ আগতে ডাৰ্ক জনপ্ৰিয় হৈ পৰিল। তেওঁ প্ৰায় প্ৰত্যেক কমিটীৰে সভ্য নিৰ্বাচিত হ'ল, তেওঁৰ চোলাৰ বুটামৰ বিষ্মাত পদক ওলমিবলৈ ধৰিলে। দোকানত কিনা চুট পিন্ধিলেও তেওঁক অৰ্ডাৰ দি চিলোৱা সাজ-পাৰ পিন্ধাৰদৰে দেখা হৈছিল। তেওঁৰ আচাৰ-ব্যৱহাৰত এটা স্বাভাৱিক সৌন্দৰ্য্য আছিল। ল'ৰা, ছোৱালী সকলোৱে তেওঁক ভাল পাইছিল। তেওঁ বিশ্ববিদ্যালয় প্ৰাঙ্গনত ব্যৱহাৰ হোৱা কথিত ভাষা সহজে ব্যৱহাৰ কৰিব পৰা হ'ল। তেওঁ শ্ৰেণীত কাচিত হে অনুপস্থিত আছিল। অনুপস্থিত থকা হেঁতেন তেওঁ মাকৰ প্ৰতি অবিচাৰ কৰা হ'ল বুলি ভাবিলেহেঁতেন। শ্ৰেণীত ইমান নিয়মীয়া হোৱা হেতুকে দুই এজন সঙ্গীয়ে তেওঁক ঠাট্টাও কৰিছিল। তেওঁলোক কৈছিল, "শিক্ষকে ভাবিব, তুমি 'খিচুৰী' জাতৰ।"

যি সকল ছাত্ৰক 'খিচুৰী জাতৰ' বোলা হৈছে, তেওঁলোক বয়স বেচি হোৱাত স্কুললৈ যোৱা ধৰণৰ। তেওঁলোকে ঐকান্তিকভাৱে পৰিশ্ৰম কৰে। এটা সম্পূৰ্ণ বছৰ তেওঁলোকে সময় নাপায়। সেই কাৰণে দুগুণ কাম কৰি পঢ়া শেষ কৰে। যিবিলাক 'নিয়মীয়া জাতৰ' তেওঁলোকে হ'ল নিয়ম মতে পূৰ্ণ বছৰৰ কাৰণে নাম ভৰ্তি কৰে। তেওঁলোক প্ৰায় সম-বয়স্ক (সোতৰ বছৰৰপৰা তেইশ বছৰলৈ)। তেওঁবিলাকে চেনিৰ আৱৰণ থকা শিক্ষা গ্ৰহণ কৰে।

'খিচুৰী জাতৰ' ছাত্ৰৰ বিষয়ে বিশ্ববিদ্যালয়ৰ কেলেণ্ডাৰত লিখা আছে—

উপাধি নিবিচৰা আৰু অন্ততঃ একৈশ বছৰৰ ওপৰৰ বয়সৰ ল'ৰাক বিশ্ববিদ্যালয়ৰ পৰীক্ষকৰ জৰীয়তে বিশ্ববিদ্যালয় পাঠ্যক্ৰমৰ কাৰণে খিচুৰী ছাত্ৰ হিচাবে ভৰ্তি কৰিব পাৰি। তেওঁলোকে শিক্ষা হিচাবে পোৱা সাৰ্থক অভিজ্ঞতা বা বাস্তৱ জীৱনত শিক্ষা-সংক্ৰান্ত অন্য কোনো মূল্যবান অভিজ্ঞতাৰ প্ৰমাণ দিব লাগিব।···তেওঁবিলাকে ৰাজহুৱা প্ৰদৰ্শনৰ অৰ্হতা পাব নোৱাৰিব।

এই দুই শ্ৰেণীৰ ছাত্ৰৰ ভিতৰত আদান-প্ৰদান প্ৰায়ে নহৈছিল। তেওঁলোকৰ মাজত কেৱল যে বয়সৰে ব্যৱধান আছিল তেনে নহয়, উদ্দেশ্যৰ ব্যৱধানো আছিল। নিয়মীয়া ছাত্ৰ বিলাক প্ৰায়ে কৃশ ল'ৰা—মূৰত টুপী, মুখত পাইপ, গাত চুৱেটাৰ। তেঁওলোকৰ কথাৰ বিষয়—ফুটবল, বেছবল, ছোৱালী ; নিয়মীয়া ছাত্ৰীবিলাক কৃশ ছোৱালী—গাত চুটিচোলা, পাতল চোলাৰ তলত পিন্ধা ৰঙা ফিটা বাহিৰৰপৰা দেখা যায়। হাতত ধৰাধৰিকৈ বিদ্যালয়ৰ মুকলি ঠাইত ফুৰোঁতে তেওঁলোকৰ ধুনীয়া স্কাৰ্ট বিলাক মনোৰমভাবে ঢৌ তুলি যায়। তেওঁলোকৰ কথাৰ বিষয়—ফুটবল, সাজ-পাৰ, ল'ৰা। সুবিধা পালেই তেওঁলোক শ্ৰেণীত অনুপস্থিত থাকিছিল। মিদোৱেষ্ট বিশ্ববিদ্যালয়ে এই নিচিনা নিয়মীয়া ছাত্ৰ-ছাত্ৰী শ শ তৈয়াৰ কৰি উলিয়াই পঠিয়াইছিল। সকলো বিলাক ঠিক একে ধৰণৰ—যেন আগষ্ট হেম্পেলৰ ফেক্টৰীৰপৰা তৈয়াৰ হৈ ওলোৱা খাদ্য-সামগ্ৰীৰদৰে হে। এটাক অন্যটোৰ পৰা পৃথক কৰিবৰ উপায় নাই। এই বছৰৰ শ্ৰেণীৰ বহু-শ-ছাত্ৰ-ছাত্ৰীয়ে ডিগ্ৰী লাভ কৰিছে। পাচৰ বছৰতো বহু শ ছাত্ৰ-ছাত্ৰীয়ে ডিগ্ৰী লাভ কৰিব। এওঁ বিলাক ধনী ব্যৱসায়ী, কলকাৰখানাৰ মালিক ইত্যাদিৰ ল'ৰা-ছোৱালী। মাক-বাপেকৰ আগ্ৰহৰ কাৰণে হে বিশ্ববিদ্যালয়লৈ আহিছে। অভিভাৱকবিলাকে বহুতে স্বীকাৰ কৰি কৈছিল, "মোৰ আগ্ৰহ থকা স্বত্বেও বিদ্যালাভ কৰিব নোৱাৰিলোঁ। এতিয়া মোৰ ল'ৰা-ছোৱালীক ভাল শিক্ষা দিব খোজোঁ। আজি কালি বিদ্যাৰ বিশেষ বিশেষ বিষয়ত পাৰদৰ্শিতা লাভ কৰাৰ যুগ।"

খিচুৰী বা "অনিয়মীয়া" ধৰণৰ ছাত্ৰ বিলাকে কেতিয়াও শ্ৰেণীত অনুপস্থিত নাথাকে। অনুপস্থিত হ'ব লাগিলে পৰিশ্ৰম কৰি উপাৰ্জন কৰা ধন দলিয়াই পেলোৱা যেন অনুভৱ কৰে।, তেওঁবিলাকৰ ঐকান্তিকতা আৰু আগ্ৰহ ইমান বেচি যে সম্ভৱপৰ হোৱা হৈতেন তেওঁলোকে একে সময়তে দুটা বক্তৃতা শুনিলে হেঁতেন, একে সময়তে দুখন ৰচনা প্ৰস্তুত কৰিলেহেঁতেন, একে

সময়তে দুটা শ্ৰেণীত উপস্থিত থাকিলেহেঁতেন। এই "অনিয়মীয়া" ছাত্ৰীৰ ভিতৰত ত্ৰিশ বছৰৰ পৰা আঠচল্লিছ বছৰ বয়সলৈ তিৰোতা আছে। তেওঁ লোকৰ চুলি ধুনীয়াকৈ সজোৱা নহয়, মাত্ৰ কামৰ অসুবিধা যাতে নহয় তাৰ কাৰণে পিন মাৰি মূৰৰ পিচফাল বান্ধি থৈ দিয়ে। তেওঁলোকৰ সাজ-পাৰো ধুনীয়া নহয়, মাত্ৰ শৰীৰৰ আৱৰণ বিশেষ হে। তেওঁলোকৰ ভৰিৰ জোতা চকচকীয়া নাইবা ৰং-বেৰঙৰ নহয়—তাপলি মৰা, ডাঠ, ভৰিৰ অৱৰক্ষণ কৰা সজুলি বিশেষ। পুৰুষ ছাত্ৰ বিলাকৰ চকুত দৃঢ়তা আৰু উদ্দেশ্যমুখিতা; সাজ-পাৰ সাধাৰণ, চকুত প্ৰায়ে চছমা, চ'লাৰ কলাৰত মূৰৰ উখি; তেওঁলোকৰ গাল-মুখত ব্যগ্ৰতাৰ ৰেখা অঙ্কিত। নিয়মীয়া ছাত্ৰ সকলৰ গাল-মুখ ৰঙা, চিন্তা-ভাৱনা শূন্য, তৰুণ আৰু তেজাল। দুয়োবিধ ছাত্ৰৰ পাৰ্থক্য ততালিকে চকুত পৰে। "অনিয়মীয়া" ছাত্ৰবিলাকে স্কুললৈ অহাৰ আগতে দহ-পোন্ধৰ বছৰ কাম কৰি পলমকৈ হলেও স্কুললৈ আহিছে। কোনোৱে হয়তো মাকৰ ভৰণ-পোষণ দিব লাগে, কোনোৱে বা সৰু ভাই-ভনী ইতৰ পোহপাল চলাব লাগে। কোনোজনী ছাত্ৰী শকত; তেওঁৰ বয়স উনচল্লিশ বছৰ। তেওঁৰ মুখত প্ৰফুল্লতা আৰু কৰুণাৰ ভাব বৰ্তমান। তেওঁৰ ঘৰত হয়তো পক্ষাঘাত ৰোগত ভুগি থকা দেউতাক আছে। অন্য এজনীৰ জীৱনত দাৰিদ্ৰ্যৰ প্ৰপীড়ন ভালকৈয়ে হৈছে। পোন্ধৰ বছৰ ধৰি নানা কষ্টৰ মাজেৰে অলপ অলপকৈ ধন সঞ্চয় কৰি হে বিশ্ববিদ্যালয়লৈ অহাৰ সোণালী সপোন বাস্তৱত পৰিণত কৰিছে। এজনীয়ে শিক্ষা লাভ কৰিছে—সমাজ সেৱী হ'বলৈ। অইনৰ ঘৰত চাকৰণীৰ কাম কৰাৰেপৰা আৰম্ভ কৰি পাঁচ-দহ চেণ্ট পাৰিশ্ৰমিকত ষ্টোৰত কেৰাণীৰ কামলৈকে সকলো ধৰণৰ কামকে তেওঁ কৰিছে। তেওঁ গধূলি পঢ়ে, দিনত পৰিশ্ৰম কৰে, আৰু ধন সঞ্চয় কৰে। এইদৰে, বিশ্ববিদ্যালয়ত 'অনিয়মীয়া' ছাত্ৰী হিচাবে ভৰ্তি হ'বৰ নিমিত্তে তেওঁৰ "বাস্তৱ জীৱনৰ শিক্ষামূলক অভিজ্ঞতা" সঞ্চয় হৈছিল।

এজন ল'ৰাই যৌৱনৰ প্ৰথম খণ্ডত প্ৰিয়তমাক পাবলৈ বুলি কঠোৰ পৰিশ্ৰম কৰি তেওঁক বিয়া কৰাই ঘৰলৈ অনাত সাৰ্থকতাৰ আৰু অন্ধ প্ৰেমৰ তীব্ৰ আবেগেৰে তেওঁৰ প্ৰিয়তমাৰ পিনে চোৱাৰ দৰে, এই অনিয়মীয়া ছাত্ৰ ছাত্ৰীবিলাকেও বিশ্ববিদ্যালয়ক প্ৰথমতে প্ৰেমৰ চকুৰে চাইছিল। তেওঁলোকে ভাবিছিল বিশ্ববিদ্যালয়ে তেওঁলোকৰ বিগত যৌৱনৰ উপৰিও অন্য কিছুমান সামগ্ৰী আনিব। এই সামগ্ৰী হ'ল—জ্ঞান, বিদ্যা,

শক্তি, বোধ। ইয়াক লাভ কৰিবলৈ তেওঁলোকে প্ৰাণ পৰ্য্যন্ত উচৰ্গা কৰিবলৈ প্ৰস্তুত আছিল। তাৰ প্ৰমাণ তেওঁলোকে আগতে কৰা কষ্ট পৰিশ্ৰমৰপৰাই পোৱা যায়।

শ্ৰদ্ধা আৰু আগ্ৰহত তেওঁলোকে হাতযোৰ কৰি ফুৰে। তেওঁলোকৰ মুখত ফুটি উঠে, "মোক গ্ৰহণ কৰা। মই মোৰ সমস্ত ধন লৈ আহিছোঁ—একাগ্ৰতা, আশা, শিকাৰ আগ্ৰহ, অনুষ্ঠানৰ গৌৰৱ ৰক্ষাৰ সংকল্প। মই তিক্ত, সোৱাদ অভিজ্ঞতা লৈ আহিছোঁ। সংগ্ৰামৰ সোৱাদ পাইছোঁ, গাত সংগ্ৰামৰ দাগ আছে। শ্ৰেণীৰ ভিতৰলৈ মূল্যবান সম্পদ আনিছোঁ। মোক মাত্ৰ লাগে ৰুটি, জ্ঞানৰ ৰুটি। কিন্তু বিশ্ববিদ্যালয়ে ৰুটি নিদিলে, দিলে পাথৰ।

অধ্যাপকসকলে এই অনিয়মীয়া ছাত্ৰ-ছাত্ৰীবিলাকৰ আগ্ৰহ আৰু অনুসন্ধিৎসা মাত্ৰাতকৈ বেচি হোৱা যেন পালে। শ্ৰেণী শেষ হৈ যোৱাৰ পাচত থাকি এওঁলোকে অসংখ্য প্ৰশ্ন সুধিছিল। শ্ৰেণী চলি থকা সময়তো মাজে সময়ে শিক্ষকৰ মন্তব্যৰ লগত নিজৰ মন্তব্য ৰিজাই কব খুজিছিল, "মই কিন্তু জীৱনৰ অভিজ্ঞতাৰপৰা দেখিছোঁ যে ..... ।"

কিন্তু এই অধ্যাপকে ছাত্ৰৰ মতামত শুনিবলৈ ইচ্ছা নকৰি নিজে বক্তৃতা দিবলৈকেই ভাল পায়। যদি অভিজ্ঞতাৰ কথা উত্থাপন কৰিবলগীয়া হয়, তেন্তে সি শিক্ষকৰ ফালৰপৰা আহিব লাগে, ছাত্ৰ-ছাত্ৰীৰ ফালৰপৰা নহয়। তদুপৰি ছাত্ৰ-ছাত্ৰীৰ প্ৰত্যেকটো আসোঁৱাহ মাৰিবলগীয়া হ'লে ৰুটিনৰ কামত ব্যাঘাত ঘটে, শেষ কৰি অটাবলগীয়া পাঠবোৰ শেষ কৰিব নোৱাৰে। এনেকৈ সময় খৰচ কৰিব লাগিলে পিৰিয়দৰ বেল পৰি যাব, অথচ দিনৰ পাঠটোৰ আধা-আধিয়ে শেষ নহ'ব।

প্ৰথম বছৰতে ডার্কে এটা মাৰাত্মক ভুল কৰিলে। এজনী অনিয়মীয়া ছাত্ৰীৰ লগত বৰ ঘনিষ্ঠ বন্ধু হৈ পৰিল। দুয়ো 'অৰ্থনীতিৰ' শ্ৰেণীত ওচৰা উচৰি কৈ বহিছিল। প্ৰায় আঠত্ৰিশ বছৰ বয়সীয়া এই ছোৱালীজনী ডাঙৰ আৰু শকত আৱত ধৰণৰ আছিল। কথাবতৰাতো তেওঁ বগৰ প্ৰিয়। তেওঁৰ গাৰ বৰণ পৰিষ্কাৰ, গাত তেওঁ কেতিয়াও পাউদাৰ নঘঁহিছিল। তেওঁৰ ঘণ চুলিৰপৰা তেলৰ বেয়া গন্ধ এটা ওলাইছিল। তেওঁ সহানুভূতিশীল আৰু প্ৰফুল্লমনা আছিল ( কিন্তু তেওঁৰ গাৰ সাজ পাৰবোৰ এটা বোজা স্বৰূপ হৈছিল। বতৰ যিমান ঠাণ্ডাই নহওক লাগে, তেওঁৰ কাষলতিৰ তলৰ কাপোৰত অৰ্ধবৃত্তাকাৰ ধৰণৰ দাগ এটা দেখা গৈছিল। তেওঁৰ মনটো

প্ৰকৃততে সুন্দৰ আছিল। ক্ষিপ্ৰতা, আগ্ৰহ, ভাৱসাম্য, সুবিচাৰ প্ৰিয়তা আদি গুণেৰে তেওঁৰ মন সমৃদ্ধ আছিল। কোন সমালোচকৰ মন্তব্য মূল্যবান, কাৰ মন্তব্য মূল্যহীন, চিৰ দিনৰ শ্ৰেণীৰ কথাবোৰ কেনেকৈ তৈয়াৰ কৰিব লাগে, সাপ্তাহিক ৰচনা কেনেকৈ লিখিব লাগে—ইত্যাদি কথা তেওঁ জানিছিল।

তেওঁৰ নাম ম্যাটি স্বোৰেনগাৰ। ভয়লগা নাম !

কেতিয়াবা ধেমালিৰ সুৰত তেওঁ ডাৰ্কক কয়, "তুমি এইবোৰ পঢ়িব নালাগে। মই কওঁ শুনা—তোমাক লগা কথাখিনি ব্লেইনৰ কিতাপৰ ২৫৬—২৭৩ পৃষ্ঠাত, জেকেলৰ কিতাপৰ ৫৪৯—৫৬৭ পৃষ্ঠাত আৰু ভ্ৰোব্ৰিজৰ ৰিপোৰ্টৰ প্ৰথম এঘাৰ কি বাৰ পৃষ্ঠাত পাবা। এই কেইখনত তোমাৰ প্ৰয়োজনীয় প্ৰায় আটাইখিনি কথাকেই পাবা।"

এই পৰামৰ্শৰ কাৰণে ডাৰ্ক তেওঁৰ ওচৰত কৃতজ্ঞ হয়। এই ছাত্ৰীজনীৰ টোকাবিলাক বিশদ আৰু সম্পূৰ্ণ। এই টোকাবোৰ ডাৰ্কে নকল কৰি লিখি লোৱাত তেওঁ কোনো দিনে আপত্তি নকৰে। শ্ৰেণীৰপৰা ওলাই কলেজ-প্ৰাঙ্গনেৰে যাওঁতে দুয়ো একে লগে যায়। ছাত্ৰীজনীয়ে ডাৰ্কক নিজৰ কথা কয়।

ডাৰ্কৰ ধুনীয়া সাজ-পাৰ, সুন্দৰ শৰীৰ, মিহি দাগ নলগা হাত চক্‌চকীয়া জোতা আৰু পৰিষ্কাৰ টুপী দেখি ছাত্ৰীজনীয়ে আচৰিত হৈ সোধে, "তোমাৰ অভিভাৱক খেতিয়ক! মোৰ অভিভাৱকো খেতিয়ক। মোৰ সাতাইশ বছৰ বয়স নোহোৱালৈকে মই ফাৰ্মত ডাঙৰ দীঘল হৈছোঁ। মই স্কুললৈ যাবলৈ সদায় ইচ্ছা কৰিছিলোঁ। কিন্তু তাৰ কাৰণে প্ৰয়োজনীয় ধন নাছিল। চহৰলৈ ধন উপাৰ্জন কৰিবলৈ আহিবও নোৱাৰিছিলোঁ। কাৰণ ময়েই মা'ৰ নটা সন্ততিৰ ভিতৰত ডাঙৰ আছিলো। এম্মা আমাৰ কনিষ্ঠ ভনী। এম্মা জন্মাৰ পাচৰে পৰা মা'ৰ শৰীৰ ভাল নহয়। মা'ৰ ইচ্ছা যে মই স্কুললৈ যাব লাগে। দেউতাৰো সন্মতি আছিল। কিন্তু তথাপি মোৰ স্কুললৈ যোৱা ন'হল। ইয়াৰ বাবে তেওঁলোক দোষী নহয়। কোনো বছৰ ওৰে বাৰিষা সমূলি বৰষুণ নহয়। ফলত শস্যৰ ঠাৰিত ফলবোৰ শুকাই কাগজৰ দৰে হয়। কোনো বছৰ বৰষুণ ইমান বেচিকৈ হয় যে মাটিত শস্যৰ গুটিবোৰ পচি যায়। মোৰ বয়স যেতিয়া একুৰি ছবছৰ তেতিয়া মা স্বৰ্গী হয়। তেতিয়া সৰু ভাই-ভনীটি-হঁত ডাঙৰ হৈ উঠিছে। এবছৰৰ ভিতৰতে পিতাই

পুনঃ বিয়া কৰালে। মই ডে মইনলৈ কাম কৰিবলৈ গুলাই গলোঁ। মই তাত ছবছৰ থাকিলোঁ। কিন্তু মোৰ ভাইৰ হেতুকে মই পইচা বেচি সাঁচিব নোৱাৰিলোঁ। পিতাই দ্বিতীয়বাৰ বিয়া কৰোৱাৰ পিচত ভায়ো ডে মইনলৈ আহিল। সি অলপ অসংযত স্বভাৱৰ। পিতাৰ দ্বিতীয়া পত্নী এগৰ লগত সি ভালদৰে চলিব নোৱাৰিলে। পাচ বছৰ আগতে মই চিকাগোলৈ আহিলোঁ। কয়লাৰ খনিত বাহিৰে অন্য সকলো কামকে মই কৰিছোঁ। দৰ্কাৰ হলে সেইটোও কৰিলোঁহেতেন।

এই এটাইবিলাক কথা ছোৱালীজনীয়ে সৰল অথচ চতুৰভাৱেৰে কলে। ডার্কে তেওঁৰ দুখত দুখ অনুভৱ কৰিলে। তেওঁ সেইফালে আকৃষ্ট হ'ল। তেওঁৰ মনত সহজে সহানুভূতি জন্মে। ছোৱালীজনীয়ে কোৱা এটা কথাই ডার্কক আশ্চৰ্য্যন্বিত আৰু বিচলিত কৰিলে।

"ইয়ালৈ অহাৰ কাৰণে মই কি কষ্ট কৰিব লাগিছিল তুমি অনুমান কৰিব নোৱাৰা।...সেই বছৰ বোৰ! মই সপোন দেখিবলৈ ধৰিছিলো। আজিও এইটো অসত্য যেন লাগে। মই বিশ্ববিদ্যালয়ৰ পাৰিপাৰ্শ্বিকতাৰ বিষয়ে সজাগ; অথচ মই বিশ্বাস কৰিব নোৱাৰো। টোপনিত সুন্দৰ বস্তুৰ সপোন দেখা মানুহে সাৰ পাই উঠি সেই সুন্দৰ বস্তুটো বাস্তৱতে পোৱাৰ দৰে। ইয়াত থাকিবলৈ পাই মই আনন্দৰ স্পন্দন অনুভৱ কৰিছো। মই নিজকে নিজে কওঁ, "মই মিদোৱেষ্ট বিশ্ববিদ্যালয়ৰ ছাত্ৰী; এতিয়া মই কলেজৰ প্ৰাঙ্গনেৰে শ্ৰেণীলৈ যাব ধৰিছোঁ।"

ছোৱালীজনীৰ মুখখন সৌন্দৰ্য্য আৰু একাগ্ৰতাপূৰ্ণ।

ডার্কে ক্ষীণভাৱে উত্তৰ দিলে, "সেইটো প্ৰশংসনীয় কাম।" ডার্কে মাকৰ আগত ছোৱালীজনীৰ কথা কলে। সাধাৰণতঃ তেওঁ শুক্ৰবাৰে ৰাতি ঘৰলৈ গৈ সোমবাৰে পুৱা কলেজলৈ আহে। সোমবাৰে তেওঁৰ প্ৰথমটোৰে শ্ৰেণী দহ বজাতহে হয়। চেলিনাই এই ছোৱালীজনীৰ কথা বৰ আগ্ৰহেৰে শুনিলে আৰু শুনি বিচলিত হ'ল। "ছোৱালীজনীক মাতিলে আমাৰ ইয়ালৈ কোনো শনিবাৰ ৰবিবাৰে আহিব নে? তেওঁ তোমাৰ লগতে শুক্ৰবাৰে ৰাতি আহি ইচ্ছা কৰিলে ৰবিবাৰে ৰাতি উভতি যাব পাৰিব, অথবা সোমবাৰ পুৱালৈ থাকি তোমাৰ লগতে উভতি যাব পাৰিব। আমাৰ অতিৰিক্ত কোঠালি এটা আছে। কোঠালিটো ঠাণ্ডা আৰু হাইউকমি নোহোৱা। ইয়াত তেওঁ যি ইচ্ছা তাকে কৰিব পাৰিব। মই ইয়াত মাখন

আৰু তাজা ফল-ফকৰ দিম। মীনাই নাৰিকলৰ পিঠা পুৰিব। চাউথ ৱাটাৰ ষ্ট্ৰিটৰপৰা আদামৰ হতুৱাই মই নাৰিকল এটা অনোৱাম।"

শুক্ৰবাৰে ৰাতি ম্যাটি আহিল। তেতিয়া অক্টোবৰ শেষ, ইলিনইছৰ প্ৰেইৰিত তেতিয়া বৰ্ষাকালৰ মনোৰম শোভা। গৰম সোণালী ৰং এটাই সকলোকে বিয়পি বিৰাজ কৰিছে। সমস্ত বতাহখিনিয়েই পনীয়া সোণৰদৰে হৈ স্বাস্থ্যবৰ্দ্ধক হৈ পৰিছে। মুগা বৰণীয়া মাটিত গজি উঠা স্কুৱাছ আৰু লাউ আৰু গছৰ পাতত সূৰ্য্যৰ ৰশ্মি পৰি পৃথিবীত দিব্য জ্যোতি বিস্তাৰ কৰিছে। এজনী ৰূপৱতী তিৰোতাই স্বাস্থ্যবান, ভাল লৰাছোৱালী জন্মদি লালন-পালন কৰি চকুত শান্ত জ্যোতি, মনত প্ৰফুল্লতা, বুকুত ভৰা স্তনলৈ সন্তুষ্টিৰ ভাৱ প্ৰকাশ কৰাৰদৰে গাৱলীয়া অঞ্চলৰ পথাৰবোৰত খেতি শস্যত এটা প্ৰাচুৰ্য্যৰ ভাব বিৰাজ কৰিছে।

ম্যাটি চোৱেনগাৰৰ মুখ মণ্ডলত এটা গৌৰৱজনক আভা আহিল। যেতিয়া তেওঁ আৰু চেলিনাই পৰস্পৰৰ হাতত সাৱট মাৰি ধৰিলে, তেতিয়া চেলিনাই চকিত হোৱাৰদৰেকৈ তেওঁৰ ফাল চালে। পাচত তেওঁ ডাৰ্কক এফলীয়াকৈ মাতিনি ক'লে, "তুমি ম্যাটি দেখাত কুৎসিৎ বুলি কোৱা যেন পাইছিলোঁ।"

ডাৰ্কে ক'লে, "তেওঁ কুৎসিত নহয় নেকি?"

"তেওঁৰ ফালে চোৱা।"

ম্যাটি চোৱেনগাৰে ঘৰত কামকৰা ছোৱালীজনীৰ লগত কথা হৈ আছিল। তাইৰ নাম মীনা ব্ৰাচ। তেওঁ শকত তপিনাৰ ওপৰত হাত দি পিচৰফালে মূৰটো হলাই ঠিয়হৈ আছে। তেওঁৰ চকুত উদ্দীপ্ততা মুখত হাঁহি। দাঁতবোৰ সবল আৰু বৰ্গাকৃতিৰ। এবিধ নতুন মাখন তৈয়াৰ কৰা সঁজুলিৰ বিষয়ে তেওঁলোকে কথা হৈছে। কিবা কথা এটাত ম্যাটিয়ে হাঁহিছে। এই হাঁহি কিশোৰীৰ চিন্তা-ভাৱনা শূন্য, সবল, প্ৰাণ খোলা হাঁহি।

ডুদিনলৈ ম্যাটিয়ে নিজৰ ইচ্ছা মতে কাল কটালে। তেওঁ বাগিচাত শাক-পাচলি তুলিলে, গাইগৰু খিৰালে, ঘোঁৰাত জিন লগালে; আৰু জিন নোহোৱা ঘোঁৰাত উঠি ঘাহনিত চৰালে। তেওঁ বাটে বাটে ফুৰিলে, চুলিত ৰঙা গছৰ পাত পিন্ধিলে, ৰাতি দহ বজাৰ পৰা পিচৰ দিনৰ ছয় বজালৈ মৰামানুহৰদৰে কৈ শুলে আৰু মাখন, ফল, শাক-পাচলি, কণী, পিঠা ইত্যাদি প্ৰচুৰ পৰিমাণে খালে, অলপ হাঁহি হাঁহি আৰু 'লজ্জাৰ ভাৱত ম্যাটিয়ে কলে, "ফাৰ্মত এইবোৰ কাম কৰোতে মই বেয়া পাইছিলো। কাৰণ তেতিয়া মই

বাধ্যত পৰিহে সেইবোৰ কৰিবলগীয়া হৈছিল। কিন্তু এতিয়া ইয়াত মই স্বাভাৱিক ধৰণে কৰিছোঁ। গতিকে মোৰ এতিয়া খুব আনন্দ লাগিছে। মিচেছ ডিজং, এনে আনন্দ ইয়াৰ আগতে মই উপভোগ কৰা নাই।" তেওঁৰ মুখ মণ্ডলত আনন্দ ৰঙীন হৈ উঠিছে।

"যদি সেয়ে হয়, তেন্তে তুমি আকৌ আহিবা।" কিন্তু ম্যাটি চোৰেনগাৰ আৰু তালৈ নাহিল।

ইয়াৰ পিছৰ সপ্তাহৰ প্ৰথম ভাগতে বিশ্ববিদ্যালয়ৰ ছাত্ৰ এজনে ডাৰ্কৰ ওচৰ চাপিল। ডাৰ্কতকৈ তলৰ শ্ৰেণীত পঢ়া এই ছাত্ৰজন তেওঁৰ শ্ৰেণীত বিশেষ প্ৰতিপত্তিশালী ল'ৰা আছিল। ডাৰ্ক যিটো দলৰ লগত সংঘবদ্ধ হৈছিল তাৰে এওঁ এজন সভ্য। ল ৰাজন ভাল পাব পৰা বিধৰ।

ল'ৰাটোৱে ডাৰ্কক ক'লে, "শুনা ডিজং। তোমাৰ লগত মই এক মিনিট কথা হ'ব খোজোঁ। সেই চোৰেনগাৰ নে কি নামৰ ছোৱালীজনীৰ লগত তুমি সংশ্ৰৱ ত্যাগ কৰিব লাগিব। সকলোবিলাক ল'ৰাই কৈছে।"

"তুমি কি কৈছা! সংশ্ৰৱ কাটিব লাগিব? কথা কি?"

"কথা? তেওঁ 'অনিয়মীয়া' ছাত্ৰী। নহয় জানো? তেওঁৰ ইতিবৃত্ত জানানে নাই? তেওঁ নিজেই অন্য এজনী পৰিশ্ৰম কৰা ছোৱালীক মিতব্যয়ীতাৰ বিষয়ে উপদেশ দিয়া প্ৰসঙ্গত কৈছে। তেওঁ ইউনিয়নৰ চুট আৰু বগা মোজা পিন্ধি গা ধোৱে। কাৰণ তাৰদ্বাৰা ধোবাৰ খৰচ ৰাহি হয়। ই তেনেই সত্য কথা।"

এটা চৰিয়াত বহি ইউনিয়ন চুট আৰু বগা মোজা পিন্ধা ডাঙৰ ছোৱালী এটাই সেই কাপোৰেৰে নিজৰ গাঁ ঘহি গা ধোৱা ছবি এটা ডাৰ্কৰ মানস-পটত ততালিকে ভাহি উঠিল। ছবিটো ঘৃণনীয়, হাঁহি উঠা আৰু দুখ লগা ধৰণৰ। কিন্তু ডাৰ্কে সেইটো স্বীকাৰ নকৰে। লৰাটোৱে ক'লে, "ভাবি চোৱা। এই নিচিনা ছোৱালী এজনীৰ সঙ্গত ফুৰা-চকা লৰা এটাক আমাৰ সংঘত ৰাখিব নোৱাৰোঁ। তুমি তেওঁৰ সংশ্ৰৱ সম্পূৰ্ণৰূপে পৰিত্যাগ কৰিব লাগিব। অন্য লৰাবিলাকে এই সম্বন্ধ সহ্য নকৰে।"

ডাৰ্কৰ মানস-পটত তেওঁৰ নিজৰ দৃঢ়মূৰ্ত্তি এটা ভাহি উঠিল। তেওঁ যেন কৈছে, "তেওঁলোকে সহ্য নকৰে? তোমালোক জহান্নামে যোৱা। ছোৱালী-জনী তোমালোকৰ দলটোতকৈ বেছি মূল্যবান।

কিন্তু এনেকৈ নকৈ ডাৰ্কে মাত্ৰ অস্পষ্ট ভাৱে ক'লে, "বাৰু, তেন্তে..."

ডার্কে শ্ৰেণীত বহা ঠাই বদলি কৰিলে, ম্যাটিৰ চকুৰ পিনে চাবলৈ এৰি দিলে আৰু শ্ৰেণী শেষ হলেই ততালিকে ওলাই অহা অভ্যাস কৰিলে। এদিন কলেজ প্ৰাঙ্গনত ম্যাটিক তেওঁৰ পিনে লক্ষ্য কৰি অহা দেখি ডাৰ্কে ভাবিলে যে ম্যাটিয়ে কিজানি তেওঁক থমাই কথা হ'ব আৰু হয়তো হাঁহি হাঁহি তেওঁক তিৰস্কাৰ কৰিব। তেওঁ খোজ বেগাই দি অন্য এপিনে ফালৰি কাটি গ'ল আৰু ম্যাটিক অতিক্ৰম কৰিবৰ সময়ত চকু আগলৈ ৰাখি মূৰৰ টুপী দাঙি মূৰ জোকাৰি আগবাঢ়ি গ'ল। চকুৰ এটা কোনেদি তেওঁ দেখিলে ম্যাটিয়ে তেওঁৰ বাটত এক মুহূৰ্তৰ কাৰণে ইতস্ততঃ কৰি থিয় হৈছে।

তেওঁ সংঘত ভৰ্তি হ'ল। ল'ৰাবিলাকে তেওঁক প্ৰথমৰেপৰা ভাল পালে। চেলিনাই এবাৰ কি ভুবাৰ কৈছিল, "ডাৰ্ক তুমি সোনকালে কেতিয়াবা 'সেই ধুনীয়া ম্যাটিজনীক এবাৰ ঘৰলৈ নৈ নাহা কিয়? এনে ধুনীয়া ছোৱালী! ছোৱালী নহয়; বৰং গাভৰু তিৰোতা। কিন্তু আমাৰ ইয়ালৈ আহোঁতে তেওঁক ইমান কম বয়সৰ আৰু ইমান মুকলি মূৰীয়া যেন দেখা গৈছিল। তেওঁৰ মনো ধুনীয়া। জীৱনত নিশ্চয় উন্নতি কৰিব। পিচৰবাৰ আহোঁতে তেওঁক আনিবা।

ডাৰ্কে অন্য এফালে চাই কাহ এটা মাৰি কলে, "মই নাজানো, আজি কিছুদিন তেওঁক দেখাই নাই। বোধ হয় অন্য কোনো সংঘৰ লগত লগ লাগিছে নাইবা অন্য কিবা কামত ব্যস্তহৈ পৰিছে।" তেওঁ যি কৰিছে তাৰ কথা নাভাবিবলৈ চেষ্টা কৰিলে; কিয়নো তেওঁ প্ৰকৃততে অনুতপ্ত হৈ পৰিছিল। গতিকে তেওঁ নিজকে নিজে কৈছিল, "সেইটোলৈ কি কথা!" এইদৰে তেওঁ নিজৰ লাজ লুকাই ৰাখিলে। এমাহ পাচত চেলিনাই আকৌ ক'লে, "ডাৰ্ক, তুমি নবান্নৰ দিনালৈ ম্যাটিক মাতি আনা। তেওঁ ঘৰলৈ যদি নাযায় তেন্তে আহিব পাৰিব। ঘৰলৈ যাব বুলি মই নাভাবোঁ। আমি সেইদিনা টাৰ্কী মুৰগী ৰান্ধিম, লাউৰ পিঠা পুৰিম আৰু এই নিচিনা অন্যান্য বস্তু তৈয়াৰ কৰিম। ম্যাটিয়ে এইবোৰ ভাল পাব।"

"ম্যাটিক মাতিব লাগে?" ডাৰ্কে সুধিলে। তেওঁ ছোৱালী জনীৰ নামটো প্ৰকৃততে পাহৰিছিল।

"অ'তো। কিয় ছোৱালীজনীৰ শুদ্ধনাম ম্যাটি চোৱেনগাৰ নহয় জানো?"

"ঐ, তেওঁক। এই—মই তেওঁক আজি কিছুদিন দেখা কৰিব পৰাই নাই।

"ডাৰ্ক, তুমি সেই ছোৱালীজনীৰ লগত কাজিয়া কৰা নাইতো? এনে ভাল ছোৱালী!"

ডাৰ্কে সকলো কথা খুলি ক'বলৈ সিদ্ধান্ত কৰিলে। "শুনা মা! বিশ্ববিদ্যালয়ত বিভিন্ন ধৰণৰ বহুতো সংঘ বা দল আছে। ম্যাটি ইয়াৰ এটাৰো ভিতৰত নাই। তুমি বুজিবা। কিন্তু কথাটো এনে—ম্যাটি ধুনীয়া, প্ৰফুল্লময়, আৰু বহুতো ভাল কিবাকিবি; কিন্তু তেওঁ দলভুক্ত নহয়। তেনে ছোৱালীৰ সঙ্গী হ'লে একো উন্নতি কৰিব নোৱাৰি। তদুপৰি তেওঁ ছোৱালী নহয়. আদ'ৰ্যা তিৰোতা। সেইটোৰ কথাও ভাবি চাবা।'

"উন্নতি কৰিব নোৱাৰি!" দৃঢ় সুৰত চেলিনাই সুধিলে। ডাৰ্কে মাকৰ ফালে নাচালে। মাকে কৈ গ'ল, "ডাৰ্ক ডিজং, তোমাক বিশ্ববিদ্যালয়লৈ পঠিয়াৰ এটা কাৰণ হ'ল—ম্যাটি চোৱেনগাৰ। মোৰ মতে তেওঁ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ এটা অঙ্গ। তেওঁৰ লগত অলপ কথা হ'লেও কিছু শিক্ষা লাভ হয়। তোমাৰ সম-বয়স্কা ধুনীয়া ছোৱালীৰ লগত ফুৰিবলৈ স্বাভাৱিকতে তুমি ভাল পাবা এইটো মই অস্বীকাৰ নকৰোঁ।

এনে ইচ্ছা তোমাৰ নথকাটোহে অস্বাভাৱিক হ'লহেতেন। কিন্তু এই ম্যাটি জনা—তেওঁ ছোৱালী নহয়, জীৱনহে। তোমাৰ মনত থাকিব পায়, এই ম্যাটিয়ে বাৰ নম্বৰ ৰাস্তাত থকা ৰেষ্টোৰাঁ এটাত বাচন বৰ্তন ধোৱা কাম কৰিছিল। ৰেষ্টোৰাঁৰ মালিকে থালা, বাতি, আৰু অন্যান্য বাচন-বৰ্তনবোৰ ওচৰ চুবুৰীত থকা আইৰিছ আৰু ইতালীয়—লোকৰ বিয়াই-সবাহে ভাৰালৈ দিছিল। সেই বাচনত গাহৰিৰ মাংসকে আদি কৰি সকলো ধৰণৰ আহাৰ পৰিবেশন কৰা হৈছিল। সবাহৰ পাচৰ দিনা ফিৰৎ দিয়াৰ পাচত সেই বাচনবোৰ ম্যাটিয়ে ধুই দিয়ে আৰু তাতে ৰেষ্টোৰাঁৰ মিহলী গ্ৰাহকবোৰে খাদ্য খায়।"

এই গল্প ডাৰ্কে শুনিছিল। গতিকে তেওঁৰ মনত আছে। চেলিনাই নবান্ন সবাহলৈ ম্যাটিক নিমন্ত্ৰণ দি এখন চিঠি লিখিলে। ম্যাটিয়ে কৃতজ্ঞতাৰে তাক প্ৰত্যাখ্যান কৰিলে। চিঠিৰ সেই উত্তৰত ম্যাটিয়ে আৰু লিখিলে, "মই চিৰকাল আপোনাক কৃতজ্ঞতা আৰু স্নেহেৰে সোঁৱৰণ কৰি থাকিম।"

## চৈধ্য

ডার্কৰ নবাগত'ৰ বছৰটোত কোনো অনুপ্ৰেৰণাদায়ক পুৰণা শিক্ষকৰ লগত ঘনিষ্ঠ সম্বন্ধ নহ'ল। নিজৰ পঢ়া কোঠালীৰ শাৰী শাৰী কিতাপৰ ওচৰত জুহালৰ গুৰিত বহি প্ৰাচীন আৰু আধুনিক জ্ঞান-বিজ্ঞানেৰে ভূষিত দুই এজন প্ৰবীণ শিক্ষকে ছাত্ৰক কাষত বহুৱাইলৈ ঘনিষ্ঠভাৱে পঢ়াশুনা বিষয়ক উপদেশ-পৰামৰ্শ দিয়ে। প্ৰথম বছৰত ডাৰ্কে এনে সুবিধা নাপালে। মিদৱেষ্ট বিশ্ববিদ্যালয়ৰ অধ্যাপক সকলে চিৰাচৰিত প্ৰথা অনুসৰি শ্ৰেণীবোৰত বক্তৃতাদি গৈ থাকিল। মৃত্যু নোহোৱা পৰ্য্যন্ত নাইবা ট্ৰাষ্টি-সকলে মিটিং কৰি নভঙা পৰ্য্যন্ত তেওঁলোকে সেইদৰে বক্তৃতা দি থাকিব। ধুনীয়া চুট আৰু উজ্জ্বল নেকটাই পিন্ধা ডেকা অধ্যাপকসকলে অৱশ্যে শ্ৰেণীত বিদ্যাৰ বঢ়াই নকৰিছিল। তেওঁলোকে বৰং অতিমাত্ৰা সবলতাহে দেখুৱাইছিল। তেওঁলোকে নিজৰ ছাত্ৰ ছাত্ৰী বিলাকৰ ভিতৰৰে এজন যেন দেখুৱাইছিল আৰু ছাত্ৰ-ছাত্ৰী বিলাকক হঁহুৱাবলৈ বুলি দুই এটা অমাৰ্জিত কথা বা শব্দৰ অৱতাৰণা কৰিছিল। এইবোৰ শুনি ল'ৰা বিলাকে হাঁহিছিল আৰু ছোৱালী বিলাকৰ মাজতো শ্ৰদ্ধাসূচক খিচখিচনি শুনা গৈছিল। ডাৰ্কে এইসকল অধ্যাপকতকৈ পণ্ডিত্যাভিমানী অধ্যাপকসকলকে বেচি ভাল পাইছিল। ডেকা অধ্যাপকসকলে বিশ্ববিদ্যালয়ৰ কোনো উৎসৱৰ আগতে লৰাবিলাকক অনানুষ্ঠানিক কথা ক'বৰ সময়ত এইদৰে আৰম্ভ কৰিছিল, "বন্ধুসকল, শুনা।' নাচ-বাগৰ সময়ত এওঁলোকে ধুনীয়া "সহ-শিক্ষাৰ্থিনী"—সকলক টনা-আজোৰা নকৰাকৈ থকা নাছিল।"

ডাৰ্কৰ দুটা ক্লাচত মহিলা অধ্যাপকে কৈছিল। অধ্যাপিকা দুজনা আদবয়সীয়া বা তাতোকৈ বেচি বয়সৰ। তেওঁলোকৰ শৰীৰ শুকাই গৈছে। তেওঁলোকৰ চকু মাত্ৰ জীয়াই আছিল। তেওঁলোকৰ সাজ-পাৰ এক অৱৰ্ণনীয় কলা বস্ত্ৰৰ, বৰণ মুগা বা অনুজ্জ্বল ধোঁৱা ৰঙৰ। তেওঁলোকৰ চুলি নিষ্প্ৰাণ, হাত দীঘল, হাড়ময় আৰু শুকান। তেওঁলোকে দেখিছে ক্লাচৰ পিচত ক্লাচ, ক্লাচ আৰু ক্লাচ। চিলেটৰ উপৰত পেঞ্চিল এডালেৰে এবাৰ লিখা আখৰ মচি পেলাই অন্য আখৰ লিখা হয়; পাচত সেইবোৰো মচি অন্য আখৰ লিখা হয়। এইদৰে একোটা কোঠালীত তেওঁলোকে স্বাস্থ্যবান,

কোমল বয়সৰ এমখা ছাত্র-ছাত্রী পায়। এইসকল পাছ কৰি গলে অন্য এমখা নতুন ছাত্রছাত্রী আহে। এই দুজনা অধ্যাপিকাৰ বয়সস্থা জনে মাজে মাজে হঠাতে অলপ সজীৱহৈ উঠে, যেন মুমাই মৰহি যোৱা জুহালৰ ছাইৰ মাজত হঠাতে অগ্নি স্ফুলিঙ্গ জ্বলি উঠিছে। তেওঁ ৰগৰ আৰু থুহুতীয়া বুদ্ধি সম্পন্না আছিল। সুদীর্ঘ ত্রিশ বছৰকাল ধৰি ক্লাচত অধ্যাপনা কাম কৰাৰ মাৰাত্মক আৰু চেতনাবিহীনকাৰী প্রভাৱেও এই গুণ দুটাক মষিমূৰ কৰিব পৰা নাছিল। ধুনীয়া মনৰ আৰু ধ্বংসকাৰী দর্শনৰ এই অধ্যাপিকা জনাক এটা গতানুগতিকতাপূর্ণ সমাজে আৰু আজন্ম অবিবাহিতা নাৰীৰ আত্মাই অনবৰত পিচলৈ টানিছিল।

এই দুজনা অধ্যাপিকাৰ পৰিচালনাত ডার্কৰ উশাহ-নিশাহ বন্ধ হোৱাৰ দৰে হ'ল। তেওঁ অস্থিৰহৈ পৰিল। মিছ ইউফেমিয়া হোলিংছউদৰ এটা অভ্যাস আছিল। তেওঁ প্রত্যেক তৃতীয় বা পঞ্চম পদাংশৰ ওপৰত জোৰ দিয়ে।

বক্তৃতা শুনি থাকোঁতে ডার্কে কেতিয়ানো এই অধ্যাপিকাৰ মাতৰ জোৰ পৰে তালৈ অপেক্ষা কৰি থাকে। সেই জোৰ আহি পৰিলেই মূৰত হঠাতে আঘাত পোৱা লোকৰ দৰে তেওঁ কোচথাই পৰে।

অন্যজনা অধ্যাপিকা, মিছ লজে এটা শব্দ উচ্চাৰণ কৰিবৰ আগতে উ-উ-উ কৰে।

এইবোৰ শুনি শুনি ডার্ক অতিষ্ঠ হৈ পৰে। অতর্কিতে তেওঁৰ হাতৰ আঙুলিবোৰ সাঙোৰ খাই ঘুচিৰ আকৃতি গ্রহণ কৰে। অগত্যা উপায় নেপাই, বাহিৰৰ ওক গছৰ ডাল এটাৰ ছাঁ খিৰিকীৰে আহি ব্লেকবোর্ডত পৰাৰ দৃশ্যটোকে চাই তেওঁ মনৰ চিন্তা বদলাই দিয়ে।

বসন্তকালৰ আগ ভাগতে ডার্ক আৰু চেলিনাই কথাবোৰ আকৌ আলোচনা কৰি চালে। ছাইপ্রেইৰিৰ ফার্মৰ ঘৰত এই আলোচনা হয়।

দুয়ো জুহালৰ গুৰিত বহি পুনঃ কথাবোৰৰ পর্য্যালোচনা কৰিলে। পাঁচ বছৰ আগতে চেলিনাই এই জুহাল বনাইছিল। তেওঁ তাত বহি বৰ সুখ পাইছিল। ওৰেই শীতকালত আৰু বসন্তকালৰো ঠাণ্ডা ৰাতিত তাত জুই জ্বলি থাকিছিল। ডার্ক ঘৰত নথকা সময়ত, ঘৰৰ অন্যান্য সকল শুৱাৰ পিচতো চেলিনাই অকলে বহি তাত জুই পুৱাইছিল। পম নামৰ কুকুৰটো তেওঁৰ ভৰিৰ ওচৰত মাটিতে দীঘলদি বাগৰি পৰি থাকে। জাৰজ জাতৰ

এই মংগ্ৰেল কুকুৰটোৱে তাৰ যৌৱন কালত ভৰা নাছিল যে বুঢ়াকালত তাৰ ভাগ্যত এনে বিলাসিতা মিলিব। হাই প্ৰেইৰিৰ কোনো কোনো মানুহে কোনো উছব-সবাহৰপৰা উভতি আহোঁতে নাইৰা বেচি ৰাতি বজাৰলৈ যাব লগা হ'লে বাটতে মিচেছ ডিজ্‌ংৰ ঘৰৰ কাষেদি অতিক্ৰম কৰোঁতে তেওঁৰ জ্বলি থকা জুইৰ গোলাপী জ্যোতি বেৰত নাচি থকা দেখিবলৈ পাইছিল আৰু পেতে পেতে পচন্দ নকৰিলেও ওচৰলৈ গৈ গা অলপ গৰম কৰিছিল।

ভিতৰত ভাল উত্তাপদায়ক যন্ত্ৰ আছে। তথাপি চিমনীত এওঁ সদায় জুই জ্বলাই ৰাখে। এই নিচিনা হাঁহি উঠা কাম কিবা-নে কিবা তেওঁ সদায় কৰে। মোৰ ধাৰণা, অকল কুকুৰটো কাষতলৈ বহি থাকি থাকি তেওঁ অকলশৰীয়া অনুভৱ কৰে।

চেলিনাই শীতকালত সেই জুহালৰ কাষত ন-পুৰণি কিমান অতিথিক শুশ্ৰূষা কৰে তাক তেওঁলোকে নাজানে। স্মৃতিৰে সেই বন্ধু বান্ধৱবোৰক মানস পটলৈ ঘূৰাই আনে আৰু জুহালৰ গুৰিত তেওঁলোকৰ সান্নিধ্য উপভোগ কৰা যেন অনুভৱ কৰে। এই সকলৰ ভিতৰত আছে—বাল্যাৱস্থাৰ ছোৰিগ। তেতিয়া এই শকত আৱত লৰাটোৱে পথাৰৰ বোকা-পানীত লুতুৰি-পুতুৰি হৈছিল আৰু তাৰ তৰুণী মাকে সেইবোৰ মচি দি মৰমৰ চকুৰে তাৰ ফালে চাই থাকিছিল। তাৰ দহ বছৰ পিছত সেই ল'ৰাটি ডাঙৰহৈ ডাৰ্ক ডিজ্‌ং নামেৰে জনাজাত হোৱা কালৰ ছবিও তেওঁৰ মনলৈ আহে। মৃদুভাষী, ব্যঙ্গপূৰ্ণ, চকচকীয়া বুট জোতা আৰু এফালে হ'লাকৈ টুপী পিন্ধা চিমিয়ন পিকেও তাত ভুমুকি মাৰে। চেলিনাৰ মনত পৰে পাৰ্ভাছ ডিজ্‌ংলৈ। নীলাচাৰ্ট পিন্ধা দৈত্যকায় পাৰ্ভাছৰ ডাঙৰ অথচ কোমল হাত দুখনৰ পিঠিৰ ফালে থকা সোণালী বৰণৰ চুলিবিলাক তেওঁ এতিয়াও পাহৰা নাই; চেলিনাৰ বালিকা কালৰ আৰাধ্যা অভিনেত্ৰী ফেণী ডেভেন পোৰ্টে হাঁহি হাঁহি নমস্কাৰ কৰি তেওঁৰ মানস পটত দেখা দিয়ে। লগতে মনত পৰে সেই যুগৰ নৃত্য-নাটিকা-বিলাকৰ জাক-জমকীয়া সাজ-পাৰ পিন্ধা বিভিন্ন চৰিত্ৰবোৰ। এই জাকজমক চৰিত্ৰবোৰৰ বিপৰীত চৰিত্ৰস্বৰূপ মাৰ্জিপুলৰ চিত্ৰও তেওঁৰ মানসপটত উদিত হয়। বৌল্‌ফৰ সৰু ঘৰটিৰ দুৱাৰ মুখত থিয় দি তেওঁ যেন কয়, "চেলিনা, তুমি আৰু বৌল্‌ফে ধেমালি কৰিছা।" তেওঁৰ আৰু মনত পৰে বৌল্‌ফলৈ। ক'লা, উজ্জ্বল, যোধাৰী

এই ল'ৰাটিক সকলোৱে ভুল বুজিছিল। ৰৌল্‌ফৰ স্মৃতি সদায় তেওঁৰ মানস-পটত উদিত হৈছিল।

গতিকে শীতকালত ৰাতি জুহালৰ ওচৰত বহি সময়বোৰ কটাই দিয়াৰ সময়ত চেলিনা কেতিয়াও অকলশৰে নাছিল।

এপ্ৰিলৰ আগভাগত এদিন সন্ধিয়া চেলিনা আৰু ডাৰ্ক জুহালত বহিল। বতৰটো ঠাণ্ডা আছিল। আজি কিছুদিনৰে পৰা ডাৰ্কে সপ্তাহৰ শেষত ফাৰ্মলৈ সদায় অহা নাই। ইষ্টাৰ বন্ধৰ কাৰণে ইউজেনি আৰু পলিনা আৰ্নল্ড ঘৰলৈ আহিছে। জুলি আৰ্নল্ডে ডাৰ্কক প্ৰেইৰি এভিনিউ হাউছৰ আনন্দৰ পাৰ্টিবোৰলৈ মাতিছিল। দুবাৰো সপ্তাহৰ অন্তৰ ছুটীৰ দিন কেইটা তেওঁ তাত কটাইছে গৈ। এভিনিউ হাউছৰ সাজ-সজ্জাৰ তুলনাত তেওঁলোকৰ ফাৰ্মৰ শোৱা ঘৰ তেনেই অসজ্জিত যেন লাগিল। এভিনিউ হাউছৰ পৰা আহি ডাৰ্কে তাৰ যি বৰ্ণনা দিছিল, সেইবোৰ শুনি চেলিনাই মনে মনে আমোদ পাইছিল।

চেলিনাই সোধে, "কি কি খাবলৈ দিছিল? ডিনাৰত কি সামগ্ৰী আছিল? খোৱা ভাল হৈছিলনে? জুলিয়ে জনাইছে তেওঁলোকৰ হেনো এতিয়া এজন বাটলাৰো আছে। মই আগষ্ট হেম্পেলৰপৰা বিতং খবৰ লম।"

ডাৰ্কে আৰ্নল্ড পৰিয়ালৰ জাকজমকতাৰ কথা ক'লে। মাজে মাজে চেলিনাই নিজে কোনবিধ তৰ্কাৰী ভাল নেপালে হেতেন, ডাৰ্কে যদি কোনো এবিধ ভাল পাইছে, তেন্তে পাচৰ সপ্তাহৰ চেলিনায়ো সেইবিধ বনাব, ইত্যাদি ধৰণৰ মন্তব্য দি গ'ল। কিন্তু পাচৰ সপ্তাহত ডাৰ্ক ঘৰলৈ নাহিব পাৰে। আৰ্নল্ডৰ ঘৰত লগপোৱা এজন বন্ধুৱে তেওঁলোকৰ ঘৰলৈ মাতিছে। তেওঁ-লোকৰ ঘৰ উত্তৰৰ ফালে, হ্ৰদৰ ওচৰত। ল'ৰাজনৰ এখন নাও আছে।

কিছু সময় নীৰবে থকাৰ পাচত চেলিনাই ক'লে, "সেইটো সুন্দৰ হ'ব।" তেওঁৰ নীৰৱতাৰ ভিতৰত ভয় সুমাই আছিল। "তুমি হ্ৰদত নাও খেলিবলৈ গ'ল মই সদায় আৰু চিন্তা নকৰোঁ। ছোৰিগ, যোৱা।"

এওঁ স্বভাৱতে বং মৰা ল'ৰা নহয়। যদিও তেওঁ প্ৰায়ে কম কথা কয়, তথাপি এই নীৰৱতাত তিক্ততা নাই। ই তেওঁৰ বংশগত স্বভাৱ। আজি তেওঁ দুটা এটা কথা কৈছে। তেওঁৰ মুখত 'পউলা'ৰ নামটো বাৰে বাৰে উচ্চাৰিত হ'ল। চেলিনাই এইটো লক্ষ্য কৰিলে।

চেলিনাই ক'লে, "তেওঁ প্ৰথম বছৰ স্কুললৈ যোৱাৰপৰা মই তেওঁক দেখা

নাই। তোমালোকে এবছৰ ডাঙৰ হ'ব। তেওঁৰ উনৈশ বছৰ ভৰিগৈ বিশত সোমাইছে। ইয়াৰ আগৰ বাৰ মই দেখোঁতে মই লক্ষ্য কৰিছোঁ যে তেওঁ ক'লা, কিৰকিৰীয়া হ'ব, জুলিৰ মুখৰ ঠগ আৰু গাৰ মনোমোহা বৰণ ইউজেনিয়েহে পাইছে পাউলাই নহয়। ইউজেনিৰ অৱশ্যে ঠগ-গঢ়ৰ বিশেষ প্ৰয়োজন নাই।"

ডাৰ্কে উত্তপ্তভাৱে কৈ উঠিল, "তেওঁ দেখিবলৈ অশুৱনী নহয়। তেওঁৰ বৰণ ক'লা; কিন্তু শৰীৰ কৃশ, একপ্ৰকাৰ ক্লিওপেট্ৰাৰ দৰে।" চেলিনাৰ মুখত আশ্চৰ্য্যৰ ভাব। তেওঁ ততালিকে হাতখনেৰে মুখৰ হাঁহিটো ঢাকি থ'লে। ডাৰ্কে কৈ গ'ল, "তেওঁৰ চকু দুটা ডাঙৰ, শিলৰপৰা কাটি উলিওৱাৰ দৰে—কোণৰ পিনে অলপ বেঁকা। গতিকে অন্য মানুহৰ চকুতকৈ ডাঙৰ যেন দেখি।"

চেলিনাই ৰগৰ কৰি ক'লে, "এসময়ত মোৰ চকু দুটাও ধুনীয়া বুলি বিবেচিত হৈছিল।" কিন্তু ডাৰ্কে মন্তব্যটো নুশুনিলে।

"তেওঁৰ ওচৰত অন্যসকলো ছোৱালীকে মগনীয়াৰৰ ছোৱালী যেন দেখি।" এই বুলিকৈ ডাৰ্ক এমুহূৰ্তৰ কাৰণে মনে মনে থাকিল। চেলিনায়ো মনে মনে থাকিল; কিন্তু তেওঁৰ মনত অশান্তি। ডাৰ্কে হঠাতে আকৌ আৰম্ভ কৰিলে যেন তেওঁৰ মনৰ এখাৰি চিন্তাৰ বাহ্য-প্ৰকাশৰ কিয়দংশহে তেওঁ কৈছে, "—মাত্ৰ তেওঁৰ হাত দুখন।" চেলিনাই উগ্ৰ অনুসন্ধিৎসা এৰি স্বাভাৱিক সুৰ অৱলম্বন কৰি সুধিলে, তেওঁৰ হাত দুখনৰ কি হৈছে, ডাৰ্ক?"

ডাৰ্কে অলপ গমি চালে। তেওঁৰ কপালখন অলপ কোচ খালে। শেষত লাহে লাহে ক'লে, "মই ঠিক নাজানো। হাত দুখন হালধীয়া আৰু ভীষণ পাতল আৰু খহটা। মোৰ ভয় লাগে। শৰীৰৰ অন্যান্য অঙ্গ প্ৰত্যঙ্গ ঠাণ্ডা থকা সময়তো তেওঁৰ হাত দুখন গৰম পোৱা যায়।"

ডাৰ্কে মাকৰ হাতলৈ চালে। চেলিনাই দুই হাতেৰে কিবা চিলাইৰ কাম কৰি আছিল। তেওঁ ৰেচমৰ ফিটা এডাল লগাই ধুনীয়াকৈ টুপী এটা বনাই জিৰ্জিপুল ভাল্তেৰ ছিজদেৰ দ্বিতীয় শিশুটোক উপহাৰ দিব। ৰেচমৰ আঁহ তেওঁৰ হাতৰ খহটা ঠাইবোৰত লাগি ধৰিছে। কষ্ট কৰিহে তেওঁ সেইবোৰ হাতৰপৰা এৰুৱাইছে। ৰ'দ-বতাহ-বৰষুণত কঠোৰ শ্ৰম কৰোঁতে চেলিনাৰ হাত খহটা আৰু টান হৈ গৈছে, আৰু আঙুলিৰ গাঁঠিবোৰ স্পষ্টকৈ ওলাইছে। অথচ সেই হাত ইমান সবল, নিশ্চিত, নিৰ্ভৰযোগ্য আৰু

কোমল। হঠাতে সেই হাতৰ পিনে চাই ডাৰ্কে ক'লে, "এতিয়া তোমাৰ হাত। তোমাৰ হাত মোৰ ভাল লাগে. মা।"

চেলিনাই ভতালিকে নিঃশব্দে তেওঁৰ হাতৰ কাপোৰ আৰু সঁজুলি থ'লে, যাতে সুখ আৰু কৃতজ্ঞতাৰ কাৰণে হঠাতে ওলোৱা চকুৰ পানী পৰি তেওঁৰ ৰেচম কাপোৰত দাগ লাগিব নোৱাৰে। এজনী ছোৱালীৰদৰে তেওঁৰ মুখ উদ্ভাসিত হৈ উঠিল। তেওঁ ক'লে, "ছোবিগ, সঁচানে?"

এমুহূৰ্তৰ পাচত তেওঁ আকৌ চিলাইৰ কাম হাতত ল'লে। তেওঁৰ মুখমণ্ডল এজনী গাভৰু ছোৱালীৰ দৰে উজ্জল, আগ্ৰহান্বিত আৰু ধুনীয়া হৈ পৰিল। বহুত বছৰ আগতে ক্লাচপুলৰ সৈতে হলষ্টেদ ৰোডৰ গাড়ীৰ লিটৰ ওপৰেদি যোঁৰাৰ গাড্ডীত উঠি নিশা গৈ থাকোঁতে "ৰঙ্কা কৰি ধুনীয়া দেখি" বুলি কোৱা ছোৱালীজনীৰ যেন আগম হ'ল। উত্তেজিত, অনুপ্ৰাণিত আৰু সুখী মুহূৰ্তত তেওঁ সদায় ছোৱালীটি যেন হৈ পৰিছিল। সেয়ে যিসকলে তেওঁক ভাল পাইছিল আৰু তেওঁৰ মুখমণ্ডলত সেই ৰং ঘূৰাই আনিব পাৰিছিল সেইসকলে তেওঁক ধুনীয়া বুলি ভাবিছিল। অন্য পক্ষে যি সকলে তেওঁক ভাল নাপাইছিল, তেওঁলোকে তেওঁৰ সেই জ্যোতি দেখা নাপাইছিল আৰু তেওঁক সাধাৰণ তিৰোতা বুলি ভাবিছিল।

দুয়ো আকৌ নীৰৱ হ'ল। তাৰ পাচত ডাৰ্কে ক'লে, "মা, আগত শীতকালত স্থাপত্য বিদ্যাৰ অধ্যয়ন কৰিবলৈ মই পূবলৈ যাব খুজিছোঁ। তুমি কি কোৱা?"

"ডাৰ্ক, তুমি স্থাপত্য বিদ্যা ভাল পোৱা নে?"

"তেনেহ'লে ময়ো ভাল পাম। এইটো ভাবিও মই সুখ পাওঁ।

"কিন্তু খৰচ অজস্ৰ হ'ব।"

"খৰচ মই জোগাৰ কৰিম...কিয়নো তুমি এই সিদ্ধান্ত কৰিলা?"

"মই ঠিক নাজানো। বিশ্ববিদ্যালয়ৰ নতুন ঘৰবোৰ 'গথিক'—পুৰণি ঘৰবোৰতকৈ ইমান পৃথক। পউলা আৰু মই সিদিনা কথা হৈছোঁ। তেওঁ প্ৰেইৰিৰ ঘৰবোৰ ঘৃণা কৰে। সেইবোৰ শিলৰ ভয়লগা দম আৰু তাৰ পিছফালে ট্ৰেইনৰ ক'লা পটভূমি। তেওঁ পিতাকক কৈছে যেন উত্তৰৰ ফালে ইটালীয় ভিলা বা ফৰাচীদেশীয় "চাতো" এটা তৈয়াৰ কৰে। তেওঁৰ বহুতো লক্ষ উত্তৰৰ পাৰলৈ স্থানান্তৰ হৈছে। তেওঁলোক এতিয়া চিকাগোৰ কুৎসিৎ ঘৰবোৰৰপৰা আঁতৰত।

সামান্য প্ৰতিবাদৰ সুৰত চেলিনাই ক'লে, "তুমি জানানে যে মই সেই ঘৰবোৰ ভাল পাওঁ। মোৰ হয়তো ভুল হৈছে। কিন্তু মোৰ মানত সেই ঘৰবোৰ স্বাভাৱিক, মজবুত আৰু ভণ্ডামিবিহীন, ঠিক আগই হেম্পেলে পিন্ধা বৰ্গাকৃতিৰ সাজ-পাৰৰ দৰে। এই ঘৰবোৰ মোৰ মানত মৰ্য্যাদাপূৰ্ণ আৰু উপযোগী। দেখোঁতে ধুনীয়া নহব পাৰে; কিন্তু এইবোৰত সঁহিয়াতৰ যোগ্য একো বস্তু নাই। ঘৰবোৰৰ স্থূল গৰিমা এটা আছে। এইবোৰ চিকাগোৰ বিশেষত্ব। ইটালীয় আৰু ফৰাচী দেশীয় ধৰণৰ ঘৰবিলাক ইয়াত খাপ নাখায়। আব্ৰাহাম লিঙ্কনক অতি আধুনিক সাজ-পাৰ পিন্ধাই যদি সজোৱা যায় তেন্তে সি কিম্ভূত কিমাকাৰ হব।

লিঙ্কনৰ সেই কাল্পনিক চিত্ৰৰ কথা ভাবি ডাৰ্কৰ হাঁহি উঠিল। কিন্তু তেওঁ প্ৰতিবাদো কৰিলে। "কিন্তু এই দেশৰ নিজস্ব কোনো স্থাপত্য নাই। গতিকে কি কৰিব পাৰি? সেই ধোৱা লাগি কলা হোৱা শিল আৰু ইটাৰ দমবিলাক আৰু তাৰ লোহাৰ বেৰবিলাকক স্থানীয় ধৰণৰ স্থাপত্য শিল্প বুলিব পাৰি জানো?"

"নোৱাৰি।" চেলিনাই স্বীকাৰ কৰিলে। "কিন্তু ইয়াত ইতালীয় "ভিলা" আৰু ফৰাচীদেশীয় "চাতো" সাজিলেও খাপ নাখাব। চিকাগোৰ উত্তৰৰ বহিৰাংশত সজা এই ধৰণৰ ঘৰ বিলাকক এবিজনা মৰুভূমিত মানুহে গধূলিৰ লেচ লগোৱা গাউন পিন্ধাৰ নিচিনা হব। ই শৰীৰক দিনত শীতল আৰু ৰাতি গৰম কৰি নাৰাখে। মোৰ ধাৰণা যে কোনো দেশৰ স্থাপত্য শিল্পৰ উত্তৱ হয় তাৰ স্থানীয় জলবায়ু আৰু সামাজিক প্ৰয়োজনৰ পৰা আৰু সৌন্দৰ্য্যজ্ঞানে তাৰ দিশ নিৰ্ণিত কৰে। আমাৰ ইয়াত 'টাৰেট' আৰু "টাৱাৰ"ৰ কোনো দৰ্কাৰ নাই। সেইদৰে আমাৰ ঘৰত কোঁচাব পৰা দলং আৰু ঘৰৰ চাৰিওকালে পৰিখা থকাৰো কোনো প্ৰয়োজন নাই। এই দলং, পৰিখা, ইত্যাদি এটা সামন্তযুগৰ আহিলা-পাতি। সেই সময়ত এইবোৰৰ নিতান্ত প্ৰয়োজন আছিল। কাৰণ সেই যুগত আমাৰ ওচৰ চুবুৰীয়াই যি কোনো এদিন সদলবলে আহি আমাৰ ঘৰ আক্ৰমণ কৰি আমাৰ ধৈনীক আৰু ঘৰৰ মূল্যবান অলঙ্কাৰ পাতি আৰু সোণৰ কাপ আদি বলেৰে লৈ যাবহি পাৰিছিল।"

ডাৰ্কে আগ্ৰহেৰে শুনিলে। তেওঁ মনত আমোদো পালে। মাকৰ লগত আলাপ-আলোচনা কৰিলে সদায় তেওঁত এনে প্ৰভাৱ পৰে। তেওঁ মাকক সুধিলে, "মা, তোমাৰ মতে, চিকাগোৰ ঘৰ কেনে ধৰণৰ হোৱা উচিত?"

চেলিনাই ততালিকে উত্তৰ দিলে। উত্তৰটো যেন তেওঁৰ মুখত সাজু হৈ আছিল। তেওঁ যেন এই বিষয়ে বহুদিন চিন্তা কৰিছে আৰু ডিজং ফাৰ্মৰ যিটো ঘৰত তেওঁলোকে আজি সুখেৰে বহি আলাপ-আলোচনা কৰি আছে তা'ৰ ঠাইত যেন তেওঁ এটা নতুন ধৰণৰ ঘৰ বান্ধিবলৈ ইচ্ছা কৰিছে।

চেলিনাই কলে, "মোৰ ধাৰণা, ঘৰত ডাঙৰ পৰ্টিকো থাকিব লাগে। গৰম কালি ইয়াত বতাহ লব পাৰি। গ্ৰীষ্মকালত প্ৰেইৰিৰ ফালৰ পৰা উত্তৰ পশ্চিমৰ ধুনীয়া বতাহ বলে। ঘৰৰ আকৃতিও প্ৰায় বৰ্গাকাৰ হব লাগে। ঘৰ সুদৃঢ় আৰু নিপোটল হলে শীতকালৰ উত্তৰ পূৰমুখী ঠাণ্ডা বতাহৰপৰা ৰক্ষা পাব পাৰি। তদুপৰি শুবৰ কাৰণ পৰ্টিকো অৱশ্যেই লাগে। এই খিনি হলে আমাৰ দেশৰ আদৰ্শস্থানীয় ঘৰ হয়। ইংলণ্ডৰ মানুহে আবেলিৰ চাহ খাবলৈ "টেৰাছ" বনাইছে; স্পেইনৰ লোকৰ "পেটিও" আছে। সেইদৰে ফ্ৰান্সৰ মানুহৰ চোতাল আৰু ইতালীৰ লোকৰ আঙুৰ-আবৃত "পাৰ্গোলা" আছে। এই নিচিনাকৈ আমেৰিকাৰ বিশেষত্ব হ'ল—শুবলৈ পৰ্টিকো, পৰ্দালগোৱা, মুকলি বতাহৰ, শুৱা পৰ্টিকো। যি জন মানুহে পোণতে ইয়াৰ কথা ভাবে, তেওঁ এৰোপ্লেন, টেলিফোন, গ্ৰামোফোন আদিৰ আবিষ্কাৰ কৰা লোক সকলতকৈ বেছি সুনাম অৰ্জ্জন কৰিব পাৰিব। কিয়নো, তেওঁ মানব-জাতিৰ স্বাস্থ্যকেহে কামনা কৰা লোক।" এই উদ্দীপনাময়ী ভাষণৰ পিচত চেলিনা আৰু ডাৰ্ক দুয়ো অন্তঃকৰণ খুলি হাঁহিলে।

ডাৰ্কে কলে, "মা, তুমি ধুনীয়া কথা কৈছা। মাত্ৰ, তোমাৰ চিকাগোৰ স্থানীয় ঘৰবিলাক পৰ্টিকোৰ সমষ্টি বুলিব পাৰি।"

এই সমালোচনা অৱজ্ঞা কৰি চেলিনাই কলে, "যিটো ঘৰত প্ৰচুৰ পৰ্টিকো, দুটা বা তিনিটা বাথৰুম আৰু অন্ততঃ আঠোটা কোঠালি আছে সেই ঘৰটোত অন্ন কিবা থাককে বা নাথাকক, সুখেৰে বাস কৰাটো সম্ভৱ।"

ইয়াৰ পিছৰ দিন তেওঁলোকে বেছি গভীৰ ভাৱে আলোচনা কৰিলে। পূবৰ কলেজ আৰু স্থাপত্যবিদ্যা—ডাৰ্কৰ কাৰণে এই দুটা প্ৰায় নিশ্চিত হল। চেলিনা সন্তুষ্ট, সুখী। খৰচৰ দুশ্চিন্তাই ডাৰ্কৰ মনত কষ্ট দিলে। পিচদিনা ৰাতিপুৱাৰ আহাৰৰ সময়ত তেওঁ খৰচৰ কথা উলিয়ালে।

ডাৰ্কে ৰাতিপুৱাৰ আহাৰ পলমকৈ খায়। মাকৰ তাৰ কেইবা ঘণ্টা আগতে খোৱা হয়। ডাৰ্কে কফি পিব ধৰিছে। মাকে কাষতে বহি সেই দিনা ডাকত অহা কাগজ এখন চাইছে। পথাৰত জিউৰা ঠাইৰ পৰা তুলি নি

খেতিৰ ঠাইত বিলাহীৰ পুলি বোৱা কাম তেওঁ পৰিচালনা কৰি আছিছে। তেওঁৰ গাত এটা পুৰণা খোৱা বৰণীয়া চুৰেটাৰ—বুটাম গললৈ মৰা আছে; কিয়নো বতাহটো তেতিয়াও অতিপাত ঠাণ্ডা হৈ আছে। তেওঁৰ মূৰত এটা পুৰণা টুপী (আগতে ডাৰ্কে পিন্ধা টুপী)। এনে এটা টুপীকেই পিন্ধি দহ বছৰ আগতে তেওঁ হেই মাৰ্কেটলৈ গৈছিল। ৰাতিপুৱাৰ ৰতাহত পথাৰত ফুৰি অহা কাৰণে চেলিনাৰ গালত সামান্য ৰঙা ৰং উঠিছে।

নাকেৰে বতাহ হুঙি চেলিনাই কলে, "এই কফিখিনিৰ গোন্ধটো লোভলগা। মই অলপ—" এই বুলি তেওঁ নিজৰ কাৰণে আধাকাপ কফি বাকি ললে। প্ৰকৃততে পুৰা একাপ লগা মানুহে ত্যাগ কৰি আধাকাপ বাকি লোৱা যেন হ'ল।

ডাৰ্কে আৰম্ভ কৰিলে—"মই ভাবিছোঁ—খৰচ" চেলিনাই স্থিৰ ভাৱে উত্তৰ দিলে, "গাহৰি" "গাহৰি!" ডাৰ্কে আচৰিত হৈ চকু ঘূৰাই মাকৰ পিনে চাই থাকিল।

চেলিনাই বুজাই কলে, "গাহৰি পুহিলে খৰচৰ ধন ওলাব। যোৱা তিনি চাৰি বছৰে মই এইটো ভাবি আছো। পোনতে আগষ্ট হেম্পেলে মোক এই পৰামৰ্শ দিছিল। কিন্তু মই গাহৰিৰ খাঁহিহে পুহিম।"

"গাহৰিৰ খাঁহি!"

"এৰা। এই ধৰণে পুহি প্ৰতিপালন কৰিলে তাৰ ওজন হিচাবে ধনপ পোৱা যায়। বৰ্ত্তমান তাৰ দাম এনে। আৰু বহুত বছৰলৈ এই চৰা দাম থাকিব। মই খুব বেচি সংখ্যক নোপোহোঁ। ডাৰ্ক ডিজঙক এজন স্থাপত্য শিল্পী কৰিবৰ জোখাৰে যিমানটো লাগে সিমানটোহে পুহিম।" তাৰ পিছত ডাৰ্কৰ দুখৰ চেহেৰা লক্ষ্য কৰি চেলিনাই আৰু কলে, "এইটোত দুখ কৰিব লগীয়া একো নাই, সোণ। মই যি ধৰণে গাহৰি পুহিম তাত ঘৃণা কৰিব লগীয়া একো নাই। খোৱাৰৰ ভিতৰত ৰাখি শস্য আদি খুৱাই পালন কৰিম। ই তেনেই স্বাস্থ্য নীতি সন্মত পদ্ধতি। গাহৰিক গাহৰি হিচাপে নকৰিলে ই ধুনীয়া আৰু গাম্ভীৰ্য্য বিশিষ্ট জন্তু।"

ডাৰ্কৰ মুখত বিষাদৰ কালিমা ফুটি উঠিল। তেওঁ কলে, "মা, তুমি গাহৰিৰ ব্যৱসায় কৰিব লগীয়া হোৱাতকৈ মই বৰং স্কুললৈকে নাযাওঁ।"

চেলিনাই মূৰৰপৰা পশমৰ টুপীটো সোলোকাই খিৰিকীৰ কাষত থকা পুৰণা বিচনা খনত দলিয়াই থলে। তাৰ পিচত হাতৰ তলুৱাৰে তেওঁৰ

চুলি খিনি পিছলৈ পিহি দিলে। তেওঁৰ কোমল চুলিবোৰ মাজে মাজে বাক্‌কৈয়ে বগা হৈছে। কিন্তু তেওঁৰ চকু আগৰ দৰে পৰিষ্কাৰ আৰু উজ্জ্বল হৈ আছে।

"ছোৰিগ, আমাৰ এই ফাৰ্ম্মখন উপাৰ্জ্জন কৰা বিধৰ। ইয়াৰ অনুগ্ৰহতে আমি ঋণমুক্ত হৈছো। মাটি বাৰীও ভাল হৈ ৰৈছে। যদি যোৱা বছৰৰ দৰে বেছি বৰষুণ নহয়, তেন্তে এইবাৰ ফচলো বঢ়িয়া হব বুলি আশা কৰিব পাৰোঁ। কিন্তু বৰ্ত্তমানে বণুৱাৰ মজুৰী খুব চৰা হৈ আছে, শস্যৰ দামো সিমান পোৱা নাযায়। তদুপৰি মাটি কাটি তলওপৰ কৰাৰ খৰচ আছেই। গতিকে ইয়াৰ পৰা ধনী হবলৈ আশা কৰিব নোৱাৰি। কোনো ৰকমে লোকচান্ন নোহোৱাকৈ চলিব পাৰিলেই ৰক্ষা পৰা যায়। এই নিচিনা সকলো ফাৰ্ম্মৰে এনে অৱস্থা।"

দুখেৰে ভাৰ্কে কলে, "মই জানো।" চেলিনাই কলে, "সোণ, মই আপত্তিৰ সূৰত কথা কোৱা নাই। মই মাত্ৰ তোমাক জনাইছোঁ। মোৰ মতে আমাৰ বৰ্ত্তমান ভালেই চলিছে। দহবছৰ আগতে মই এস্পাৰাগাছৰ খেতি কৰিছিলো। এতিয়া ই প্ৰকৃততে ফল দিবলৈ আৰম্ভ কৰিছে। এই খেতিৰ মাজত গৈ উপস্থিত হলে মই সোণৰ খনিত উপস্থিত হোৱা যেন অনুভৱ কৰো। তোমাৰ দেউতাই এই খেতি কৰিব খোজাত আপত্তি কৰিছিল। মই এই কথাত কেতিয়াবা ভাবো। এপ্ৰিল মাহত আমাৰ সাকৰা মাটিত সকলো শস্যই নতুন সেউজীয়া পাত মেলি বাঢ়ি আছে। পিচত এই শস্য বজাৰলৈ যায় আৰু মানুহৰ খাদ্যৰ যোগান ধৰে। এই খাদ্য মানুহৰ স্বাস্থ্য অটুট ৰাখে।"

আবেগৰ ভাৱণাত চেলিনাই হাঁহিলে। ভাৰ্কে কলে, "কিন্তু গাহৰিৰ বেপাৰ? গাহৰিৰ বিষয়েও এইদৰে ভাবানে, মা?"

চেলিনাই তপৰাই উত্তৰ দিলে, "নিশ্চয়।" তাৰ পিছত চেলিনাই তেওঁৰ বগা কাপোৰৰ ওপৰত তেওঁৰ কিলাকুটিৰ কাষত থকা বগা-নীলা থালা এখন আগবঢ়াই দি কলে, "ভাৰ্ক, আৰু অলপ গাহৰিৰ ভজা মাংস খোৱা।"

"মা, মোৰ খোৱা শেষ হৈছে।" এই বুলি কৈ ভাৰ্ক থিয় হ'ল।

ইয়াৰ পিছৰ হেমন্ত কালত ভাৰ্ক গৈ কৰ্ণেলত স্থাপত্যবিদ্যাৰ ছাত্ৰ হ'ল। তাত তেওঁ কঠোৰ পৰিশ্ৰম কৰিলে। বহুৰ ভিতৰতো পঢ়িলে। গ্ৰীষ্মকালত তেওঁ ঘৰলৈ আহে। ইলিনইছত তেতিয়া গৰম পৰে, বন্ধুবোৰ

হয়। প্ৰত্যেক দিনে তেওঁ নিজৰ কোঠালিত কেইবাঘণ্টাও কাল কটায়। তাত এখন দীঘল মেজ আৰু ছবি আঁকা বোৰ্ড সংগ্ৰহ কৰি গৈছে। তেওঁৰ টি-স্কুৱাৰ কাষতে থাকে; দুটা ত্ৰিভুজ—এটা ৪৫ৰ অন্যটো ৬০ৰ, কম্পাছ আৰু এজোৰ ডিভাইডাৰ। ট্ৰেছ কৰা কাগজৰ ওপৰত ডাৰ্ক সাৱধানে অঙ্কন কৰি থকা সময়ত চেলিনাই তেওঁৰ পিচত থিয়হৈ মাজে সময়ে চাই থাকে। স্থানীয় স্থাপত্য শিল্পৰ প্ৰতি তেওঁৰ এতিয়া সম্পূৰ্ণ ঘৃণা। সেই সময়ত চিকাগোত 'এপাৰ্টমেণ্ট হাউজ' বোলা এবিধ ঘৰ চাৰিওফালে বন্ধা হব ধৰিছিল; কাঠ ফুলাৰ নিচিনাকৈ দক্ষিণে হাইড পাৰ্কৰপৰা উত্তৰৰ ইভানষ্টনলৈ এই নতুন ধৰণৰ ঘৰবোৰ দেখা পোৱা গৈছিল। ডাৰ্কে বিশেষকৈ এই ঘৰবোৰৰ বিৰুদ্ধে কলে। চিকাগোৰ স্থানীয় মানুহে কিন্তু এই ঘৰবোৰ বৰ ধুনীয়া বুলি ভাবে। এই ঘৰবিলাকক তেওঁ লোকে এপাৰ্টমেণ্টহে বুলিছিল, কেতিয়াও ফ্লেট নুবুলিছিল। সাধাৰণতঃ প্ৰত্যেকটো এপাৰ্টমেণ্টৰ সমুখত চিচাৰে আবৃত ত্ৰিকোণী সৰু কোঠালি এটা থাকে। এইটোক ব'দৰ বৈঠকখানা বোলে। এই বৈঠকখানাবোৰত চিকাগোৰ অধিবাসী সকলে দিনৰ বিভিন্ন সময়ত বিশ্ৰাম কৰিছিল। এই বোৰৰ ভিতৰত বেচমৰ আৱৰণ লগোৱা লেম্প জ্বলিছিল। বাকচত ফুল ভৰাই তাত ৰখা হৈছিল। এই বোৰতে চিকাগোৰ মানুহে বাতৰি কাকত পঢ়া, ব্ৰিজ খেলোৱা, বাতিপুৱাৰ আহাৰ কৰা আদি বিভিন্ন কাম কৰিছিল। এই বোৰৰ পৰ্দ্দা কেতিয়াও নমোৱা নহৈছিল।

ডাৰ্কে ফোপাই কৈ উঠিল' "ভয় লগা। ঘৰবোৰৰ সমুখত তিনি জোৰ চচ্‌মা লগাই থোৱাৰ দৰে এই বৈঠকখানাবোৰ যে দেখাতেই কুৎসিৎ অকল সেয়ে নহয়; গোপনীয়তাবো অভাৱ কৰিছে। গাধোবাট বাহিৰে অন্য সকলো কামকেই তাত কৰে। আয়নাৰ ঘৰত থকা মানুহ বিলাকক দিয়া উপদেশ এই মানুহবিলাকে কেতিয়াও শুনা নাই নে?" ডাৰ্কে দ্বিতীয় শ্ৰেণী পালত 'সুকুমাৰ কলা'ৰ কথা বৰকৈ কবলৈ আৰম্ভ কৰিলে। চেলিনাই এইবোৰ শুনি নাইাহিলে। তেওঁ মনে মনে ভাবিলে, "সম্ভৱ হবও পাৰে। কোনে কব পাৰে যে নহব? ইয়াতে কোনো অফিচত দুই এক বছৰ থকাৰ পিচত যদি ডাৰ্কৰ নিতান্ত প্ৰয়োজন হয়, তেন্তে আৰু এবছৰ পেৰিচত পঢ়িব কিয় নোৱাৰিব?

যদিও কাৰ্য্যত সেই সময়ত বহুতো কাম আছিল তথাপি ১৯১৩ চনত

ডার্কৰ স্নাতকৰ কাৰণে চেলিনা ইথাকালৈ গল। ডার্কৰ এতিয়া বয়স বাইছ বছৰ। চেলিনাই ঠিকমত জানে যে শ্ৰেণীৰ ভিতৰতে ডার্ক সবাতোকৈ ধুনীয়া লৰা। ওখ, শকত-আবত এই লৰাটোক দেখিলে মন ভাল লাগে তাত সন্দেহ নাই। বাপেকৰ দৰে দীঘল ডাঙৰ এই লৰাজনৰ শৰীৰো সোণালি বৰণৰ; মাত্ৰ চকু দুটাত পার্থক্য আছে। চকু দুটা চেলিনাৰ দৰে কলা বৰণৰ নহয়; গৌৰ বৰ্ণৰ। অৱশ্যে সেই চকুৰ চাহনিত চেলিনাৰ চাহনিৰ কোমলতা বিদ্যমান। এই চকুৱে তেওঁৰ মুখৰ চেহেৰা শক্তিমান কৰিছে। তেওঁৰ চাহনিত যে এটা উদ্দীপনা আছে সেইটো ডার্কে জনা নাছিল। সেই চকু জুৰিবে কোনো তিৰোতাৰ ফালে চালে সেই তিৰোতাই তাত তেওঁৰ প্ৰতি আকর্ষণ থকা যেন অনুভৱ কৰিছিল। ডার্কে অৱশ্যে তেনে কোনো অনুৰাগৰ কথা নিজে নাজানিছিল। তিৰোতাবিলাকে গঠনৰ কাৰণেহে অনুৰাগ থকা যেন দেখি। ইয়াৰ উপৰিও মুখচোকা লোকতকৈ কম কথা কোৱা লোকৰ চাহনি সদায় বেচি কার্য্যকৰী।

বিভিন্ন লৰাৰ মাক তালৈ গৈছে। ধুনীয়া ধুনীয়া সাজ-পাৰ তেওঁলোকৰ। চেলিনাৰ গাত কলা বেচমৰ কাপোৰ, মূৰত সৰল টুপী আৰু ভৰিত সাধাৰণ জোতা। গতিকে সেই তিৰোতাসকলৰ মাজত তেওঁক সৰু কিম্ভূতকিমাকাৰ তিৰোতা এজনী যেন দেখা হৈছে। কিন্তু তেওঁৰ এটা গাম্ভীর্য্য আছে। ডার্ক তেওঁৰ মাকৰ চেহেৰাত লজ্জিত হবৰ কোনো কাৰণ নাই। আধবয়সীয়া, সমৃদ্ধিশালী বাপেক বিলাকো এই উছৱলৈ আহিছে। ডার্কৰ দেউতাক পার্ভাছ যদি এই দিনলৈ জীয়াই থাকিলেহেঁতেন, তেন্তে তেওঁক এওঁবিলাকতকৈ বহুত বেছি ধুনীয়া যেন লাগিলহেঁতেন। এই কথা ভাবি চেলিনাই অন্তৰত বেদনা অনুভৱ কৰিলে।

কিন্তু তেওঁৰ মনত আপোনা আপুনি খেলালে যে পার্ভাছ জীয়াই থকাহেঁতেন কি জানি এনে দিন এটাৰ আগম নহলেহেঁতেন। এনেকৈ ভবাৰ কাৰণে তেওঁ মনে মনে নিজক তিৰস্কাৰ কৰিলে।

চিকাগোলৈ আৰু উভতি আহি ডার্কে নির্মাণ ব্যৱসায়ী "হোলিচ আৰু স্প্ৰেগ"ৰ অফিচত সোমাল। এই ফার্মত কাম কৰিবলৈ পাই তেওঁ নিজক ভাগ্যবান বুলি বিবেচনা কৰিলে। কাৰণ এই ফার্মে

চিকাগোবাসীৰ নিৰ্ম্মাণ বিষয়ৰ অভিৰুচি নতুন পথেৰে পৰিচালিত কৰিবলৈ যথেষ্ট কৰিছে। ইতিমধ্যে মিছিগান বলিভাৰ্দৰ সুউচ্চ গম্বুজ থিয় হৈ উঠিছে। কিন্তু এই কামত ডাৰ্কে মাত্ৰ ছবি অঁকা অংশতহে ভাগ পাইছে। প্ৰতি সপ্তাহে তেওঁ যি পাৰিশ্ৰমিক পায় সিও ইমান ডাকৰীয়া যে তাক দৰ্মহা আখ্যা দিব নোৱাৰি। কিন্তু স্থাপত্যশিল্পৰ বিষয়ে তেওঁৰ কিছুমান নতুন আৰু উদাৰ ধাৰণা আছিল। সপ্তাহান্তত যেতিয়া তেওঁ ফাৰ্ম্মলৈ যায়, তেতিয়া মাক চেলিনাৰ আগত এই ধাৰণা বিলাকৰ আলোচনা কৰে। উত্তৰৰ বিচ্ চাইদ্ হোটেলটোৰ বিষয়ে শব্দপ্ৰয়োগ কৰি তেওঁ খতম কৰি থলে—সেইটো, খাৰ্মাখিয়ালিপূৰ্ণ, 'বেবোক'। তেওঁ কলে যে লিঙ্কন পাৰ্কৰ বেগু থিয় হোৱাৰ নিমিত্তে নতুনকৈ সজোৱা ইখিনি কিস্তূতকিমাকাৰ। সেইদৰে, 'পটাৰ পামা'ৰ বিল্ডিংটোৱে ঠাইখিনিৰ স্বাভাৱিক সেই সৌন্দৰ্য্য নষ্ট কৰিছে। গতিকে পৌৰসভাই সেইটো ভাঙি পেলাবলৈ আদেশ দিব লাগে। চহৰৰ নামনিৰ পিনে থকা পাব্লিক লাইব্ৰেৰী বিল্ডিংটোৰ পূৱপিনৰ ফালটোৰ বিষয়েও তেওঁ বিৰূপ মন্তব্য দিলে।

চেলিনাই কলে, "ডাৰ্ক, এই অট্টালিকাবোৰ খুব লৰালৰিকৈ সজোৱা হৈছিল। তুমি জানা যে সেই যিদিনালৈ চিকাগো চহৰ থন ৰেডইণ্ডিয়ান সকলৰ দুৰ্গ আছিল, সেই সময়ৰ ই বোকা, কাঠৰ জুপুৰি ইত্যাদিৰে ভৰি আছিল। সৌন্দৰ্য্য সম্পূৰ্ণ হৈ উঠিবলৈকো সময় লাগে। তোমালোকৰ নিচিনা যুৱকৰ আগমন হোৱালৈকেই হয়তো মানুহে অপেক্ষা কৰি আছে। ভবিষ্যতৰ কোনো সুদিনত হয়তো মই ৰোলফ্ পুলৰ দৰে কোনো বিশিষ্ট আগন্তুকৰ লগত মিছিগান বলিভাৰ্দেৰে গাড়ী চলাই যাম। অসম্ভৱ নহয়। ৰোল্‌ফ পুল হয়তো তেতিয়া এজন বিখ্যাত ভাস্কৰ হৈ পৰিছে। তেতিয়া তেওঁ হয়তো সুধিব, "সেই বিল্ডিংটো কোনে পৰিকল্পনা কৰিছে?—ঘৰটো ইমান বলশালী অথচ পাতল, ইমান সুন্দৰ অথচ গম্ভীৰ?" তেতিয়া মই উত্তৰ দিম—"সেইটো মোৰ লৰা ডাৰ্ক ডিজঙে পোণতে আহি পৰিকল্পনা কৰা ঘৰবিলাকৰ এটা।"

ডাৰ্কে বিমৰ্ষমনে পাইপ টানি, মৃৰ জোকাৰি কলে, "মা তুমি নাজানা। কথা বিলাক ইমান লাহে লাহে হয়। প্ৰথম কথা, মোৰ বয়স এতিয়া ত্ৰিছ বছৰ হয়হি। আৰু বৰ্ত্তমান মোৰ অৱস্থা কি? হোলিছ কোম্পানীত অফিছৰ কেৰাণী এজনতকৈ বিশেষ বেছি নহয়।"

বিশ্ববিদ্যালয়ত থকা কেই বছৰ ডাৰ্কে ইউজেনি আৰু পাউলা আৰ্ণল্ডৰ ঘনাই লগ পাইছিল। কিন্তু চেলিনাই লক্ষ্য কৰিছিল যে ডাৰ্কে তেওঁলোকৰ সঙ্গ বৰ পচন্দ নকৰিছিল। এইটোৱেত চেলিনাই বেয়া পোৱা নাছিল। তেওঁ জানিছিল যে অৰ্থৰ অভাৱৰ কাৰণেই ডাৰ্ক পিচুৱাই থাকিছিল। পৰিয়াল দুটাৰ ভিতৰত থকা ব্যৱধানটো ডাৰ্কৰ চকুত পৰাটো ভালেই হৈছে। আৰ্ণল্ডৰ গেৰেজত পাচখন মটৰকাৰ। তাৰে এখন ইউজেনিৰ। পাউলাৰো নিজৰ মটৰকাৰ আছে। চিকাগোৰ ছোৱালী বিলাকৰ ভিতৰত গেচৰ মটৰগাড়ী চলোৱা তেওঁ পঞ্চম জনী। নিচেই কম বয়সতে তেওঁ মটৰ লৈ চিকাগোৰ বলিভাৰ্দ বিলাকত বতাহ খাই ফুৰিছে। গাড়ী চলোৱাত তেওঁ পাকৈত আৰু তাত অত্যন্ত সুখ পায়। ডাৰ্কৰ প্ৰতি তেওঁ বৰ আকৃষ্ট। এই কথাও চেলিনাৰ জনা আছে। শেষৰ দুই এবছৰ ডাৰ্কে পউলাৰ কথা বৰকৈ নকৈছিল। চেলিনাই ইয়াৰ কাৰণ কি জানিছিল। ডাৰ্কে দুয়ো পৰিয়ালৰ মাজত থকা আৰ্থিক ব্যৱধানটো বৰকৈ অনুভৱ কৰিছিল।

মাজে সময়ে ইউজেনি আৰু পউলা ডিজঙৰ ফাৰ্ম্মলৈ আহিছিল। সৰোবৰৰ উত্তৰ তীৰত নতুনকৈ বন্ধা তেওঁলোকৰ ঘৰৰ পৰা দূৰ দক্ষিণত থকা ডিজং ফাৰ্ম্মলৈ এই দূৰত্ব খিনি মটৰ গাড়ীৰে তীব্ৰবেগে গৈ তেওঁলোকে অলপ কেইমিনিটমান সময়তে পাইছিল। ইউজেনিয়ে পকা লণ্ডন নগৰীৰ অভিজাত সম্প্ৰদায়ৰ যুবকৰ দৰে দামী, ধুনীয়া সাজপাৰ পিন্ধিছিল। পউলাই ইউজেনিৰ দৰে ক্ৰিড়ামোদীৰ সাজ-পাৰ পিন্ধা নাছিল। তেওঁ কৈছিল যে তেওঁ সেই শ্ৰেণীৰ ছোৱালী নহয়। ক'লা, পাতল, এই ছোৱালীজনীৰ চকু যুৰি বৰ উজ্জ্বল আছিল।

পউলাই কলে, "মই ধনী মানুহকহে বিয়া কৰাব লাগিব। এতিয়া মানুহে ককা দেউতাক "মাংসৰ-সদাগৰ" বুলিব এৰি দিছে। তেওঁৰ পৰা লক্ষ লক্ষ ভলাৰো কাঢ়ি নিছে। গতিকে কাৰ্য্যতঃ আমি এতিয়া বাটৰ ভিকহু।"

ডাৰ্কে কলে, "দেখোতে তেনে যেনেই দেখি।" ডাৰ্কৰ মন্তব্যত তিক্ততা সনা আছিল।

"এৰা, এইটো সচাঁ। যোৱা দহ বছৰৰ ওপৰৰ অপপ্ৰচাৰ। যেচেৰা দেউতাৰ দুৰ্ভাগ্য। ককা দেউতা অৱশ্যে ভাঠ। ১৯১০ চনৰ শেষ অভিযোগৰ বৰ্ণনা মই পঢ়িছো। মোৰ ধাৰণা, যে ককাদেউতাই জেছিজেমূছক দাতাকৰ্ণ হিচাবে দেখুৱাইছে।

তেওঁৰ বয়সত মানুহৰ মনত ভয়ৰ সঞ্চাৰ হোৱাটো স্বাভাৱিক। মানুহৰ বয়স সত্তৰৰ ওপৰ হলে পৰকালৰ শাস্তি আদিৰ বিষয়ে মনত সন্দেহ শঙ্কা আদি উপস্থিত হব পাৰে। কিন্তু মৰমৰ ককা দেউতাৰ দৰে দস্যুৰ মনত কোনো শঙ্কা বা সন্দেহ নাহে। তেওঁৰ প্ৰাণবায়ু বাহিৰ হৈ নোযোৱা পৰ্য্যন্ত সংগ্ৰাম কৰিব। ককা দেউতাৰ নাও শকত আছিল। এই নাও সহজে ডুবিব নোৱাৰে। কিন্তু দেউতাই কয়, যে যদি যুদ্ধ এটা নালাগে, নাইবা তেনে কোনো বৃহৎ ঘটনা নঘটে, তেন্তে আমাৰ পেকিং শিল্পৰ নাও ডুবিব।"

ইউজেনিয়ে গুণ-গুণাই কৈ উঠিল, "বক্তৃতাৰ অলঙ্কাৰ শাস্ত্ৰ!"

পউলা, ডাৰ্ক, ইউজেনি আৰু চেলিনা—চাৰিওজনে তেওঁলোকৰ পৰ্টিকোত বহিছে। ঘৰৰ দক্ষিণ পশ্চিম কোণত এই পৰ্টিকো চেলিনাই সজাইছে। পউলাই অৱশ্যে ওলমা বিচনা এখনত বহি জুলনি দি আছে। এবাৰ ভৰিৰে মজিয়া চুই ঠেলিদি পুনঃ জুলনি দি থাকে।

পউলাই ইউজেনিৰ সমালোচনাটোৰ প্ৰত্যুত্তৰ দি কলে, "মোৰ কথা যিনি অলঙ্কাৰ শাস্ত্ৰৰ পৰ্য্যায়ত পৰিছে যেতিয়া অলঙ্কাৰটো শেষ কৰাই উচিত হব। মৰমৰ ককাদেউতা আগৰেই এই নৌযাত্ৰাৰ কেপ্টেইনৰ কাম কৰিছে; দেউতা মাত্ৰ এজন সহকাৰী হে। আৰু তুমি ইউজেনি তাৰ কেবিন বয়।" ইউজেনি এবছৰ আগতে সেই ব্যৱসায়ত সোমাইছে।

ইউজেনিয়ে উত্তৰ দিলে, "মই গাহৰিৰ মাংসকেই ঘৃণা কৰো। গতিকে মোৰ পৰা সেই ব্যৱসায়ত কি আশা কৰিব পাৰা।" ইউজেনিয়ে গাহৰি বধা 'খোৱাৰ' আদিকো অন্তৰেৰে ঘৃণা কৰিছিল।

চেলিনা থিয় হ'ল আৰু পৰ্টিকোটোৰ-মূৰলৈ খোজ কাঢ়ি গল। হাতেৰে চকুত ছাঁ কৰি ধৰি তেওঁ সমুখৰ পথাৰৰ পিনে চাই পঠিয়ালে। "সোৱা আদামে দিনৰ শেষৰটো বোজা লৈ আহিব ধৰিছে। এতিয়া তেওঁ চহৰলৈ গাড়ীলৈ যাব। কৰ্ণেলিয়াছ এঘণ্টা আগতে গৈছে।" ডিজং ফাৰ্মৰ পৰা চহৰলৈ আজিকালি দুগাড়ীকৈ বস্তু যায়। ঘোঁৰাৰ গাড়ীৰে লাহে লাহে বস্তু নিয়াৰ সলনি এখন মটৰলৰী কিনি তাৰ যোগে বজাৰলৈ বস্তু পঠিওৱাৰ কথা চেলিনাই মনতে ভাবিছিল। তেওঁ ঘৰৰ খটখটিৰে অলপ নামি গৈ আদাম ব্ৰাচে গাড়ীত বস্তু বোজাই দিয়া চালে গৈ। খটখটিত নামি অলপ ঘূৰি তেওঁ ইউজেনি ইতক কলে, "তোমালোক দুজনে সন্ধ্যাৰ আহাৰলৈ

নাথাকা কিয়? আহাৰৰ সময়ত তৰ্কাতৰ্কি কৰি গধূলিৰ শীতল সময়ত ঘৰলৈ 'যাব পাৰিবা।" পউলাই কলে, "ধন্যবাদ, মই থাকিম। সিদ্ধ, অসিদ্ধ, সকলো প্ৰকাৰৰ শাক পাচলি দিব লাগিব। সিদ্ধ পাচলি বোৰ ঘিউত জুবুৰিয়াই দিব, যাতে ঘিউৰ টোপ পৰি থাকে। ময়ো আপোনাৰ লগতে পথাৰলৈ যাম আৰু মৌদমূলাৰ বা যেৰি এণ্টয়নেট আদি গ্ৰাম্য ছোৱালীৰ দৰে নিজে শাক-পাচলি তুলিম।"

ফৰাচী গোবোহা থকা চটি জোতা আৰু ৰেচমৰ মোজা পিন্ধি পউলা গৈ পথাৰৰ খেতিৰ শাৰীৰ ভিতৰত সোমাল গৈ। ডাৰ্কে খৰাহিটো লৈ কাষে কাষে গল।

প্ৰথমতে তেওঁ আদেশ কৰিলে, "এস্পাৰাগাছ"। তাৰ পিচত তেওঁ কলে, "কিন্তু ক'তা? সৌখিনি নেকি?"

ডাৰ্কে হালি খৰাহিটোৰ পৰা এস্পাৰাগাছৰ শিপা কটা কেকোৰা কটাৰী এখন লৈ কলে, "মূৰ্খ"। মাটিৰ তলৰপৰা খান্দি উলিয়াব লাগিব। মাটিৰ তিনি চাৰি ইঞ্চি তলত ইয়াৰ শিপা থাকে। তাৰ পৰা কাটি উলিয়াব লাগে।

"এইটো কাম মোক কৰিবলৈ দিয়া" এই বুলি কৈ পউলাই ৰেচমৰ কাপোৰেৰে সৈতে আঠুকাঢ়ি বোকাত বহি গল আৰু 'এস্পাৰাগাছ'ৰ মূল ভালেওখিনি কাটি নষ্ট কৰিলে। তাৰ পিছত তেওঁ সেই কাম কৰিবলৈ এৰিদি ডাৰ্ক পাকৈত হাতেৰে কটাৰী লগাই সেইবোৰ কেনেকৈ তোলে তাকে চাই থাকিল। "আমি মূলা, বিলাহী, লেটুছ, মটৰ, আৰ্টিছোক, ইত্যাদিও লও ব'লা—

"আৰ্টিছোক কালিফৰ্ণিয়াত হে হয়, ইলিনইছত নহয়" ডাৰ্কে কলে। কিন্তু ডাৰ্কে আজি আগতকৈয়ো কমকৈ কথা কৈছে। তেওঁ চিন্তাযুক্ত।

পউলাই এইটো লক্ষ্য কৰি কলে, "তোমাৰ মুখত অথেলোৰ বিষাদ কেলেই?"

"তুমি যে ধনী মানুহ এজনক বিয়া কৰাবা বুলি কলা, সেইটো সঁচা নহয়তো?"

"মই তাকে কৰিব খুজিছোঁ। কিয়, তোমাৰ মতে মই কোন ধৰণৰ মানুহক বিয়া কৰাব লাগে?" ডাৰ্কে নীৰৱে তেওঁৰ পিনে চালে। পউলাই হাঁহিলে। "এৰা; মই কৃষকৰ আদৰ্শ পত্নী নহয় নেকি?"

"মই কৃষক নহয়।"

"তেন্তে তুমি স্থাপত্য-শিল্পী।" "হোলিছ আৰু স্প্ৰেগ" কোম্পানীৰ নক্সাদাৰ হিচাবে তোমাক তেওঁলোকে প্ৰত্যেক সপ্তাহে নিশ্চয় পচিশ কৈ দিয়ে।"

গহীনভাবে ভাৰ্কে কলে, "পয়ত্ৰিছ। সেইটোৰ ইয়াৰ লগত কি সম্বন্ধ আছে।"

"একো বস্তু নহয়, প্ৰিয়তম।" পউলাই এখন ভঙ্গি আগবঢ়াই দি কলে, "এই চটি জোতাৰ দাম ত্ৰিশ।"

"মই সদায় পয়ত্ৰিছকে পাই নাথাকোঁ। এইটো বুজিবৰ জোখাই তোমাৰ বুদ্ধি আছে। দেউতাকৰ নাম নথকা হেতেন ইউজেনিয়ে এইখিনিকে নেপালে হেঁতেন।

পউলাই তেওঁক শুধৰাই কলে, "ককা দেউতাকৰ নাম নথকা হেঁতেন বুলি কোৱা। তেওঁ যে নেপালেহেঁতেন সেই কথা মই নদি কব নোৱাৰো। ইউজেনি জন্মাবধি মেকানিক। তেওঁলোকে এওঁক বাধাহীন ভাবে কাম কৰিব দিলে ইয়াৰ প্ৰমাণ পোৱা যাব। ইঞ্জিন বুলিলেই এওঁ পাগল। কিন্তু নহয়—"লক্ষপতিৰ পুতেকে সাধাৰণ ব্যৱসায়ীৰ ঘৰত ব্যৱসায় শিকিছে"। কাম কৰা চোলা আৰু টুপী পিন্ধি থকা অৱস্থাত ইউজেনিৰ ছবি ৰবিবাৰৰ কাকতত। ইউজেনিয়ে দহ বজাত মিছিগানৰ অফিচলৈ যায় আৰু চাবি বজাত গুচতে। বাটত, গাই গৰু, বলদ গৰু কোনটো কি একো কব নোৱাৰে।"

"মই ইউজেনিৰ কথালৈ মূৰ ঘমোৱা নাই তোমাৰ কথাহে কৈছোঁ। তুমি বিয়াৰ কথা ধেমালি কৰি কৈছা, নহয় জানো?"

"মই ধেমালি কৰা নাই। মই দুখীয়া বা আনকি মজলীয়া ধৰণে ধনী হবলৈকো ইচ্ছা নকৰো। মই ধনৰ ওপৰত বাগৰি আছো। মোৰ বয়স মাত্ৰ চৌব্বিছ বছৰ। মই চাৰিওফালে চাইছো।"

বুট জোতাৰে ভাৰ্কে পালং শাকৰ পাত এটা গুৰি মাৰি চিপ্তিকাই দি কলে, "তুমি অন্যান্য মানুহতকৈ মোক বেচি ভাল পোৱা।"

"ভাল অৱশ্যে পাওঁ। মোৰ সৌভাগ্য।"

"তেনেহলে।"

"তেনেহলে এই শাক পাচলিখিনি লৈ গৈ আগতে আদেশ দিয়ামতে বিউত ভজাওঁগৈ বলা।"

পউলাই পাচলিৰ গধুৰ খৰাহিটো তুলিবলৈ চেষ্টা কৰা যেন দেখুৱালে। তাৰ্কে জোৰ কৰি তেওঁৰ হাতৰ পৰা সেইটো কাঢ়ি নিলে। পউলাৰ হাতৰ তলুৱাখন ৰঙা পৰিল। তেওঁ দুখ মনে সেই ফালে চাই থাকিল। তাৰ্কে তেওঁৰ কান্ধত থাপ মাৰি ধৰি জোকাৰি দিলে। "পউলা, শুনা। তুমি কব খোজানেকি যে এজন মানুহৰ অজস্র ধন থকা হেতুকেই তেওঁক তুমি বিয়া কৰাবা ?"

"অজস্রধন থকা হেতুকেই হয়তো নহয়। কিন্তু ধনৰ কথাটো নিশ্চয় লেখত লম। পথাৰৰ মাজত এবস্তা আলুক খুন্দিবাৰ দৰে মোক যি জন মানুহে খুন্দিয়ায় তেনে মানুহ এজনতকৈ ধনী মানুহ এজন নিশ্চয় বেচি ভাল হব।

"ঔ! বুজিলো। মোক ক্ষমা কৰা। কিন্তু শুনা পউলা। মই—এই—জানো—মই এজন স্থাপত্য শিল্পীৰ অফিচত সোমাইছো। বহুত বছৰৰ পিছতহে মোৰ···

"এৰা। কিন্তু মোৰ প্ৰয়োজনীয় লক্ষ লক্ষ ডলাৰ পাওঁতেও বহুত বছৰ লাগিব। গতিকে কিহৰ কাৰণে চিন্তা ? আৰু যদি পাও পৈয়ো, তথাপি আমি দুয়ো আগৰ দৰে বন্ধুত্ব ৰক্ষা কৰি থাকিব পাৰো।"

"অনুগ্ৰহ কৰি বন্ধ কৰা। সেই চতুৰ তৰ্ক মোৰ লগত নকৰিবা। মনত ৰাখিবা, মই তোমাক তোমাৰ দহ বছৰ বয়সৰ পৰাই জানো।"

"মোৰ হৃদয় কিমান ক'লা, সেইটোও জানা। প্ৰকৃততে তোমাক এনে ধুনীয়া আৰু সহৃদয় ছোৱালী এজনী লাগে যিয়ে দেখিয়েই এস্পাৰাগাছ আৰু মটৰৰ পাৰ্থক্য ধৰিব পাৰে আৰু যিয়ে ইয়াৰ পৰা তোমাক ৰান্ধনী ঘৰলৈ লৈ যাবলৈ আগবাঢ়ি আহিব।"

"ভগবান তেনে নকৰক!"

ছমাহ পিছত থিওদোৰ এ. ষ্টৰ্ম নামৰ পঞ্চাছ বছৰীয়া ধনী ব্যৱসায়ী এজনৰ লগত পউলা আৰ্লেণ্ডৰ বিয়া হৈ গল। এই ভদ্ৰলোক জন পউলাৰ দেউতাকৰ বন্ধু। তেওঁ বহুতো কোম্পানীৰ মুৰব্বী, বহুতো বেঙ্কৰ অংশীদাৰ, বহুতো কৰ্পোৰেচনৰ ডিৰেক্টৰ।

এওঁৰ তুলনাত বুঢ়া আগষ্ট-হেম্পেলৰ ব্যৱসায়ো নিতান্ত নগণ্য যেন অনুমান হয়। তেওঁ ৰা অগ্ৰকোস্নোৱে এওঁক কেতিয়াও টেদি বুলি নামাতে। থিওদোৰ ষ্টৰ্ম দীঘল-ডাঙৰ মানুহ—ঠিক শকত-আৱত নহয়;

কিন্তু সেমা প্ৰধান বিধৰ লোক। ওখ নোহোৱা হৈছেন, তেওঁক দেখাত কুৎসিৎ হলহৈতেন। তেওঁৰ মুখ বগা আৰু গম্ভীৰ, চুলি ধুনীয়া ঘন আৰু ক'লা; কিন্তু এই চুলি ক্ৰমৰ ওচৰত পকিবলৈ আৰম্ভ কৰিছে। সাজ-পাৰ পিন্ধাত তেওঁ বৰ পৰিপাটি ধৰণৰ আছিল। কেবল, তেওঁৰ নেকটাই টো দেখাত শুবনী নহয়। লেকছোৰ ড্ৰাইভত পউলাৰ কাৰণে তেওঁ এটা চহৰীয়া ঘৰ বন্ধাইছে। এই ঘৰ থকা অংশটো গোল্ড কোষ্ট বুলি জনাজাত। ঘৰটো দেখাত সৰু সুৰা ৰাজহুৱা পুথি ভঁৰাল, এটা যেন দেখি। লেক ফৰেষ্টৰ সিফালে উত্তৰ তীৰত এটা সাধাৰণ কুটীৰো আছিল। এই ঘৰৰ সমুখৰ মাটি খণ্ড ক্ৰমে সৰোবৰলৈ নামি গৈছে। ঘৰৰ চাৰিওফালে বহুত একৰ জুৰি ধুনীয়া পাৰ্কৰ দৰেকৈ ৰখা কাঠনি। তাত উমলিবলৈ আলিবাট, গছ্বৰ, জুৰি, দলং, ঘোঁৰাশাল, ঘোঁৰাদৌৰৰ পথাৰ, ফুলনি, গৰু মহৰ পাম, তটিনী, চকিদাৰৰ ঘৰ (চেলিনাৰ ফাৰ্ম ঘৰত কৈ দুগুণ ডাঙৰ) ইত্যাদি সকলো আছে। তিনি বছৰৰ ভিতৰত পউলাৰ দুটা সন্তান জন্মিল—এটা লৰা, এজনী ছোৱালী। "এই; খতম।" তেওঁ কলে। পউলাৰ বিয়া এটা প্ৰকাণ্ড ভুল, তেওঁ এইটো জানে। কাৰণ তেওঁৰ বিয়াৰ অলপ কেইমাহ মান পাচতে ১৯১৪ চনত মহা সমৰ লাগিলত, হেম্পেল-আৰ্নল্ডৰ ব্যৱসায়ত প্ৰচুৰ লাভ হবলৈ ধৰিলে।

আমেৰিকাৰ গৰু-গাহৰিৰ মাংস জাহাজে জাহাজে ইউৰোপলৈ ৰপ্তানি হবলৈ ধৰিলে। দু বছৰৰ ভিতৰতে হেম্পেলৰ সমৃদ্ধি পূৰ্ব্ব সকলো সময়তকৈ বেছি হ'ল। বেলজিয়ামৰ আহত সৈন্য বিলাকৰ সহায় কাৰ্য্যত পউলা ঘনিষ্ঠ ভাবে জড়িত হৈ পৰিল। গোল্ড কোষ্টৰ সকলো মানুহে এই কাৰ্য্যত জপিয়াই পৰিল। ধুনীয়া মহিলা মিচেছ থিওদোৰ এ. ষ্টৰ্মে তেওঁৰ দাতব্য দোকানত বেলজিয়ামৰ আহত লোকসকলৰ সহায়কাৰ্য্য পৰিচালনা কৰিলে।

ডাৰ্কে কেইবা মাহো পউলাক দেখা নাই। এদিন শুক্ৰবাৰে আবেলি হঠাতে পউলাই "হোলিছ আৰু স্প্ৰেগ"ৰ অফিচত ডাৰ্কৰ লগত কোণত কথা পাতিলে।

"তুমি আমাৰ ঘৰলৈ আহা আৰু শনিবাৰ আৰু ৰবিবাৰ এই দুটা দিন ইয়াতে কটোৱাহি। আজি আবেলি আমি পৰগাণাৰ ঘৰলৈ যাম। বেলজিয়ামৰ আহত সকলৰ শুশ্ৰূষাৰ ব্যৱস্থা কৰি মই ভাগৰি পৰিছোঁ। লৰাছোৱালী হালক ৰাতিপুৱাই বাহিৰলৈ পঠিয়াম। মই সিমান সোনকালে

ওলাব নোৱাৰিম। আজি আবেলি চাৰিবজাত মই তোমাক অহা গাড়ীতে লগ ধৰিম আৰু মোৰ গাড়ীত লৈ আহিম।"

"মই সপ্তাহান্তটো মা'ৰ লগতে কটাম। মই যাম বুলি তেওঁ আশা কৰি আছে।"

"তেওঁকো লৈ আহিবা।"

"তেওঁ নাহে। তুমি জানা যে মা'ই বিলাসিতা পচন্দ নকৰে।"

"কিন্তু প্ৰকৃততে আমি ইয়াত খুব সাধাৰণভাবে থাকো। প্ৰায় গ্ৰাম্য ধৰণেই। ডাৰ্ক, জৰুৰ আহিবা। তোমাৰ লগত এটা পৰিকল্পনাৰ কথা আলোচনা কৰিব লগীয়া আছে।…কাম কেনে লাগিছে?"

"ভালেই লাগিছে। এতিয়া ঘৰ-বন্ধা কাম কমিছে।"

"তুমি আহিবা?"

"মই নাভাবো যে মই—"

"মই চাৰি বজাত তোমাক লগ ধৰিম। মই গাড়ীত উঠা ঠাইত থাকিম। মোক বৈ থাকিবলৈ বাধ্য নকৰিবা। চাৰি বজাৰ পিছত গাড়ী পাৰ্ক কৰা ঘৰৰ ভিতৰত গাড়ী বৈ থাকিলে পুলিছে প্ৰশ্ন সুধি বিতত কৰে।"



# পোন্ধৰ

ফাৰ্মৰ টেলিফোনত ডাৰ্কে যেতিয়া মাকৰ লগত কথা পাতিলে তেতিয়া চেলিনাই ফোনতে কলে, "তুমি দৌৰি আহা। মন ভাল লাগিব। কেইবা সপ্তাহো তুমি হাঁহৰ দৰে খঙাল হৈ আছা। তোমাৰ চাৰ্টৰ কি হ'ল? যোৱা শীতকালতে তুমি এযোৰা ফ্লেনেলৰ টেনিছ পেন্ট এৰি গৈছা। পৰিষ্কাৰে আছে। তোমাক সেই যোৰা নালাগে নে?..."

টাউনত থকা সময়ত ডাৰ্ক ডেমিং প্লেচত অৱস্থিত তিনি মহলাৰ পুৰণি ঠাঁচৰ কিন্তু ধুনীয়া বিল্ডিং এটা তৃতীয় মহলাৰ সমুখৰ ডাঙৰ কোঠালি এটাত থাকে। সমুখৰ কোঠালিটো বহা ঠাই আৰু ভিতৰৰ কোঠালিটো শুৱা ঠাই হিচাবে ব্যৱহাৰ কৰে। ডাৰ্ক আৰু চেলিনা দুয়ো এই কোঠালি নতুনকৈ সজাইছে। কোঠালিৰ আগৰ আচবাববোৰ তেনেই পৰিবৰ্তন কৰি পেলাইছে। আগৰ বস্তুৰ ভিতৰত এখন বিছনা, এখন মেজ আৰু এখন আৰামী চেয়াৰ ৰাখিছে। এই চেয়াৰখনৰ ৰং মৰহি গৈছে যদিও তাৰ ব্ৰোকেদ কৰা কামৰ পৰা আগতে যে সেইখন ধুনীয়া আছিল তাৰ আভাস পোৱা যায়। ডাৰ্কে কিতাপবিলাক এখন বেৰাৰ কাষত মুকলি চেল্ফত থলে। তেওঁ টেবিল আৰু ডেস্কৰ ওপৰত ধুনীয়া আবৰণ বিশিষ্ট লেম্প থলে। ইয়াৰ ফলস্বৰূপে কোঠালিটো ধুনীয়া হৈ পৰিল। তেওঁ তাতে থাকিল। কোঠালি সজ্জিত কৰা প্ৰসঙ্গত চেলিনাই দুই এদিনৰ কাৰণে চহৰলৈ অহা-যোৱা কৰিলে। বস্তু নীলাম কৰা আৰু পুৰণা বস্তু বিক্ৰি কৰা ঠাই বিলাকত তেওঁ ঘূৰি ফুৰিব লগা হ'ল। এই ধৰণৰ কামত তেওঁ বৰ পাকৈত। নতুন ধৰণৰ, বাৰ্নিছ কৰা আচবাব তেওঁ ভাল নাপায়।

চেলিনাই কয়, "চেয়াৰ, টেবিল, ইত্যাদি সঁজুলিবোৰ যিমান ধুনীয়াই নহওক লাগে তাৰ ব্যৱহাৰ আছে। মাজে সময়ে তাক জাৰি-জোকাৰি নতুনকৈ ৰং দিব লাগে। চাকৰ নাকৰে অযত্ন কৰিবই। ধূলি মাকতি তাত লাগিবই। অ'ত-ত'ত খুন্দা খাবই। তাৰ ওপৰত বহা যায়, তাত বহি খোৱা হয়। কেতিয়াবা, তাৰ ওপৰত শোৱাও হয়। এইদৰে ঘনিষ্ঠ ভাবে ব্যৱহাৰ হলেহে সঁজুলিবোৰৰ প্ৰকৃত চৰিত্ৰ ফুটি উঠে। ইবোৰো প্ৰায় মানুহৰ দৰে। পাৰ্তাছৰ দেউতাকে সত্তৰ বছৰ আগতে নিজ হাতেৰে তৈয়াৰ

কৰা 'মেপল' কাঠৰ মেজ এখন আমাৰ ঘৰত আছে। সময় আৰু ঘঁহনিৰ দাগ তাত বাৰুকৈয়ে পৰিছে। তথাপি ৰাবাছ এভিনিউত থকা মেহগেনি কাঠৰ সকলোবোৰ ধুনীয়া টেবিলত কৈ এইখনহে মোৰ বেচি ভাল লাগে।

মাজে সময়ে এইদৰে চহৰলৈ যাবলগীয়া হোৱাত তেওঁ ভাল পাইছিল। এইদৰে যোৱা দিন কেইটা তেওঁৰ আনন্দদায়ক বন্ধৰ দিন যেন লাগিছিল। ডাৰ্কে মাকক থিয়েটাৰলৈ লৈ যায় আৰু তাত চেলিনাই মুগ্ধহৈ বহি থাকে। নাট্য মঞ্চত আনন্দলাভৰ শক্তি তেওঁৰ এতিয়াও সবল-সতেজ হৈ আছে। ছোৱালী কালতে, দেলিষ্টক কোম্পানীৰ সময়ত তেওঁ পিতাক চিমিয়ন পিকৰ লগত গৈ ধুনীয়া চেয়াৰত বহি নাট্যাভিনয় উপভোগ কৰিছিল। মানুহৰ মতে, চেলিনাৰ জীৱনত ৰোমান্স আৰু দুঃসাহসিক কাৰ্য্যৰ অভাৱ। অথচ, আচৰিত কথা, তেওঁ কথা ছবি মুঠেই ভাল নাপায়। তেওঁ কয়, "কথাছবি আৰু নাট্যাভিনয়ৰ ভিতৰত বিৰাট ব্যৱধান। নাট্যাভিনয়ৰ পৰা মই আনন্দৰ যি শিহৰণ অনুভৱ কৰো, কথা ছবিত সি পাবলৈ নাই। জীৱন্ত শিশুৰে যেতিয়া খেলা কৰিব পাৰি, তেতিয়া কাগজৰ শিশুৰে খেলা কৰাটো একপ্ৰকাৰ মূঢ়তা।"

বিস্তীৰ্ণ চহৰ খনৰ আচহুৱা কোনবিলাক চাই ফুৰিবলৈ আগ্ৰহ জন্মিল। প্ৰত্যেক বাৰতে তেওঁ নতুন নতুন বস্তুও আবিষ্কাৰ কৰিবলৈ ধৰিলে। মুঠতে, কম সময়ৰ ভিতৰতে তেওঁ চিকাগো চহৰ ডাৰ্কতকৈয়ো বেচি ঘনিষ্ঠ ভাবে জানি ললে। বুঢা আগষ্ট হেম্পেল এই চহৰৰ অৰ্দ্ধ শতাব্দীৰো অধিক কাল আছে। কিন্তু তেওঁ ঘৰ আৰু কামৰ চোতালৰ ভিতৰতে ঘড়িৰ ওলোমৰ দৰে অহাযোৱা কৰি থাকি চহৰৰ বিভিন্ন অংশ চোৱা নাই। এই আগষ্ট হেম্পলতকৈয়ো বেচি ভালদৰে চেলিনাই চিকাগো চহৰখন জানি ললে।

চিকাগো চহৰৰ যিবোৰ কথাই চেলিনাক আকৃষ্ট কৰিলে সেইবোৰে ডাৰ্কক তেনেই আকৃষ্ট কৰিব নোৱাৰিলে। মাজে সময়ে তেওঁ ডাৰ্কৰ বোৰ্ডিঙত খালী পৰি থকা কোঠালি এটা দুই এদিনৰ কাৰণে লয়। গধূলি ডাৰ্ক অফিচৰপৰা উভতি আহিলত চেলিনাই হেপাই-ফেঁপাই কয়, "তুমি কি ভাবা মই উত্তৰ-পশ্চিম ফালে গৈছিলোঁ। সেই খণ্ড ঠাই এখন ভিন্ন জগত। সেই খণ্ড পোলণ্ড। তাত কেথিড্ৰাল, দোকান, আৰু ৰেষ্টোৰাঁ আছে। ৰেষ্টোৰাঁ বিলাকত ওৰেই দিন বহি থাকি মানুহবিলাকে বাতৰি

কাকত পঢ়ি, কফি খাই, ডমিনো খেলি বা তেনে কোনো কাম কৰি সময় কটাই দিয়ে। মই তাত কি পালো বুলি ভাবিছা? গোটেই পৃথিবীৰ ভিতৰতে চহৰ বিশেষ হিচাবে চিকাগো চহৰতেই সৰ্ব্বাধিক সংখ্যক পোলণ্ডীয় লোকে বাস কৰে গোটেই পৃথিবীৰ ভিতৰতে।" অন্যমনস্কহে ডাৰ্কে সোধে, "হয়নে?"

আজি আবেলি ফোনত মাকৰ লগত কথা হওঁতে ডাৰ্কক অন্যমনস্ক যেন নালাগিল।" নিশ্চয় তুমি বেয়া নোপোৱাতো? তেন্তে অহা শনিবাৰে মই বাহিৰ হম। অথবা অহা সপ্তাহৰ মাজ ভাগতে বাহিৰহে নিশা থাকিমগৈ......তোমাৰ ভাল তো?"

"মোৰ সম্পূৰ্ণ ভাল। তুমি পউলাৰ নতুন ঘৰৰ সবিশেষ জানি লবা, যাতে সেই বিষয়ে মোক জনাব পাৰা। জুলিয়ে কৈছে এই ঘৰ বোলে উপন্যাসত পোৱা বিধৰ ঘৰ। তেওঁ কৈছে বুঢ়া আগষ্টে হেনো মাত্ৰ সেই ঘৰ দেখিয়ে সেই পিনে আৰু নাযায়—নাতি-নাতিনীহঁতক চাবলৈকো যোৱা নাই।"

চিকাগোত তেতিয়া মাৰ্চ্চমাহ। দিনটো কিন্তু সিমান গৰম নহয়। বসন্তৰ পূৰ্ণ পয়োভৰ। ডাৰ্কে অফিচৰ ঘূৰি থকা দুৱাৰখন খুলি ৰাস্তালৈ ওলাল। তেওঁৰ গাত মধুৰ বতাহ লাগিল। ওলায়েই ডাৰ্কে দেখিলে পউলাই তেওঁৰ ৰোদষ্টাৰ গাড়ীখন লৈ কাৰ্ব্বত ৰৈ আছে। তেওঁৰ গাত ক'লা সাজ-পাৰ। চিকাগোৰ মধ্যবিত্ত শ্ৰেণীৰ সকলো বিলাসী তিৰোতাই এনে ৰঙৰ সাজপাৰ পিন্ধে। মহাসমৰৰ দুটা বছৰৰ ভিতৰত পেৰিচ চহৰৰ মানুহৰ স্বামী, ভাই, লৰা বহুতো মৃত্যুৰ মুখত পৰিছে। পেৰিচ বাসী সকলোৱে ক'লা সাজপাৰ পিন্ধিছে। আমেৰিকাক অৱশ্যে মহাসমৰে স্পৰ্শ কৰা নাই। কিন্তু আমেৰিকাবাসীৰ শোকৰ এই বৰণটো ধুন হিচাপে অনুকৰণ কৰিলে। এতিয়া মিছিগানৰ বলিভাৰ্দ আৰু পঞ্চম এভিনিউৰ মানুহে 'ক্ৰেপ' আৰু 'চিকন' পিন্ধি ঘূৰি ফুৰে। তেওঁলোকৰ টুপী ক'লা, হাতমোজা ক'লা, জোতা ক'লা। এই বছৰত কলা ৰংটোৱে বিশিষ্টতা লাভ কৰিলে।

পউলাৰ গাত ক'লা ৰঙে ভালদৰে শোভা নকৰে। তেওঁ অলপ ক্ষীণকায়। গতিকে ক'লা সাজ-পাৰে গাম্ভীৰ্য্য ফুটাই তুলিব নোৱাৰে। তেওঁ অৱশ্যে মুখত এবিধ নতুন কাৰ্য্যকৰী ধৰণৰ পাউদাৰ ঘঁহিছে আৰু গলতো বিজ্ঞাপন

বৰণৰ মুকুতামালা এধাৰ পিন্ধিছে; এই মালা তেওঁত বজিতা থাইছে। পউলাই তেওঁৰ কাণে চাই হাঁহিলে আৰু নোমৰ হাতমোজা পিন্ধাত আঙুলিবোৰ বৰ ঘন যেন দেখা হোৱা হাত এখনেৰে তেওঁৰ কাষৰ চামৰাৰ চিটটো থপৰিয়াই দিলে। "মটৰৰ গাড়ীত যাওতে ঠাণ্ডা লাগিব গললৈ টানকৈ বুটাম মাৰি লোৱা। তোমাৰ ব্যাগটো তুলি লবলৈ কলৈ যাব লাগিব? তুমি এতিয়াও ড্ৰেছিং গ্লেচতে আছা নেকি?"

ডাৰ্ক তেতিয়াও ড্ৰেছিং গ্লেচতে আছে। তেওঁ চপল ডেকা। গতিকে অনায়াসে তেওঁ পউলাৰ কাষৰ চিটটোত উঠি বহিল। ঘৈণীয়েকৰ ৰোদষ্টাৰ গাড়ীত উঠিবৰ জোখাৰে থিওদোৰ ইৰ্মে তেওঁৰ শৰীৰৰ অবয়ব ডাঙৰ কৰিবলৈ কেতিয়াও চেষ্টা কৰা নাছিল। এই গাড়ীখনত যাওঁতে তীব্ৰ বেগত যাব, কিন্তু সুখত যাব নোৱাৰি। ভৰি দীঘলকৈ মেলি দি চেপেটাহৈ বহিব লাগে। পউলাৰ ভৰিয়ে চতুৰভাৱে মটৰৰ ব্ৰেক্ আৰু ক্লাটচ পৰিচালনা কৰি গৈছে। তেওঁৰ ভৰিত যথেষ্ট কাপোৰ নাই—মাত্ৰ ক'লা ৰেচমৰ মোজা আৰু ক'লা ছটি জোতা পিন্ধা আছে। কাষত থকা হেঁতেন তেওঁৰ স্বামীয়ে কলে হেতেন—"তোমাৰ গৰম কাপোৰ যথেষ্ট হোৱা নাই। সেই ছটি জোতাৰে গাড়ী চলোৱাটো মূৰ্খামি।" এই মন্তব্য ঠিকেই হল হেঁতেন।

ডাৰ্কে একো নকলে।

তেওঁ যাদুকৰীৰ দৰেকৈ চকা ঘূৰালে। যান-বাহনেৰে পৰিপূৰ্ণ আলিবাটৰ মাজেৰে পনীয়া বস্তু বৈ যোৱাৰ দৰে এনামেলৰ সোঁত-সদৃশ ৰোদষ্টাৰ গাড়ী-খন নদীৰ বেগবস্ত সোঁতৰ দৰেকৈ বেগাই গৈ থাকিল। "গাড়ীখন ইয়াত থমাব নোৱাৰি। লিঙ্কন পাৰ্ক অতিক্ৰম কৰি নোযোৱা পৰ্য্যন্ত অপেক্ষা কৰা। ৰাচ-ষ্ট্ৰিটৰ এই মাৰাত্মক দলংখন কেতিয়া অাতৰাব পাৰিব বুলি ভাবানে?" পউলাই কলে। ডাৰ্কৰ ঘৰ পাই পউলাই কলে, "ময়ো ওপৰলৈ যাম। তোমাৰ ইয়াত চাহ আছে জানো?"

"হায় ভগবান, নাই। তুমি মোক কি বুলি ভাবিছা? ইংৰাজী উপন্যাসৰ যুৱক বুলি?"

"ডাৰ্ক, অভদ্ৰ নহবা।" দুয়ো তিনিখন খটখটি অতিক্ৰম কৰিলে। পউলাই চাৰিওফালে চালে। তেওঁ ঠাইখন অপচন্দ কৰা নাই।" এই ঠাইখিনি বেয়া নহয়। কোনে সজাইছে? তেওঁ? বৰ ধুনীয়া। কিন্তু

তোমাৰ নিজৰ সক ধুনীয়া কোঠালি এটা থকা উচিত। আপোনী লম্ব এটা ৰাখিলে সজোৰা কাম কৰি দিব পাৰিব।"

গভীৰ সুৰত ডাৰ্কে কলে, "এৰা।" তেওঁ মোনাত কাপোৰ ভৰাবলৈ ধৰিছে। অধে-মধে কাপোৰ সুমুৱা নাই। ধুনীয়াকৈ জাপি-জুপি পৰিপাটি ভাবে এখনৰ পিছত এখনকৈ ভৰাইছে। ডাৰ্কে মাকৰ পৰা এই গুণ লাভ কৰিছিল। "মোৰ দৰ্মহা সৰহ নহয়।"

পউলাই বহা কোঠালিটোৰ চাৰিওফালে ঘুৰি-পকি চাই ফুৰিছে।

এবাৰ তেওঁ কিতাপ এখন হাতত লৈছে। তাৰ পিচতে সেইখন থৈছে। চিগাৰেটৰ ছাই পেলোৱা ট্ৰেখন লাৰি চাইছে, নাইবা খিৰিকিৰে বাহিৰলৈ চাইছে। ফটোগ্ৰাফ এখন পৰীক্ষা কৰিছে, অথবা ডাৰ্কৰ টেবিলত থকা চিগাৰেট এটা লৈ হুপিছে। তেওঁৰ গাত অস্থৈৰ্য্য, মনত চাঞ্চল্য; ঠিক মেকুৰীৰ দৰে। "ডাৰ্ক মই তোমাৰ কোঠালিৰ কাৰণে কিবাকিবি পঠাম।"

"ঈশ্বৰৰ দোহাই দি কৈছো, নপঠাবা।"

"কেলেই পঠাব নালাগে ?"

"জগতত দুইবিধ তিৰোতা আছে। এই কথাটো মই কলেজত শিকিছো। এক বিধে পুৰুষৰ কোঠালিৰ কাৰণে বস্তু পঠায়; অন্য বিধে নপঠায়।"

"তুমি বৰ কৰ্কশ "

"তুমি সুধিছা। চোৱা, মোৰ সাজুহৈ ওলোৱা হ'ল। ডাৰ্কে ব্যাগৰ তলাটো বন্ধ কৰিলে। "মই দুখিত যে তোমাক একো দিব নোৱাৰো। মোৰ একো নাই। এগিলাছ মদ বা উপন্যাসত কোৱা দৰে, এটা বিস্কুটো নাই।

দুয়ো পুনঃ আহি ৰোদষ্টাৰ খনত উঠি দ্রুতগতিত যাব ধৰিলে; চেৰিদান ৰোডেৰে আগবাঢ়ি গৈ কবৰখানাৰ কাষেদি ঘূৰি ইভানষ্টন পালে। তাৰ পাছত চহৰৰ বাহিৰত মধ্যবিত্ত সম্প্রদায়ৰ লোক থকা পৰিষ্কাৰ পৰিচ্ছন্ন, অঞ্চল উইলমেট আৰু উইনেটকা অতিক্রম কৰিলে। হাবাৰ্ড উচ্চ পাহাৰৰ কাষত বাস্তাটোৰ ভয়লগা পাক কেইটামান আছে। পউলাই চতুৰ ভাৱে এই পাক কেইটাও অতিক্রম কৰিলে। তাৰ পিচত ৰাস্তাৰ বাকী অংশত তেওঁ গাড়ী উৰন্ত বেগত চলাই লৈ গল।

পউলাই কলে, "আমি আমাৰ ঠাইখিনিক ইৰ্ষউদ বা ইৰ্ষৰ হাৰি বোলো। পৰিয়ালৰ জনৰ বাহিৰে আইনে এই নামটোৰ মৰ্য্যাদা বুজে। তুমি

মুখ বেঁকা নকৰিবা। মই মোৰ বিবাহিত জীৱনৰ বেদনাৰ কথা নকওঁ। তুমি নকবা যে মই সুধিছো।……কাম কেনে লাগিছে ?"

"পঁচা"

"তুমি ভাল নোপোৱা ? কাম ভাল লগা নাই ?" "কাম মোৰ যথেষ্ট ভাল লাগিছে। মাত্ৰ, আমি বিশ্ববিদ্যালয়ৰ নিৰ্ম্মাণ শিক্ষা শেষ কৰি ওলায়েই ভাবো যে আমিও ষ্টেনফোৰ্ড হোৱাইট বা কাছ গিলবাৰ্টৰ দৰেকৈ উলৱৰ্থ বিল্ডিঙৰ দৰে বিল্ডিং কৰি ৰাতিৰ ভিতৰতে প্ৰখ্যাত হৈ পৰিম। যোৱা কালিৰ ওৰেই দিনটো আৰু আজি মই এটা কামৰ খৰচ কৰিছো। পশ্চিমৰ মিলৌকি এভিনিউ আৰু এছলেণ্ডৰ কোনাত ছয় মহলীয়া আৰু শুকান বস্তুৰ বাকছৰ আকৃতিৰ এটা ঘৰ তৈয়াৰ হব ধৰিছে। এইটো নতুন অফিচ ঘৰ। ইয়াৰ প্ৰত্যেক মহলাতে ওলমি থকা ধৰণৰ টয়লেটৰ কোঠালি কেনেকৈ সাজিব পাৰি তাৰে পৰিকল্পনা কৰিব ধৰিছোঁ।"

"এই ঘৰ হওঁতে দহ বছৰ লাগিব ?"

"আজিৰ পৰা দহ বছৰৰ পিচত এনে ঘৰৰ পৰিকল্পনা হয়তো মই অকলে কৰিব লাগিব।"

"এইটো এৰি নিদিয়া কিয় ?"

ডাৰ্ক উচপ খাই উঠিল। "এৰি দিম। কেনেকৈ ?"

"এইটো তেনেই এৰি দি এনে কামত ধৰা যাতে সোনকালে সুফল পোৱা যায়। আজি কালি অপেক্ষা কৰি থকাৰ যুগ নহয়। ধৰা আজিৰ কুৰি বছৰ পিছত তুমি এটা ধুনীয়া গথিক ধৰণৰ অফিচৰ ঘৰ পৰিকল্পনা কৰিলা। মিছিগান বলিভাৰ্দত এই নতুন ঘৰটোৱে সৌন্দৰ্য্য আৰু গৰিমা বঢ়ালে। মানুহৰ কামনা পুৰণ হল। তুমি নিজে কিন্তু তেতিয়া আদহীয়া হবা। এই আদহীয়া বয়সত মধ্যবিত্ত লোকৰ মাজত মধ্যবিত্ত শ্ৰেণীৰ ঘৰ এটাত মধ্যবিত্ত শ্ৰেণীৰ ঘৈণী এজনীক লৈ কাল কটাব লাগিব।"

অলপ থওৰ ভাবত ডাৰ্কে কলে, "সম্ভব। কিন্তু এইটোও সম্ভব যে মই চিকাগোৰ চাৰ ক্ৰিষ্টোফাৰ ৰেন বুলি বিবেচিত হম।"

"চাৰ ৰেন কোন ?"

"হা ভগবান ! তুমি লণ্ডনলৈ কেইবাৰ গৈছা ?"

"তিনি বাৰ।"

"ইয়াৰ পিচৰ বাৰ লণ্ডনলৈ যাওঁতে চেণ্ট পলছ কেথিড্ৰেল" নামৰ সৰু

খুনীয়া ঘৰ এটালৈ নজৰ কৰিবা। মই নিজে ঘৰটো দেখা নাই। কিন্তু মই প্ৰশংসা শুনিছোঁ।"

তেওঁলোকে 'ষ্টৰ্মউদৰ' দুৱাৰ মুখ পালেহি। যদিও গছ আৰু জোপোহা বিলাক উদং উদং যেন হৈ ঠিয়হৈ আছে, তথাপি ঘাঁহনিত ঠায়ে ঠায়ে উজ্বল সেউজীয়া পাতৰ আগমন হৈছে। আবেলিৰ পোহৰ ক্ৰমে নাইকিয়া হৈ আহিল যদিও গছ-গছনিৰ মাজেৰে দূৰত থকা সৰোবৰ বিৰিকি বিনিকি দেখা পোৱা যায়। সূৰ্য্যাস্তৰ সময়ত তাৰ জ্যোতি চমক লগা, উজ্বল নীলমনিৰ দৰে। গাড়ীখনে শেষৰ পাকটো অতিক্ৰম কৰিলে। এতিয়া দুয়োকাষে গছ থকা প্ৰশস্ত ঠাই পোৱা গল। ইয়াৰ পাচত পিলাৰ আৰু পৰ্টিকো থকা এটা প্ৰকাণ্ড ঘৰ। প্ৰবেশদ্বাৰত আহি গাড়ী থামিলত ঘৰৰ দুৱাৰ মেল খালে। টুপী আৰু এপ্ৰন পিন্ধা চাকৰণী ছোৱালী এজনী দুৱাৰ মুখত ঠিয় দিলেহি। গাড়ীখনৰ ওচৰত এজন পুৰুষক দেখা গ'ল। তেওঁ কৰ পৰা আহিল গম পোৱা নগল। তেওঁ ভদ্ৰভাৱে পউলাক সম্ভাষণ জনাই মটৰখন চলাই লৈ গুচি গল। হলৰ ভিতৰত জুই ধৰাই আছিল। তাৰ উত্তাপে তেওঁলোকক আদৰণি জনালে। পউলাই কলে, "তেওঁ তোমাৰ ব্যাগলৈ আহিব। এম্মা, লৰাছোৱালী দুটা কেনে আছে? মিষ্টাৰ ষ্টৰ্ম এইখিনি পাইছেহি নেকি?"

"মিচেচ ষ্টৰ্ম, তেওঁ ফোন কৰিছে। তেওঁ কৈছে, তেওঁ অহাত ৰাতি বহুত হব—হয়তো দহ এঘাৰটা বাজিব পাৰে।

সি যিয়েই নহওক, আপুনি ৰাতিৰ আহাৰ খাবলৈ তেওঁলৈ কোনোমতে অপেক্ষা কৰিব নালাগে।"

বেছি শক্তি সম্পন্ন মটৰ গাড়ী এখন জোৰেৰে চলাই লৈ আহোতে পউলাক এজনী চতুৰ ড্ৰাইভাৰ যেন লাগিছিল যদিও, ঘৰলৈ আহি তেওঁ ততালিকে ঘৰৰ চতুৰ গৃহিণী হৈ পৰিল। নীৰৱে তেওঁ নিৰীক্ষণ কৰিলে, আৰু চকুৰ পলকেৰে নাইবা মূৰৰ দোপেৰে ঘৰৰ চাকৰ-বাকৰক আদেশ দি ঘৰৰ কাম কৰিব ধৰিলে। ডাৰ্কে তেওঁৰ বিশ্ৰামৰ কোঠালিলৈ ততালিকে যাব নেকি? হয়তো ৰাতিৰ টোপনিত পৰাৰ আগতে তেওঁ লৰাছোৱালী হালক চাবলৈ ইচ্ছা কৰিব। নাৰ্চজনীয়ে হয়তো এইটোত আপত্তি কৰিব। এই নাৰ্চ জনী ইংৰাজ মহিলা, বৰ কড়া। ৰাতি সাৰে সাত বজাত খোৱাৰ সময়। তেওঁ ভাল সাজ-পাৰ নিপিন্ধিলেও হব—

তেওঁৰ যি ভাল লাগে। ইয়াত কোনো আনুষ্ঠানিকতা নাই। (পিচৰ দিন দুপৰীয়ালৈ এই সময় খিনিৰ ভিতৰত ডাৰ্কে চাকৰৰ সংখ্যা গণি বাৰটা পালে। তেতিয়ালৈ তেওঁ ৰান্ধনীঘৰ, ধোবাৰ ঘৰ, গৰু-গাধীৰৰ ঘৰ ইত্যাদিৰ ওচৰ চপাই নাই। তাত বা আৰু কিমান চাকৰ আছে।)

ডাৰ্কে তেওঁৰ বিশ্ৰামৰ নিমিত্তে বুলি নিৰ্দ্ধাৰিত কৰা কোঠালিটো পাই দেখিলে, কোঠালিটো যেন বৰ ভয়ঙ্কৰ। কোঠালিটো প্ৰকাণ্ড, বৰ্গাকাৰ। দুয়োকাষে সৰু সৰু খিৰিকি। খিৰিকিৰ দুয়ো কাষে পকা কৰি লগাই দিয়া সীহৰ ফ্ৰেম। এটা খিৰিকীৰে সবোবৰটো অলপ অলপ দেখা যায়। কিন্তু অলপহে। পৰিয়াল থকা কোঠালি কেইটা সৰোবৰৰ কাষৰ পিনে যে অৱস্থিত, এইটো পৰিষ্কাৰকৈ জনা যায়। ডিজং পৰিয়ালৰ নীতি আৰু প্ৰথামতে ঘৰৰ ভিতৰত উত্তম কোঠালি কেইটা অতিথিয়ে পায়। কিন্তু এই ধনীলোক সকলৰ নীতিমতে উত্তম কোঠালি কেইটা গৰাকিয়েহে পায়। অতিথিক সুখত ৰখা অৱশ্যে হয়; কিন্তু তেওঁলোকক গজাটোপৰ দৰে ডাঙৰ কৰা নহয়। ডাৰ্কে এটা নতুন দৃষ্টিভঙ্গী পালে। তেওঁ এই দৃষ্টিভঙ্গীত আচৰিত হ'ল। কিন্তু তেওঁ স্বীকাৰ কৰিলে যে ই যুক্তিযুক্ত। তেওঁ গৈ তেওঁৰ কোঠালি পোৱাৰ আগতে তেওঁৰ মোণাখন আনি তাৰ কানি-কাপোৰ বস্তু-বেহানি উলিয়াই এটা সৰু কোঠালিত ঠিককৈ থৈ দিয়া হৈছে। নিজে নিজে হাহি তেওঁ ভাবিলে, এই কথা মা'ক কব লাগিব।" তেওঁ কোঠালিৰ চাৰিওফালে সূক্ষ্মভাৱে চালে। কোঠালিটোৰ সজোৱা ধৰণটোক অস্পষ্টভাবে তেওঁ ফৰাচী দেশীয় ধৰণ বুলি ভাবিছিল। তেওঁৰ অনুভৱ হল তেওঁ যেন ঘটনাক্ৰমে কোনো এক "ৰেকামিয়েৰ"ৰ প্ৰাসাদ কক্ষত আহি পৰিছে আৰু তাৰ পৰা ওলাব পৰা নাই। তাত আছে গোলাপৰ 'ব্ৰোকেদ' সোণালি জাল, মাখন বৰণৰ লেছ, আৰু গোলাপ কলি। তেওঁ ভাবিলে, "পুৰুষৰ পক্ষে উন্মাদনাৰ কক্ষ।" তেওঁ ভৰিথোৱা টুল এখনত গুৰি মাৰি দিলে। তাত আৰু আছে দীঘল দীঘল আৰ্চ্ছি, ৰেচমৰ ওলোম, মাখন বৰণৰ বেৰা। বিচনাখন লেছেৰে ওলোমাই ৰখা। বিচনাৰ ঢাকনিখন গোলাপী বৰণৰ ৰেচম, পাখিৰ কাম কৰা। তেওঁ বাথৰুমটোও নিৰীক্ষণ কৰি চালে। ই প্ৰকৃততে এটা কোঠালি, ডেছিং প্ৰেচত তেওঁৰ শোৱা কোঠালিতকৈ বহুত ডাঙৰ আৰু ঘৰত তেওঁৰ কাষৰত থকা নিজৰ শোৱা কোঠালিটোৰ সমান। বাথৰুমটোৰ

নীলা আৰু বগা ৰঙৰ কামে চকুত চাত মাৰি ধৰে। চৰিৰাটো প্ৰকাণ্ড আৰু ইমান শক্তিশালী যে ঘৰটো ইয়াৰ চাৰিওফালে বন্ধা যেন লাগে। তাত শাৰীয়ে শাৰীয়ে গামোছা। নীলা, বগা, এই টাৱেল গামোছা বিলাক অসংখ্য মাফৰ—নিতান্ত সৰুও আছে আৰু কাৰ্পেটৰ সমান ডাঙৰো আছে। একেখন "টাৱেলে" সকলোকে আগুৰি পেলাব পাৰে।

এইবোৰ ডাৰ্কৰ মনত গভীৰ ৰেখা-পাত কৰিলে। তেওঁ ঠিৰাং কৰিলে যে তেওঁ গা ধুব, আৰু 'ডিনাৰৰ' কাৰণে উপযোগী সাজপাৰ পিন্ধিব। তেওঁ দেখি আনন্দিত হ'ল যে পউলাই ইতিমধ্যে ক'লা 'চিফন' কাপোৰৰ সাজ-পাৰ পিন্ধি প্ৰকাণ্ড চতি বিশিষ্ট ডাঙৰ কোঠালিটোত জুইৰ কাষত বহিছেহি। এই কোঠালিটোকে পউলাই লাইব্ৰেৰী বোলে। ডাৰ্কে ভাবিলে সেই সাজ-পাৰত পউলাক বৰ ধুনীয়া দেখি, বিশেষকৈ মুকুতাবোৰ পিন্ধা আছেই। পউলাৰ মুখৰ আকৃতি তাচৰ হৰ্তনৰ দৰে, চকু দুটা ডাঙৰ, কোনৰ পিনে অলপ বেঁকা। তেওঁৰ গল সৰু, মিহি দীঘল। তেওঁৰ ক'লা চুলি ওখকৈ বান্ধি কাণৰ পৰা আঁতৰ কৰি দূৰলৈ ৰখা হৈছে। ডাৰ্কে এইটো কথা উল্লেখ নকৰিবলৈ সিদ্ধান্ত কৰিলে।

পউলাই কলে, "ডাৰ্ক, দেখোতে বৰ ভয় লগা হৈছা।"

"এৰা হৈছোঁ। ভোক লাগিলে, মোৰ শান্ত ভাচ প্ৰকৃতিক চেৰ পেলাই পাশবিক চেহেৰা মূৰ্ত হৈ উঠে। বাৰু তুমি এই কোঠালিটোক লাইব্ৰেৰী বোলা কেলেই, চাৰিওফালে বেৰত যিবিলাক চেলফ আছে সেইবোৰ তেনেই খালি। এই কোঠালিত শ শ কিতাপ ৰখাৰ ব্যৱস্থা আছে। অথচ, এতিয়া মুঠতে পঞ্চাছ কি ষাঠিখন কিতাপতকৈ বেচি কিতাপ ইয়াত পৰি থকা নাই।"

পউলাই হাঁহিলে। "কিতাপৰ সংখ্যা অৱশ্যে কম। তুমি জানা, থিওদোৰে এই ঠাইখিনি কিনিছে। চহৰত আমাৰ যথেষ্ট কিতাপ আছে। ইয়ালৈ অহা সময়ত মই বেচি কিতাপ নপঢ়ো। আৰু থিওদোৰে! ওৰেই জীৱনে ডিটেক্টিভ গল্প আৰু বাতৰি কাকতৰ বাহিৰে অন্য কিবা পঢ়িছে বুলি মই নাভাবো।"

ডাৰ্কে মনতে ভাবিলে যে পউলাই তেওঁৰ স্বামী নিশা দহ বজালৈকে নাহে বুলি জানি ইচ্ছা কৰিয়েই দুজনৰ এই গোপন আহাৰৰ জোগাৰ কৰিছে। গতিকে, পউলাই যেতিয়া কলে, "মই এমেৰিইতকো খাবলৈ মাতিছো; পিচত আমি ব্ৰিজ খেলিম। ফিল এমেৰি, তৃতীয় জনা। তেওঁৰ

পৰিচয়-কাৰ্ডতো এইদৰে লিখা থাকে।” তেতিয়া ডাৰ্কে মনে মনে খং কৰিলেও প্ৰকাশ্যে একো নকলে।

এমেৰি পৰিয়ালটো একগোট হৈ আছে। যোৱা বাঠি বছৰে তেওঁলোক এনেভাৱে আছে। তেওঁলোক চিকাগোৰ সম্ভ্ৰান্তলোক বুলি পৰিগণিত। তেওঁলোকে ইংলণ্ডক বেচি পচন্দ কৰে। ৰমক-ভমক ৰঙৰ সাজ-পাৰ পিন্ধি চিকাগোৰ বাহিৰত থকা প্ৰেইৰিলৈ চিকাৰ কৰিবলৈ গৈ মানুহৰ চকুত চমক লগায়। ইৰ্মউদৰ কাষত সৰোবৰৰ পাৰত তেওঁলোকৰ প্ৰকাণ্ড জমি-জমা আছে। তেওঁ বিলাক আহি পোৱাত সামান্য পলম হ'ল। ডাৰ্কে বুঢ়া ফিলিপ এমেৰি ছবি দেখিছিল। (ডাৰ্কে মনতে ভাবিছিল সেই জনা কি জানি প্ৰথম জনা ফিলিপ হব।)

আজি ফিলিপ এমেৰিৰ তৃতীয় সংস্কৰণৰ দুৰ্ব্বল প্ৰতীক জনক দেখি মনে মনে ভাবিলে, যে এই পৰিয়ালৰ ধাতু শক্তি ক্ৰমে ক্ষীণ হৈ আহিছে! মিচেছ এমেৰি গোলাপী ৰঙৰ, মূৰ্তি সদৃশ আৰু আকৰ্ষণ বিহীন। এওঁৰ তুলনাত পউলা ৰত্নৰ দৰে জিলিকি উঠিল। ডিনাৰটো মনোমোহা হ'ল। কিন্তু পদবিলাক আচৰিত ৰকমে সৰল আছিল। ডাৰ্ক সেই সপ্তাহান্তত ঘৰলৈ যোৱাহেঁতেন মাকে চেলিনাই যি খাদ্য দিলেহেঁতেন ঠিক তেনে যেন লাগিল। আহাৰৰ আগে পাচে যি কথা-বতৰাৰ অৱতাৰণা হ'ল সিও অসংলগ্ন আৰু নীৰস। এই তৃতীয় এমেৰি বোলা লৰাজনৰ লক্ষ লক্ষ ডলাৰ আছে। ডাৰ্কে ভাবিলে লক্ষ লক্ষ। এই লৰাটোৱে কোনো স্থাপত্য-শিল্পীৰ অফিচত গাধৰ খাটনি খাটিব নালাগে। মিচেছ এমেৰিয়ে চিকাগোৰ আলিবাট-বিলাকৰ নামবোৰ শুদ্ধ কৈ উচ্চাৰণ কৰাত আগ্ৰহান্বিত।

মিচেছ এমেৰিয়ে কলে, “এইটো ভয়ানক হৈছে। মই ভাবো যে উচ্চাৰণৰ হকে এটা আন্দোলন হোৱা উচিত। মানুহক শিকাই দিয়া উচিত। লৰাছোৱালীকো স্কুলত বুজাই দিব লাগে। তেওঁলোকে গেটেষ্ট্ৰিটক ‘গেৰ্টি’ বোলে। আনকি ইলিনইছটোকো ভালকৈ উচ্চাৰণ নকৰে।” তেওঁৰ কথাত ঐকান্তিকতা। তেওঁৰ বুকু উঠা নমা কৰিছে। তেওঁ তেওঁৰ চালাদ লৰালৰিকৈ খালে। ডাৰ্কে ভাবিলে যে ডাঙৰ, সোণালি ৰঙৰ মানুহ বিলাকে মনত উত্তেজনা অনুভৱ নকৰাই ভাল। উত্তেজনাই তেওঁলোকৰ মুখ ৰঙা কৰি পেলায়।

ডিনাৰৰ পিচত খেলা ব্ৰিজ খেলত তৃতীয় ফিলিপে তেওঁৰ দেউতাকৰ সুনাম ৰক্ষা কৰিলে। তেওঁ ডাৰ্কৰ পৰা পইচা লাভ কৰিবলৈ ধৰিলে। ইমান খিনি পইচা ডাৰ্কে নিয়ম মতে খৰচ কৰিবই নোৱাৰে। অৱশ্যে ডাৰ্কে এইদৰে ঘাটি খোৱাৰ অন্যতম কাৰণ হ'ল তেওঁৰ সঙ্গী-খেলুৱৈ মিচেছ এমেৰি। পউলাই ফিলিপৰ পক্ষত চতুৰ খেল খেলিছিল।

নিশা দহ বজাত থিওদোৰ ষ্টৰ্ম উভতি আহিল। তেওঁ খেলা চাই থাকিল। অতিথি কেইজন যেতিয়া গুচি গল, তেতিয়া তিনিও জুইৰ কাষত বহিল। ষ্টৰ্মে ডাৰ্কক সুধিলে, "কিবা খাবা নেকি?" ডাৰ্কে প্ৰত্যাখ্যান কৰিলে। ষ্টৰ্মে কিন্তু বটলৰ পিছত বটল লৈ হুইস্কি পিবলৈ ধৰিলে।

হুইস্কিয়ে তেওঁৰ বহল, বগা, শেঁতা মুখত ৰং আনিব নোৱাৰিলে। তেওঁৰ মুখৰ কথা প্ৰায় বন্ধ হৈ গল। ডাৰ্ক স্বভাৱতে নীৰৱ। কিন্তু এওঁৰ তুলনাত ডাৰ্ককেই আজি কথকি যেন লাগিল। ডাৰ্কৰ নীৰৱতাত কোনো প্ৰানহীনতা নাই। কিন্তু মিষ্টাৰ ষ্টৰ্মৰ নীৰৱতা বৰ অসহণীয় আৰু বিৰক্তিদায়ক হ'ল। তেওঁৰ উদৰ, ডাঙৰ বগা হাত, বহল বগা মুখ—এটাইবিলাক ৰক্তহীন মাংস পিণ্ড যেন অনুমান হ'ল। ডাৰ্কে ভাবিলে, "এই পুৰুষ জনক পউলাই কেনেকৈ সহ্য কৰি আছে, মই বুজি নাপাওঁ।" স্বামী-স্ত্ৰীৰ মাজত ভদ্ৰতাৰ খাতিৰ হে দেখা পোৱা গল। অলপ পিচতে ভাগৰ লগাৰ উল্লেখ কৰি ৰাতি পুৱা দেখা হব বুলিকৈ ক্ষমা প্ৰাৰ্থনা কৰি তাৰ পৰা আঁতৰি গ'ল।

তেওঁ যোৱাৰ পিচত। পউলাই কলে, তেওঁ তোমাক ভাল পায়।"

ডাৰ্কে কলে, "যদি সচাঁ হয় তেন্তে মূল্য আছে।"

"কিন্তু মূল্যবান হয়। তেওঁ তোমাক বহুত সহায় কৰিব পাৰে।"

"কেনেকৈ সহায় কৰিব? মোক নালাগে।"

"কিন্তু মোক লাগে। তুমি কৃতকাৰ্য্য হোৱাটো মই কামনা কৰো। তুমি কৃতকাৰ্য্য হব লাগে। হব পাৰাও। ই তোমাৰ সমস্ত শৰীৰতে লিখা আছে। তুমি যি ধৰণে ঠিয় হোৱা, কথা কোৱা বা কথা নোকোৱা, যি ধৰণে মানুহৰ পিনে চোৱা, তুমি যি ধৰণে চলা—এই এটাই বিলাকতে কৃতকাৰ্য্যতা লিখা আছে। ইয়াকেই মানুহে হয়তো শক্তি বোলে। সি যিয়েই নহওক, ই তোমাৰ আছে।"

"তোমাৰ স্বামীৰ এইটো আছে নে?"

থওদোৰৰ? তেওঁৰ নাই। অৰ্থাৎ

"তুমি ঠিকেই কৈছা। মোৰ শক্তি আছে, কিন্তু তেওঁৰ ধন আছে।"

"তোমাৰ দুয়োবিধ হব পাৰে।" পউলা সমুখৰ পিনে হালিছে। তেওঁৰ চকু দুটা উজ্জল, প্ৰকাণ্ড। তেওঁৰ পাতল, ক'লা, গৰম হাত দুখন কোলাত মেৰ খাই আছে। ডাৰ্কে নীৰৱে তেওঁৰ ফালে চালে। হঠাতে পউলাৰ চকুলৈ পানী আহিল। "ডাৰ্ক, মোৰ ফালে সেইদৰে নাচাবা।" তেওঁ চেয়াৰৰ ভিতৰত কোচ খাই পিছলৈ হালি পৰিল। তেওঁৰ মুখত আতঙ্কৰ ভাব। কেনেবাকৈ হঠাতে যেন তেওঁৰ বয়স বেছি হ'ল।

"মোৰ বিয়া খেলি-মেলি হৈ গৈছে। তুমি এইটো দেখিছা

"এনে হব বুলি তুমি আগতে জানিছিলা। নহয় জানো ?"

"নহয়। হয়শ ঔ, মই নাজানো। সি যিয়েই নহওক, তাৰপৰা এতিয়া লাভ কি ? মই তোমাৰ জীৱনত "প্ৰভাৱ বিস্তাৰ" কৰিব খোজা নাই। মই তোমাক লগ পালে ভাল পাও। তুমি এইটো জানা। তুমি মহান হোৱা আৰু জীৱনত কৃতকাৰ্য্যতা লাভ কৰা, ইয়াকে মই কামনা কৰো। ই মাতৃ স্নেহৰ দৰে স্নেহ কি জানি।"

"মই ভাবো দুটা সন্ততিয়ে সেই আশা পূৰণ কৰা উচিত।"

"দুটা স্বাস্থ্যবান শিশুক সন্ততি হিচাপে পাই মই গৌৰব অনুভৱ কৰিব নোৱাৰো। মই সিহঁতক মৰম কৰো। কিন্তু সিহঁতক গা ধুৱাই দিব, দুধদানীৰে গাখীৰ খুৱাব, কাপোৰ পিন্ধাব, ওমলাব আৰু টোপনি অনাব লাগে। ই নিতান্ত গতানুগতিক কাৰ্য্য তালিকা, দৈনিক ইয়াক পালন কৰিবই লাগিব। তেলৰ ঘানিত ঘূৰি থকাৰ দৰে ইয়াত আগ্ৰহ বা অনাগ্ৰহ অনুভৱ কৰা যায়। মই এই সন্তান দুটাৰ মাক বুলি বুকু ফিন্দাই মাতৃত্বৰ গৌৰব ঘোষণা কৰি ফুৰিব নোৱাৰো।"

"পউলা, মই তোমাৰ কি কৰি দিব লাগে ?" পউলাৰ মুখত পুনঃ আগ্ৰহৰ ভাব, ডাৰ্কৰ বিষয়ে তেওঁ উৎকণ্ঠিত।" এইটো একেবাৰে হাঁহি উঠা কথা। যি বিলাক মানুহৰ বাৎসৰিক আয় ত্ৰিশ, চল্লিশ বাঠি হেজাৰ, এক লক্ষ, তেওঁলোকৰ গাত, বছৰে পাঁচ হেজাৰ আয়ৰ লোকৰ গাত থকা গুণৰ এটাও নাই। মোৰ সন্তান দুটা জন্মিবৰ সময়ত প্ৰত্যেক বাৰতে যি জন ডাক্তৰে চাৰি হেজাৰ ডলাৰকৈ ফিজ ধৰি খিওদোৰক বিল দিছিল, সেই ডাক্তৰে এনে কোনো চিকিৎসা কাৰ্য্য কৰা নাই যিখিনি কাৰ্য্য এজন গৰীব ডাক্তৰে কৰিব নোৱাৰিলেহেঁতেন। কিন্তু তাঙৰ ডাক্তৰ জনে জানে যে

তেওঁ এইখিনি পাব, গতিকে তেওঁ বিল দিলে। পঞ্চাছ হেজাৰ ডলাৰৰ দৰ্মহা কোনোৱাই পাবই, তেওঁ লাগে কেন্‌ভাচাৰেই হওক নাইবা দলিল বিক্ৰী কৰা ভেণ্ডৰেই হওক। এই ফিলিপ এমেৰিলৈ চোৱা। তেওঁ নিজে হয়তো এগজ ফিটাও বিক্ৰি কৰিব নাজানে। খিওদোৰলৈকেও চোৱা। তেওঁ মাত্ৰ বহি চকু সকৰ্কৈ চাই থাকে, কথা নকয়। কিন্তু টকাৰ লাভ লবৰ সময় আহি পালে, তেওঁৰ বগা, শকত হাতৰ মুঠি দু গুণ ডাঙৰ কৰি আধা ভঙা মাতেৰে কয় "দহ লক্ষ, বা পোন্ধৰ লক্ষ," আৰু কথা খতম হৈ যায়।"

ডাৰ্কৰ মনত ঘনিভূত হৈ আহিব ধৰা উত্তেজনা লুকাই ৰাখিবলৈ বুলি তেওঁ হাঁহি কলে, "কথাটো সিমান সহজ নহয়। ইয়াত চকুত নপৰা বহুত কথা সোমাই আছে।"

"মই কৈছো, নাই। মই তেওঁলোকৰ দলটোকে জানো। মই এই ধনীৰ দলৰ মাজতে আজীৱন বৰ্দ্ধিত নহৈছো জানো? গাহৰিৰ মাংসৰ মহাজন, গমধানৰ মহাজন, গেছ আৰু ইলেকট্ৰিক লাইটৰ আৰু শুকান দ্ৰব্যৰ মহাজন—বিভিন্ন মহাজনক মই দেখিছো। মই দলটোৰ ভিতৰত অকল ককা দেউতাকে মই শ্ৰদ্ধা কৰোঁ। তেওঁ আগৰদৰে আছে। তোষামোদকাৰীয়ে তেওঁক পৰাস্ত কৰিব পৰা নাই। তেওঁ জানে যে চিকাগো চহৰত যেতিয়া গৰু-গাহৰিৰ মাংসৰ পাইকাৰী ব্যৱসায় নতুন বস্তু হৈ আছিল তেতিয়াহে তেওঁ সেই দুবিধৰ পাইকাৰী ব্যৱসায় হাতত লৈছিল। এতিয়া তেওঁক চোৱা।"

"তথাপি তুমি স্বীকাৰ কৰিবা যে কেতিয়া ব্যৱসায় কৰিব লাগে সেইটো জনাটোও এটা দৰ্কাৰী কথা......" ডাৰ্কে যুক্তি দিলে।

পউলা থিয় হ'ল। "যদি তুমি নাজানা, মই কওঁ শুনা। বৰ্ত্তমানেই সেই 'কেতিয়া'। লগলাগি কাম কৰিবলৈ মোৰ ককা দেউতা, দেউতা আৰু খিওদোৰ আছে। ইচ্ছা কৰিলে তুমি আৰ্কিটেক্ট হৈয়ে থাকিব পাৰা। এই ব্যৱসায়টো বেয়া নহয়। কিন্তু তোমাৰ যদি মেধা নাথাকে, তেন্তে কি উন্নতি হব? ডাৰ্ক, এওঁলোকৰ লগ লাগা; পাঁচ বছৰতে... ...."

"কি!" তেওঁলোক দুয়ো থিয় হৈ মুখামুখী হ'ল। পউলাৰ মুখত উগ্ৰ ঐকান্তিকতাৰ ভাব; ডাৰ্কৰ মুখত অনুপ্ৰেৰণা আৰু শান্তি।

"ডাৰ্ক তুমি পৰীক্ষা কৰি চোৱা, চেষ্টা কৰি চোৱা। ডাৰ্ক, কোৱা, তুমি কৰিবা নে?

"পউলা, মই নাজানো। মোৰ মা'ই কিজানি এইবোৰ কথা শুনিবই।"

"তেওঁ কি জানে? মই নকওঁ যে তেওঁ ভাল আৰু বুদ্ধিমতী নহয়। তেওঁ হয়। মই তেওঁক ভাল পাওঁ। কিন্তু কৃতকাৰ্য্যতা। তেওঁ ভাবে যে কৃতকাৰ্য্যতা মানে আৰু এক একৰ মাটিত 'এস্পাৰাগাছ' বা বন্ধা কবিৰ খেতি নাইবা বান্ধনী ঘৰত এটা নতুন ষ্টোভ। আজিকালি হাইপ্ৰেইৰি পৰ্য্যন্ত গেছ গৈছে।

ডাৰ্কৰ ধাৰণা হ'ল যেন পউলাই তেওঁক বন্দী কৰিছে। যেন তপত হাত দুখনেৰে তেওঁক আটক কৰিছে। অথচ, পউলা তেওঁৰ পৰা দূৰত থিয় হৈ আছে আৰু পৰস্পৰে পৰস্পৰক প্ৰায় শত্ৰুভাবেৰে নিৰীক্ষণ কৰিছে।

ডাৰ্ক তেওঁৰ বিশ্ৰামৰ কোঠালিলৈ গল। গোলাপী ৰঙৰ ৰেচমেৰে সজ্জিত সেই কোঠালিত সাজ-পাৰ সোলোকোৱাৰ লগে লগে তেওঁ ভাবিলে," তেওঁ কি খেলা খেলিছে? তেওঁৰ উদ্দেশ্য কি? ডাৰ্ক, সাৱধান।" কোঠালিটোত সোমায়েই তেওঁ দীঘল আয়নাখনৰ ওচৰলৈ গৈ নিজৰ প্ৰতিবিম্ব-টোৰ পিনে সূক্ষ্মভাবে চালে। তেওঁ জনা নাছিল যে ঠিক সেই সময়তে পউলাই তেওঁৰ কোঠালিত ঠিক এনেকুৱা কামকে কৰিছে। তেওঁ সুন্দৰকৈ দাড়ি খুৰাইছিল। মিহি ওঠৰ ওপৰেদি তেওঁ হাতখন বুলাই দিলে আৰু গধূলি পিন্ধা কোটটো গাত থাপ খাইছে নে নাই চালে মিছিগান বলিভাৰ্দত থকা ইংৰাজ দৰ্জ্জী পিটাৰ পিলৰ দৰ্জ্জীখানাত কোটটো চিলোৱা হলেই ভাল হ'ল হেতেন যেন অনুমান কৰিলে। কিন্তু তাত ইমান বেছি খৰচ পৰে। হয়তো ইয়াৰ পিছৰ বাৰ···

কোমল বিচনাত শুই গাৰ ওপৰত ৰেচমৰ কাপোৰখন টানিলৈ ডাৰ্কে ভাবিলে, "পউলাই কি খেল খেলিছে?"

ৰাতিপুৱা আঠ বজাত যেতিয়া ডাৰ্কে সাৰ পালে, তেতিয়া তেওঁৰ বৰ ভোক লাগিছে। অস্বস্তভাৱে তেওঁ চিন্তা কৰিলে, কেনেকৈ পুৱাৰ আহাৰ পোৱা যাব। পউলাই কৈছিল যে ৰাতিপুৱাৰ আহাৰ তেওঁৰ কোঠালিত দি যাবহি। তেওঁ বিলাসিতাপূৰ্ণ বাথৰুমত দীঘল টাব"ৰ পানীত ভালকৈ গা ধুই ললে। ড্ৰেচিং গাউন আৰু স্লিপাৰ পিন্ধি যেতিয়া তেওঁ ওলাই আহিল তেতিয়া দেখিলে যে তেওঁৰ পুৱাৰ আহাৰ কোনো ৰহস্যজনক ধৰণে আহি কোঠালি পাইছেহি। এখন সৰু লৰচৰ কৰিব পৰা মেজৰ ওপৰত খাদ্যৰ থালখন আছে। তাৰ সুগন্ধই মানুহৰ জিভাৰ পানী উলিয়াব। বহুতো

সৰু সৰু থালাৰ উপৰিও কফিৰ সুকীয়া সজুলি আছে। থালা বিলাক ঢাকনিৰে আবৃত। ইয়াৰ কাষতে ৰাতি পুৱাৰ নতুন বাতৰি কাকত বিলাক জাপি থোৱা আছে। লগতে পউলাৰ এটা টোকাঃ "সাৰে ন বজাত অলপ ফুৰিবলৈ যাবা নেকি? ঘোঁৰাশাল পৰ্য্যন্ত। মই মোৰ নতুন ঘোঁৰাটো দেখুৱাব খোজো।"

ঘৰটোৰ পৰা ঘোঁৰাশাললৈ দূৰত্ব কম নহয়। এইখিনি বাটত খোজ কাঢ়িলে ফুৰা হয়েই। ঘোঁৰাত উঠা সাজ-পাৰ পিন্ধি পউলা তালৈ গৈ অপেক্ষা কৰি আছিল। ঘোঁৰাশালৰ মুৰব্বী, প্ৰকাণ্ড শৰীৰ বিশিষ্ট, প্যাটৰ কাষত থিয়হৈ থকাত পউলাক কম বয়সীয়া লৰা যেন দেখা হৈছে। তেওঁ হুইপকৰ্ডৰ দীঘল পেণ্ট, গাঢ় বৰণৰ কোট আৰু এটা সৰু পচমীটুপী পিন্ধিছে। টুপীটো ওপৰৰ ফালে ভাঁজ খুৱাই দিয়া।

পউলাই ডাৰ্কক সম্ভাষণ জনাই কলে, "মই দুঘণ্টা আগতে বাহিৰ হৈছো। ঘোৰাত উঠা হৈ গলেই।

ডাৰ্কে কলে, "যি মানুহে দিনটোৰ প্ৰথম সম্ভাষণতে কয় যে তেওঁ দুঘণ্টা আগতে বাহিৰলৈ গৈছে, তেনে মানুহক মই ঘৃণা কৰো।

"যদি তুমি মনত এনে ভাব লৈ বাহিৰ হৈছা তেন্তে তোমাক আমাৰ ঘোৰাটো নেদেখুৱাওঁ। কি কোৱা প্যাট?"

প্যাটে ভাবিলে, দেখুৱাই ভাল। মাকে যেনেকৈ মৰম আৰু গৌৰৱেৰে নিজৰ শেহতীয়া সন্তানটোক প্ৰদৰ্শন কৰে, প্যাটেও সেইদৰে ডাৰ্কক নতুন, জিনলগোৱা মাইকী ঘোৰাটো দেখুৱালে। প্যাটে কলে, "তাইৰ পিঠিখন চাওক পিঠিৰ দ্বাৰাহে ঘোৰা চিনা যায়। এই ৰেখাটোৰ দৈৰ্ঘ্যৰ দ্বাৰা। চাওক, এটা ছবিৰ দৰে লাগিব "

পউলাই ডাৰ্কৰ ফালে চাই কলে, "তুমি ঘোঁৰাত উঠা জানো?"

"ফাৰ্মত থাকোতে জিন নলগোৱা, গাড়ীটনা ঘোঁৰাত উঠিছিলো।"

"তুমি শিকিব লাগিব। আমি এওঁক শিকাম, নহয়নে প্যাট?"

প্যাটে ডাৰ্কৰ ক্ষীণ, কোমল শৰীৰ নিৰীক্ষণ কৰি চাই কলে, "সহজ"। ডাৰ্কে প্ৰতিবাদ কৰি কলে, "কোৱা।"

পউলাই কলে, "তেন্তে মই মোৰ লগত ঘোৰাত উঠি ফুৰিবলৈ অন্য কোনো মানুহক বিচাৰিম। থিওদোৰে ঘোৰাত কেতিয়াও নুঠে। তেওঁ কোনো ৰকমৰ ব্যায়াম নকৰে। তেওঁ মাত্ৰ সেই শকত মটৰ গাড়ীখনত বহি থাকে।

তেওঁলোক ঘোঁৰাৰ গাড়ীৰ ঘৰটোলৈ গল। আহল-বহল, চুনদিয়া ঠাই। তাত সুন্দৰ বা বতাহ পোৱা যায়। তাত ঘোঁৰাৰ লেকাম, চাবুক, যুৰলী আদি ভৰি আছে আৰু সেইবোৰে গ্লাচৰ বাকচত খোৱা মণি-মাণিকবদবেকৈ তিৰবিৰাই আছে। বেৰত থকা ৰেক এখনত বিভিন্ন ৰঙৰ ফিটা আৰু পুৰস্কাৰ হিচাবে পোৱা কাপ কিছুমান আছে। এই ঘৰটো দেখি ডার্কৰ মনত হতাশাৰ ভাব আহিল, এই নিচিনা বস্তু আগতে তেওঁ দেখা নাই। প্ৰথমতে, ইয়াত মটৰ নাই। মটৰত বাহিৰে মানুহে যে অন্য যান-বাহনতো উঠে, এই কথা তেওঁ পাহৰি গৈছিল। চিকাগোৰ বলিভার্দত ঘোঁৰা দেখিলে মানুহে হাঁহে। মিছিগান এভিনিউইদি দুটা চেষ্টনাট ঘোঁৰাই টনা চকচকীয়া ঘোঁৰাৰ বাগী এখন দেখিলে আলিবাটৰ মানুহে ৰ লাগি চালেহেঁতেন আৰু ইতিকিংসূচক কাহ মাৰিলেহেঁতেন। ৰোমান ৰথ এখন জেব্ৰাই টানি নিয়া দেখিলে মিছিগানৰ মানুহ যিমান আচৰিত হলহেঁতেন, ঘোঁৰাৰ বাগীয়েও অনুৰূপ আশ্চৰ্য্যকে সৃষ্টি কৰিলে হেঁতেন। অথচ, ইর্মউদত আজি ঠিক তেনে এখন বাগীকেই ডার্কে দেখা পালে। এই অতিশয় পৰিষ্কাৰ বাগীখন তাত তিৰবিৰাই আছে। অন্য এখন বাগী "চাৰে" ধৰণৰ, ওপৰ খনত মাখন বৰণৰ ঢাকণি আৰু ওলোম থকা কাপোৰ। অন্য এখন বাগী দুই চকাৰ, ওখ পৰিষ্কাৰ, পাতল। এখন 'ভিক্টোৰিয়া' ধৰণৰ। দুখন পোৱালি ঘোঁৰাই টনা বাগী। এই বাগীৰ ঘৰটো দেখিলে মানুহৰ ধাৰণা হব যেন মটৰৰ আবিষ্কাৰ হোৱাই নাই। এই সকলোবিলাকত কৈ অধিক ওখ আৰু অধিক গাম্ভীৰ্য্য আৰু গৰিমা বিশিষ্ট অন্য এখন বাগী আছে। সেইখন এখন 'টেলিহো'-বাগী। ই সৰ্ব্বাঙ্গ সুন্দৰ। ইয়াৰ কুচন বিলাক বিশুদ্ধ। ইয়াৰ গাটো তিৰ্‌বিৰাই থকা, আৰু ইয়াৰ খট্‌খটি চক্‌চকীয়া। এই খনৰ ফালে চাই ডার্কে পোণে পোণে হাঁহি পেলালে। এইখন আশাতীত ভাবে ধুনীয়া। হঠাতে বালক সুলভ প্ৰবৃত্তিৰ বশবৰ্ত্তী হৈ ডার্কে খট-খটিৰে তিনিটা খাপ উঠি ওপৰৰ বাকচৰ ভিতৰত হৰিণাচালৰ কুচনত বহি পৰিল। তাত তেওঁক বৰ ধুনীয়া দেখা গল। "চাৰিঘোৰাৰ বাগী—এইটোৱেই ইয়াৰ নাম নহয়নে? কোনো ৰোমান জগন্নাথ আছেনে?"

পউলাই সুধিলে, "তুমি বাগীখন চলাব খোজা নেকি? আজি আবেলিয়েই? তুমি পাৰিবা জানো? চাৰি ঘোৰাৰ, মনত ৰাখিবা।" ডার্কৰ ফালে চাই পউলাই হাঁহিলে।

ওপৰৰ পৰা ডাৰ্কে পউলালৈ চালে। "নোৱাৰো" বুলি কৈ তেওঁ নামি আহিল। "মই ভাবিছোঁ, এওঁলোকে যি সময়ত এইখন ইয়াত চলাইছিল, সেই সময়ত মোৰ পিতাই ফাৰ্ম্মৰপৰা শাক-পাচলিৰ গাড়ী হেই মাৰ্কেটলৈ চলাই নিছিল।"

পউলাই লক্ষ্য কৰিলে, কিহবাই ডাৰ্কৰ মনত কষ্ট দিছে। তেওঁ খোজকাঢ়ি ফুৰাৰ উপযোগী সাজপাৰ পিন্ধি আহেগৈ মানে ডাৰ্কে অপেক্ষা কৰিবনে? অথবা ডাৰ্কে হয়তো ৰোদষ্টাৰ মটৰ গাড়ীখনতে যাব। দুয়ো একে লগে ঘৰলৈ খোজকাঢ়ি উভতিল। ডাৰ্কে পউলাক জনালে, তেওঁ যেন ডাৰ্কৰ ইচ্ছা-অনিচ্ছাৰ কথা ইমান ব্যগ্ৰভাবে নোসোধে। তেনেকৈ সুধিলে ডাৰ্ক বৰ অধীৰ হয়।

পউলাই ডাৰ্কৰ বাহুত এখন হাত দিলে। "ডাৰ্ক, যোৱা নিশা কোৱা কথাৰ কাৰণে তুমি মোক খং কৰিছা নেকি?"

"নাই কৰা।"

"কালি নিশা তোমাৰ কোঠালি লৈ উভতি গৈ তুমি কি ভাবিছিলা? কোৱা, কি ভাবিছিলা।" "মই ভাবিছিলো: 'এওঁ নিজৰ স্বামীত বিৰক্ত হৈছে আৰু মোক সঙ্গী কৰিবলৈ চেষ্টা কৰিছে। মই সাৱধান হব লাগিব।

পউলাই আনন্দতে হাঁহিলে। "ভাল; খোলাখুলিকৈয়ে কৈছা। অন্য কিবা কথাও ভাবিছিলা নেকি?"

"মই ভাবিছিলো, মোৰ কোটটো গাত ভালদৰে খাপ খোৱা নাই। পাৰিলে, মই পিচৰ বাৰ পিলৰ দৰ্জ্জীখানাত কোট বনাম।"

পউলাই কলে, "তুমি পাৰিবা।"

# ষোল

ঘটনাচক্ৰত, ইয়াৰ পিছৰ ডেৰ বছৰলৈ ডাৰ্কে তেওঁৰ ডিনাৰ'ৰ কোট ঠিক মাপৰ হৈছে নে নাই এই বিষয়ে চিন্তা কৰাৰ প্ৰয়োজন নহল। সেই কাল ছোৱাত তেওঁৰ সমবয়স্ক লক্ষ লক্ষ যুৱকৰ দৰেকৈ তেওঁ জলপাই ৰঙৰ পৰিষ্কাৰ কোট এটা পিন্ধিছিল। কোটটোৱে তেওঁক ভালদৰে সুজিছিল। তেওঁত এটা প্ৰশান্ততা ফুটি উঠিছিল। তেওঁৰ কান্ধ বহল, কোমৰ সৰু, পেট চেপেটা, কাষলতি ক্ষীণ, আৰু ভৰি পোণ। চেহেৰা বিষয়ত তেওঁ আশ্বস্ত। এই সময় ছোৱাৰ বেছি ভাগ কাল তেওঁ ফোৰ্ট চেৰিদানত কটাইছিল। তাত পোনতে তেওঁ অফিচাৰ হিচাৱে প্ৰশিক্ষণ লৈছিল আৰু পিচলৈ অন্যলোকক অফিচাৰ হবলৈ প্ৰশিক্ষণ দিছিল। এই কাম তেওঁ সুন্দৰ ভাবে কৰিলে। প্ৰতিপত্তিশালী লোকে তেওঁক তাত ভৰ্ত্তি কৰাই দিছিল আৰু প্ৰতিপত্তিশালী লোকেই তাত দীৰ্ঘ দিনলৈ ৰাখিছিল। শেষতগৈ তাৰ বাধ্যবাধকতাত তেওঁ অতিষ্ঠ হ'ল। ফোৰ্ট চেৰিদান চিকাগোৰ কেইমাইল মান উত্তৰে, বাহিৰত। এজন মেজৰ, এজন কৰ্ণেল, দুজন কেপ্টেইন, আৰু অলপ কেইজনমান প্ৰথম লেফটেনাণ্ট নহলে উত্তৰ পাৰৰ কোনো ডিনাৰ সম্পূৰ্ণ বুলি বিবেচিত নহৈছিল। নাচৰ সময়ত তেওঁলোকৰ বুট জোতাবিলাক জিলিকি উঠি আনন্দ দিছিল।

এই কাল ছোৱাৰ শেষৰ ছমাহ ( ডাৰ্ক জনা নাছিল যে এই ছমাহৰ পিচত আৰু তেওঁ তাত থাকিব নালাগে ) সময়ত ডাৰ্ক ফ্ৰান্সলৈ যাবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছিল। তেওঁ নিজৰ দেশত থাকি হঠাতে বিৰক্ত হৈ পৰিল। 'ডিনাৰ' জলপাই-মাটিয়া ৰৰণৰ মটৰ গাড়ী, পউলা, চেলিনা একোৱে ভাল নলগা হ'ল। মহাসমৰ শেষ হোৱাৰ দুবছৰ আগতে তেওঁ যাবগৈ সমৰ্থ হল। কিন্তু তেওঁৰ প্ৰধান কাৰ্য্যালয় পেৰিচ হ'ল।

ডাৰ্ক আৰু মাকৰ ভিতৰত থকা সম্বন্ধত প্ৰথম ফাঁট মেলিল।

চেলিনাই কলে, "মই পুৰুষ হোৱা হেতেন, মই এই মহা সমৰৰ বিষয়ে মোৰ সিদ্ধান্ত গ্ৰহণ কৰিলোঁহেতেন আৰু দুটাকামৰ যি কোনো এটা কৰিলোঁ হেতেন। যুদ্ধত যোগ দিলোঁহেতেন। জানষ্টেনে সাৰৰ দ'মত যেনেকৈ

কোৰ মাৰে আৰু সিটবাই দিয়ে তেনেকৈ। কামটো অপবিষ্কাৰ হলেও কৰিবই লাগে। অথবা, কামটো একেবাৰে নকৰো বুলি কলোহেঁতেন। কাৰণ সেইটো মোৰ কাম নহয় বুলি মোৰ বিশ্বাস। হয় যুদ্ধ কৰিলোঁহেঁতেন নাইবা সাধুভাৱে আপত্তি কৰিলোঁহেতেন। এই দুটাৰ মাজত কোনো পন্থা নাই। বুঢ়া, বেমাৰী নাইবা বিকলাঙ্গ লোকৰ কথা অৱশ্যে ভিন্ন।

এই কথা শুনি পউলা দুখতে ম্ৰিয়মান হ'ল। ইউজেনি আকাশী জাহাজৰ সেৰাত যোৱাত জুলিয়েও বৰকৈ কান্দিলে। তেওঁ এতিয়া ক্ৰান্সত, সম্পূৰ্ণে সুখী। পউলাই সুধিলে, "ডাৰ্ক তালৈ গৈ জখম হোৱা বা মৃত্যুমুখত পৰাটো তুমি ইচ্ছা কৰা নেকি ?"

"নকৰো। ডাৰ্কৰ মৃত্যু হলে মোৰ জীৱন-প্ৰবাহ বন্ধহৈ যাব। মই হয়তো জীয়াই থাকিম। কিন্তু মোৰ জীৱন বন্ধ হৈ যাব।"

তেওঁলোকৰ প্ৰত্যেকে কৰিবলগীয়া কামৰ নিজা নিজা অংশ কৰি গৈ থাকিল।

মহাসমৰৰ এই চাকনৈয়াত চেলিনাই তেওঁৰ নিজৰ কি স্থান তাক ভাবি চালে। ফ্ৰান্সতগৈ কেণ্টিনৰ কাম কৰিব বুলি ভাবিছিল যদিও তেওঁ এই সংকল্প স্বাৰ্থপৰ বুলি পৰিত্যাগ কৰিলে। তেওঁ কলে, "মোৰ কৰিব লগীয়া কাম হ'ল—যিমান বেছিকৈ পাৰো শাক পাচলি উৎপন্ন আৰু অধিক সংখ্যাৰ গাহৰি পালন কৰি গৈ থকা।" যুদ্ধলৈ যোৱা অসংখ্য মানুহৰ ঘৰত তেওঁ বিনা পইচাই আহাৰৰ যোগান ধৰিলে। তেওঁ নিজে পুৰুষৰ দৰে কাম কৰিলে। তেওঁৰ ফাৰ্ম্মত নিযুক্ত কৰ্ম্মঠ পুৰুষৰ ঠাই তেওঁ নিজে পূৰণ কৰিলে।

ৰেডক্ৰুছৰ সাজপাৰত পউলাক ধুনীয়া দেখা হল। তেওঁ ডাৰ্কক বুজাই বঢ়াই "লিবাৰ্টিবণ্ড" বিক্ৰি কৰা অভিযানত যোগ দিয়ালে। ডাৰ্কৰ শান্ত আৰু গম্ভীৰ প্ৰকৃতি থকা হেতুকে এই কামত আশাতীতভাৱে কৃতকাৰ্য্যতা লাভ কৰিলে। তেওঁৰ যুক্তিও পতিয়ন যাব পৰা। নতুন সাজ-পাৰত তেওঁক উদ্দীপ্ত যেন দেখা হৈছে। পউলাই তেওঁৰ অন্তৰ জয় কৰি এতিয়া পূৰ্ণতা প্ৰাপ্ত হৈছে। এতিয়া আৰু তেওঁ চুপতি কৰা অৱস্থাত নাই—গভীৰ আৰু ভীষণ প্ৰেমত আবদ্ধ।

১৯১৮ চনত ডাৰ্কে যেতিয়া সমৰ-কালীন সাজ-পাৰ খুলি পেলালে,

তেতিয়া তেওঁ "গ্ৰেট লেকছ ট্ৰাষ্ট কোম্পানী"ৰ বণ্ড বিভাগত সোমাল। এই কোম্পানীত থিওদোৰ ষ্টৰ্ম্মৰ শকত অংশ আছিল। তেওঁ কলে যে মহাসমৰে তেওঁৰ মোহস্বপ্ন ভাঙি দিছে।

স্বাভাৱিক পন্থা পৰিত্যাগ কৰাৰ হেতু অথবা অজুহাত হিচাবে এই কথা তেওঁ সঘনে কৈছিল। "মোহস্বপ্ন ভাঙি দিছে।"

চেলিনাই কলে, "মহাসমৰে কি কৰি দিব বুলি আশা কৰিছিলা? পবিত্ৰ কৰি দিব? এতিয়াও কৰা নাই।"

অন্ততঃ চেলিনাই ভাবিছিল যে ডাৰ্কে তেওঁৰ ব্যৱসায় সাময়িকভাৱেহে এৰিছে। চেলিনাই সোনকালে সিদ্ধান্তত উপনীত হব পাৰে। তথাপি তেওঁ বহুতদিনলৈ বুজি পোৱা নাছিল যে তেওঁৰ লৰাই নিশ্চিতভাৱে স্থাপত্য শিল্প পৰিত্যাগ কৰি বস্তুৰ ব্যৱসায়ত সোমাইছে। তেওঁ ভাবি আছিল যে তেওঁৰ কাৰণে ডাৰ্কে স্পেইনত প্ৰাসাদ সদৃশ ঘৰ সাজিব। বণ্ড-বিক্ৰেতা-হিচাবে তেওঁ প্ৰথম দুমাহতে যিমান ধন ধৰিলে, সেই ধনৰ পৰিমাণ "হোলিছে-স্প্ৰেগ'ৰ কোম্পানীত পোৱা এবছৰৰ দৰ্ম্মহাতকৈয়ো অধিক হ'ল। উল্লাসতে এই কথা চেলিনাক কোৱাত চেলিনাই কলে, "এৰা; কিন্তু এই কাকত বিক্ৰি কৰা কামত কিবা আনন্দ-উল্লাস আছেনে? কিন্তু স্থাপত্য শিল্পত নিশ্চয় উল্লাস আছে। নাটক এখন লিখি সেইখন জীৱন্ত মানুহে অভিনীত কৰি সঞ্জীৱিত কৰোতে দেখা আনন্দতকৈ স্থাপত্য-শিল্পৰ আনন্দ কম নহয়। প্ৰথমতে কাগজত এটা ঘৰৰ চিত্ৰ অঙ্কন কৰি লোৱা হয়। অত এটা সৰু চিহ্ন, ত'ত পোণ ৰেখা, অঙ্ক, হিচাব, গণনা, মাফ, কেঁচা ছবি,—ইত্যাদিৰ সূচনা কৰা হয়। পিছত হঠাতে এদিন আচল ঘৰটোকে দেখা পোৱা যায়। তাৰ ভিতৰত তীখা, শিল, ইটা, আৰু মাজত ইঞ্জিনৰ শব্দ, ঠিক হৃদযন্ত্ৰৰ কম্পনৰ দৰে। মানুহে ওলোৱা সোমোৱা কৰি থাকে। এখন চহৰৰ এটা অংশ। মনতে ৰচনা কৰা সৌন্দৰ্য্যৰ বাস্তৱ প্ৰতীক। ডাৰ্ক, ই সত্য নহয় জানো?" চেলিনাৰ মুখত তেতিয়া অনুপ্ৰেৰণা ফুটি উঠিছে। সেই সময়ত তেওঁৰ মুখ দেখাহেতেন ডাৰ্কৰ মনত বেদনাৰ অনুভূতি হলহেতেন।

ডাৰ্কে নিজৰ যুক্তি দৰ্শালে। বণ্ড-বিক্ৰি কৰিলেহে তেনে ঘৰ বন্ধাটো সম্ভৱপৰ। গতিকে এই কাৰ্য্য বেয়া নহয়।

কিন্তু চেলিনাই ঘৃণাৰে তাক আওকাণ কৰিলে। "ডাৰ্ক, ই সম্পূৰ্ণ

মূৰ্খামি। থিয়েটাৰ ঘৰত টিকেট বিক্ৰি কৰাতকৈ বণ্ড-বিক্ৰি কৰা কাম বেছি ভাল নহয়।'

শেষৰ ডেৰ বছৰত ডাৰ্ক বহুতো নতুন বন্ধু পাইছে। তদুপৰি তেওঁ এটা নতুন আচৰণ শিকিছে। আজিকালি তেওঁ এটা নীৰব কৰ্ত্তৃত্ব পাইছে। স্থাপত্য-শিল্পৰ ব্যৱসায় তেওঁ খাটাংকৈ এৰিলে।

মহাসমৰ চলি থকা সময়ত কোনো বিল্ডিং সজা হোৱা নাছিল। হয়তো আৰু কেই বছৰ মানলৈ নহব। ঘৰ সজা সঁজুলি পাবলৈ নাই, বণুৱাৰ মজুৰীও চৰা। ডাৰ্কে স্থাপত্য-শিল্প পৰিত্যাগ কৰা বুলি মাকক কোৱা নাছিল। কিন্তু নতুন কামত ছমাহ কটোৱাৰ পিচত তেওঁ জানিলে যে আগৰ কামলৈ তেওঁ আৰু কেতিয়াও নাযায়।

আৰম্ভণিতে পৰা তেওঁ কৃতকাৰ্য্যতা লাভ কৰিলে। এবছৰৰ ভিতৰতে তেওঁ ইমান কৃতকাৰ্য্য হ'ল যে চিকাগোৰ অন্যান্য ধনী ব্যৱসায়ী যুবকৰ আৰু এওঁৰ ভিতৰত পাৰ্থক্য ধৰা টানহৈ পৰিল। তেওঁলোকৰ দৰে এওঁ সাজপাৰ পিলৰ দৰ্জ্জীখানাত কৰালে। কামৰ ধূলি-বালিৰ ভিতৰত এওঁ গলৰ কলাৰ নিখুঁত ভাবে পৰিষ্কাৰ কৰি ৰাখিলে। ফাৰ্ষ্ট নেচনেল বেঙ্কৰ ওপৰত থকা ডুপৰীয়াৰ ক্লাবত ক্ৰোৰপতি সকলৰ দৰে এওঁ খানা খালে। চহৰৰ বিত্তীয় সম্প্ৰদায়ৰ 'ডাঙৰ' লোক সকলেই ইয়াৰ মেম্বৰ। এই ক্লাবত প্ৰথম দিন খাওঁতে ডাৰ্কে শৰীৰত শিহৰণ অনুভৱ কৰিলে। এতিয়া তেওঁ মনে মনে তেওঁলোকক ঘৃণা কৰিব পৰাও হ'ল। তেওঁ বহুত বছৰ ধৰি আগষ্ট হেম্পেল আৰু মাইকেল আৰ্ণল্ডক আৰু তাৰ পিচত ফিলিপ এমেৰি আৰু থিওদোৰ ষ্টৰ্ম আৰু আন আন লোকক জানিছিল। এই ক্লাবৰ মেম্বৰ সকল ভিন্ন ধৰণৰ লোক হব বুলি ভাবিছিল।

পউলাই কৈছিল, "থিওদোৰ, তুমি এদিন ডাৰ্কক ডুপৰীয়াৰ ক্লাবলৈ লৈ নোযোৱা কিয়? তাত তেওঁ লগপাব লগীয়া ধৰণৰ বহুত মানুহ আছে।"

ডাৰ্কে মনত ভয় ভয় কৰি গৈছিল। চাৰিওফালে বেৰাবে আগুৰা প্ৰকাণ্ড "এলিভেটৰ" টোত উঠি তেওঁ সেই সোণৰ দুৰ্গৰ উপৰ তলালৈ গৈছিল। ক্লাবৰ বৈঠকখানাটো দেখিয়েই তেওঁ পোণতে হতাশ হ'ল। দেখাত সেইটো পুলম্যানৰ চোকা যেন দেখি। চকী বিলাকত কলা বা ৰঙা চামৰাৰ কুচন আছে। কাচৰ কাম কৃত্ৰিম মেহোগণি কাঠৰ নিচিনা

ৰঙা বৰণৰ। গালিছাখন সেউজীয়া। চিগাৰেটৰ কাউণ্টাৰৰ ওচৰত পিতলৰ উজ্জ্বল, চকচকীয়া ৰঙৰ পাত্ৰ কিছুমান আছে। তৰী-তৰ্কাৰীবোৰ সুন্দৰ ৰকমে সিদ্ধ কৰা। মানুহৰ খাদ্য। এই সভ্য বিলাকৰ দহজনৰ ভিতৰত নওজনেই ক্ৰোৰপতি। খাদ্য তালিকাত শস্যমিশ্ৰিত সোমৰস আৰু বন্ধাকবি পালে দহ জনৰ ভিতৰত ন জনেই তাক আগ্ৰহেৰে খায়। আমেৰিকাৰ ব্যঙ্গ আলোচনী আৰু উপন্যাসত যিবিলাক মানুহৰ চৰিত্ৰ পোৱা যায়, তেওঁলোকে গাখীৰ আৰু বৰা ভজাৰ খাদ্য খায়। এই সকলেই আমেৰিকাৰ ধনী ব্যৱসায়ৰ মানুহ। কিন্তু এই দুপৰীয়াৰ ক্লাবৰ সভ্যসকল তেওঁলোকৰ দৰে নহয়। এওঁবিলাক দুটা নিৰ্দ্দিষ্ট শ্ৰেণীত বিভক্ত—পঞ্চাছ আৰু যাঠি বছৰৰ ভিতৰৰ বয়সস্থ সভ্য সকলে ওখ ক'লাৰ পিন্ধে—তেওঁলোকৰ অভ্যাস সম্পূৰ্ণ। তেওঁলোকৰ বহুতকে ডাক্তৰে ৰক্তচাপৰ সতৰ্কবাণী শুনাইছে। তেওঁলোকৰ ধমনী টান হৈছে হৃদযন্ত্ৰ অৱশ হব ধৰিছে, কিডনীৰ বিদ্ৰোহ আৰম্ভ হৈছে। গতিকে তেওঁলোকে সতৰ্কতাৰ গুণ-গান কৰে, খাওঁতে লাহে ধীৰে'খায়, আৰু চিগাৰেট হুপি আৰু কথাকৈ সময় নিয়ায়। তেওঁলোকৰ মুখত আবেগ নাই; চকুত তীক্ষ্ণ বুদ্ধি আৰু কৰ্কশতা। তেওঁলোকৰ কথোপকথনত কথিত অমাৰ্জ্জিত ভাষা ব্যৱহাৰ হয়। বহুত সময়ত অশিক্ষিতৰ ভাষাও ব্যৱহাৰ হয়। তেওঁলোকে ব্যাকৰণৰ নিয়ম কানুন নামানি কৰ্ত্তা ক্ৰিয়াৰ সঙ্গতি নথকা বাক্য ব্যৱহাৰ কৰে। বাল্য বা যৌৱন কালত তেওঁলোকৰ বহুতে খেলা খেলিব পোৱা নাছিল। গতিকে জীৱনৰ শেষৰ খণ্ডত খেলা খেলিবলৈ পাই এতিয়া বেছিকৈ খেলে। শনিবাৰে আবেলি তেওঁলোকে গোলফ্ খেলাৰ কাৰণে উপযুক্ত সাজ-পাৰ পিন্ধি আহে। চিগাৰেট খোৱাটো অসন্মানজনক বুলি ভাবে। তেওঁলোকে কড়া 'চিগাৰ' হুপে আৰু তাৰদ্বাৰা তালু আৰু যকৃৎ নষ্ট কৰি পেলায়। কোনো বন্ধুক সম্বৰ্দ্ধনা কৰিবৰ প্ৰথম যাদুমন্ত্ৰ হ'ল—"এভাল চিগাৰ ধৰা।" তেওঁলোকৰ ভিতৰত অতিশয় ধনী দুই এজনেহে পাতল "পানাতেলা" হুপিছিল। আগষ্ট হেম্পেল এনে এজন লোক। ডাৰ্কে লক্ষ্য কৰিছিল যে দৈবাৎ কেতিয়াবা তেওঁ দুপৰীয়াৰ ক্লাবত গৈ উপস্থিত হলে, অন্য সকলে তেওঁক সন্মান দেখুৱাই সংযত হৈছিল। এতিয়া তেওঁৰ বয়স পচত্তৰৰ কাষাকাষি; কিন্তু এতিয়াও তেওঁ পোন, সৱল আৰু উৎসাহী হৈ আছে; সৰু সৰু সুৰাপায়ীৰ মাজত বিশিষ্ট, প্ৰবীণ পুৰুষ। তেওঁ খোলা-খুলিকৈ কথা কোৱা মানুহ—

তেওঁৰ প্ৰকাশ্য ব্যৱহাৰত তেওঁৰ শক্ৰৱে পৃষ্ঠভঙ্গ দিয়ে। ডেকা সভ্য সকলে তেওঁক দেখি শ্ৰদ্ধা কৰিছিল আৰু কিছু আমোদো লাভ কৰিছিল।

আঠাইছ আৰু পঞ্চল্লিশ বছৰৰ ভিতৰৰ এই ডেকা মানুহ বিলাকে ব্যৱসায়ত নতুন পদ্ধতিৰ শিষ্য হৈছিল। এওঁবিলাক বিশ্ববিদ্যালয়ৰ স্নাতক। এওঁলোকে ওৰেই জীৱনে বিলাসিতাত বৰ্দ্ধিত হৈছে। এওঁলোক ধনীৰ নাতি। এওঁলোকে 'মনো বিজ্ঞান' শব্দটো ব্যৱহাৰ কৰে। এওঁলোকে সংযম অভ্যাস কৰে। এওঁলোকে পৰামৰ্শৰ শক্তি জানে। য'ত বুঢ়া হেম্পেলে ক'লা পটাকা উৰাইছিল তাত এওঁলোক "পেৰিস্কোপ" যন্ত্ৰ ব্যৱহাৰ কৰে। ডাৰ্কে জানিব পাৰিলে যে ব্যৱসায়ৰ উদ্দেশ্য লৈ নবহিলে সাধাৰণতঃ আহাৰৰ সময়ত এওঁলোকে ব্যৱসায়ৰ কথা আলোচনা নকৰে। ডাৰ্কে ভাবে যে এওঁলোকে বহুত সময়ৰ অপচয় কৰে, বহুত সময়ত এওঁলোকে "সন্মিলন" বহিছে বুলি কোৱা হলেও, নাইবা এওঁলোকৰ চেক্ৰেটাৰী সকলে অত্যন্ত ব্যস্ত থকাৰ অজুহাত দেখুৱাই তিনিবজালৈ নামাতিবলৈ নিৰ্দেশ দিলেও, প্ৰকৃততে তেওঁলোকে নিজৰ নিজৰ অফিচত আধা ঘণ্টামান কাল শান্তিৰে শোৱে। এওঁলোক ধনীলোকৰ সতি-সন্ততি। এওঁলোকৰ পূৰ্বপুৰুষ সকল ১৮৩৫ বা ১৮৪০ চনত কাউণ্টি লিমেৰিক, কাউণ্টি কিলকেনি, স্কটলেণ্ড, বা ৰাইনলেণ্ডৰ পৰা ওলাই আহি তেওঁলোকৰ শক্তিমান হাতেৰে এই নতুন দেশখন গঢ় দিবলৈ ধৰে। এই পূৰ্ব পুৰুষ সকল দঢ়িয়া, বিলাসিতা বিহীন আৰু সাংঘাতিক প্ৰকৃতিৰ মানুহ আছিল। এওঁলোকৰ চেষ্টাতেই ইয়াত অৰ্কেষ্ট্ৰা, নাওৰ ক্লাব, গোল্‌ফ লিঙ্ক ইত্যাদিৰ সূত্ৰপাত হয়। তেওঁলোকৰ বংশধৰসকলে এইবোৰৰ জৰিয়তেই আনন্দ-আমোদ পায়।

ডাৰ্কে দুপৰীয়াৰ ক্লাবৰ কথা কানদি শুনিলে।

"মই এইটো চিয়াছিতে কৰিলোঁ। টিপ-নৌকা কোৰ্চৰ কাৰণে এইটো ইমান বেয়া নহয়।"

"...বাকছবোৰ খুব ভালদৰেই চলিছে; কিন্তু মেট্ৰোপলিটানে ডাঙৰ আটাইবোৰকে গ্ৰাস কৰে আৰু ঘৰৰ নামৰ অভাৱ হয়। বাগিছাই আগতে আকৰ্ষন কৰাৰ সমানে এতিয়া নকৰে। আনকি চিকাগোতো। ৰাজহুৱা ৰৰঙনিহে লেখত লব লাগে।"

"...দুইবাজি পঞ্চল্লিশ মিনিটত নিউইয়ৰ্কৰ বাহিৰত থকা চেস্কুৰিত

সোমাই মুৰামুৰি সময়ত উভতি আহি পাৰ্কত মোৰ নতুন ঘোৰাটোৰ ওপৰত উঠিবলৈ চেষ্টা কৰিছিল। চহৰৰ ভিতৰত ঘোঁৰাত উঠিবলৈ তেওঁ অলপ ভয় কৰে; কিন্তু অহা সপ্তাহত লেক ফৰেষ্টত আমাৰ ঘৰ মুকলি কৰিম।"

"·· প্ৰদৰ্শন খুব ধুনীয়া হৈছে। কিন্তু মুল কোম্পানী বিলাক ইয়ালৈ নপঠিয়ায়। এইটোৱেই দিগদাৰ।"

"·· লণ্ডনত। এই ঢাকনি সেউজীয়া। এই নিচিনা "টাই" ইয়াত পোৱা নাযায়। কাৰণটো নাজানো। যোৱা বাৰ যাওঁতে এক ডজন আনিছো। এৰা, গ্ৰামব্ৰিজ বণ্ড ষ্ট্ৰিটত।"

ডাৰ্কে এই নিচিনা কথা অতি সহজে কব পাৰিলে হেঁতেন। তেওঁ নীৰৱভাবে শুনিলে, মূৰ দুপিয়ালে, হাঁহিলে, সন্মত বা অসন্মত হ'ল। তেওঁ ভু-লবলৈ বুলি চাৰিওফালে তন্ন তন্নকৈ চালে।

কোমৰৰ গাঁঠিবোৰ ভালদৰে ৰখা; সাজপাৰ দৰ্জীয়ে ভালদৰে চিলাই কৰা; চকুৰ কোনত বুদ্ধিৰ জিলিঙনি। কোনো এডভাৰ্টাইজ কৰা কোম্পানীৰ সভাপতিয়ে বেহাৰৰ লগত খাইছে; বণ্ড বিক্ৰিকৰা লোকে দুষ্প্ৰাপ্য কিতাপ সংগ্ৰহ কৰা লোকৰ লগত কথা হৈছে; এজন পেকিং কৰা মানুহে সৰু টেবিল এখনৰ এমূৰত থাকি হোৰেছিও ক্ৰাফ্‌ট নামৰ ভাস্কৰ এজনৰ লগত বহি ভাবৰ আদান-প্ৰদান কৰিছে।

দুই বছৰৰ ভিতৰতে ডাৰ্কেও "চৈঞ্চুৰি"লৈ যোৱা অভ্যাস কৰিলে। নিউইয়ৰ্ক আৰু চিকাগোৰ ভিৰৰত অহাযোৱা কৰোতে এইদৰে কিছু সময় ৰক্ষা কৰিব পাৰি। দৰ্জী পিলে কৈছিল যে ডাৰ্কৰ গাত কোট আৰু ভৰিত চুট পিন্ধোৱাটো আনন্দৰ কথা—কাৰণ তেওঁৰ পিঠি বহল আৰু তললৈ ক্ৰমে সৰু; ভৰি দুখনো সবল। ডাচ দেশীয়, ৰঙা-গালৰ, পূৰ্ব পুৰুষ সকলৰ দৰে তেওঁৰ গাৰ ৰৰণ; এতিয়া সমুদ্ৰতীৰৰ হলাণ্ড ধৰণৰ ফ্ল্যাটত বৰ্ধিত হোৱাত সেই বৰণ বেচি ধুনীয়া আৰু পৰিষ্কাৰ হৈছে। চেলিনাই মাজে সময়ে ডাৰ্কৰ গা-মূৰত তেওঁৰ জীৰ্ণ হাত বুলাই আনন্দ পায়। ডাৰ্ক দুবাৰো বিদেশলৈ গৈছে। ডাৰ্কে "অলপ কেই দিনমানৰ কাৰণে ইউৰোপলৈ দৌৰি" যোৱা বুলি কৈছিল। মাত্ৰ দুই বছৰৰ ভিতৰতে এই বিদেশ যাত্ৰা সংঘটিত হৈছিল। আমেৰিকাত সাধাৰণতঃ এই নাটকীয় দ্ৰুতগতিত জীৱন প্ৰবাহিত হয়।

মাকক কাষত নাপালেও এতিয়া ডাৰ্কৰ জীৱন সম্পূৰ্ণ যেন দেখি চেলিনাই অলপ ভয় খালে। এতিয়া একেৰাহে দুই বা তিনি সপ্তাহ কাল চেলিনাই

তাৰ্কিক দেখা নাপায়। তাৰ্কে মাকলৈ উপহাৰ পঠিয়ায়। মাকে এইবোৰ আনন্দেৰে লাৰি-পিহি থৈ দিয়ে। এইবোৰ ধুনীয়া, কোমল, ৰেচমৰ বস্তু; হাতেৰে বনোৱা। চেলিনাই এইবোৰ পিন্ধিব নোৱাৰে। তেওঁ সুদীৰ্ঘকালৰ অভ্যাস ত্যাগ কৰিব পৰা নাই। যদিও তেওঁ সূক্ষ্ম আৰু উচ্চ ৰুচিসম্পন্না তিৰোতা, তথাপি দাম্পত্য জীৱনৰ প্ৰথম খণ্ডৰ দুখ কষ্টৰ মঁচিব নোৱাৰা দাগ তেওঁৰ জীৱনত ৰৈ গৈছে। এতিয়া তেওঁ যি সাজ-পাৰ পিন্ধে তাত দেখা যায় যে তেওঁৰ পেটিকোটটো কলা ৰেচমৰ আৰু তেওঁৰ সাধাৰণ অথচ পৰিষ্কাৰ ওভাৰকোটটো মজবুত ধৰণৰ, মাত্ৰ কাষলতিৰ তলত চিৰি যোৱা ঠাইত পৰিষ্কাৰকৈ তাপলি লগোৱা হৈছে। উত্তপ্ত যুৱতীৰ দৰে তেওঁ কৃত্ৰিম প্ৰসাধন নকৰিছিল। মুকলি প্ৰেইৰিৰ ৰ'দ, বতাহ, বৰষুণ, গৰম, শীত,—এইবোৰক অৱজ্ঞা কৰাৰ প্ৰতিফল তেওঁৰ চেহেৰাত ফুটি উঠিছে। তেওঁৰ শৰীৰ চাল তাম বৰণীয়া হৈছে, চুলি খহতা আৰু শুকান হৈছে। কিন্তু এনে জীৰ্ণ শীৰ্ণ শৰীৰতে আছে তেওঁৰ চমক লগা চকুৰ জ্যোতি। সেই চকু ইমান সুস্থিৰ, ইমান প্ৰশান্ত, ইমান সজীৱ। আদ-বয়সীয়া তিৰোতা এজনীৰ মুখমণ্ডলত যেনিবা তৰুণী ছোৱালী এজনীৰ ধুনীয়া আৰু জ্ঞান-মণ্ডিত চকু এজুৰি। তেওঁৰ মানত জীৱন এতিয়াও ইমান নতুন হৈ আছে।

তেওঁৰ ব্যক্তিগত বস্তু-বাহানি ইমান কম যে ভাবিলে দুখেই লাগে। তেওঁৰ বস্তুথোৱা ড্ৰৱাৰটো এজনী সন্ন্যাসিনীৰ দৰে। তাত আছে বুৰুজ, ফনি আৰু অলপ বগা, সাধাৰণ, তলত পিন্ধা কাপোৰ। তেওঁৰ বাথৰুমৰ চেলফত আছে—টুথব্ৰাছ, অলপ ভেচেলিন, আৰু টেলকম পাউদাৰৰ বাকচ এটা। আদহীয়া তিৰোতা বিলাকে যিবিলাক কৃত্ৰিম উপাদানৰ সহায়ত ৰমক-জমক হৈ সাজি-পাৰি ওলাই জগতৰ চকুত ধূলি মাৰি ডেকা হিচাবে দেখা দিয়ে, সেই কৃত্ৰিম বস্তুৰ লেশ মাত্ৰও তাত নাই। তেওঁ এতিয়া অক্সফোৰ্ড জোতা পিন্ধে। এইবোৰ মজবুত আৰু গোৰোহাও যুক্তি সন্মত। যিবিধ জোতাক পথাৰৰ উপযোগী বুলি কোৱা হয় তাকে পিন্ধে। তেওঁৰ গাৰ চোলা পাতিও পৰিষ্কাৰ, কিন্তু সাধাৰণ আৰু মাৰ্জিত ধৰণৰ। তেওঁৰ বয়স ভাতি দিবৰ উপক্ৰম। খোজ কাঢ়োতে কিন্তু বয়সৰ কথা মনত নপৰে। তেওঁৰ দৃষ্টি পোন পটীয়া কিন্তু হৃদয়হীন নহয়। এয়েই মানুহজনী। অথচ, তেওঁ কোনো অজানিত গুণেৰে দৰ্শকক ততালিকে মোহিত কৰে।

বহুদিনৰ মূৰত এবাৰ চহৰলৈ জুলিইতৰ ঘৰলৈ যাওঁতে জুলিয়ে কৈছিল, "চেলিনা, তুমি এইটো কেনেকৈ ৰাখিছা মই নাজানো। তোমাৰ চকু দুটা শিশুৰ চকুৰ দৰে উজ্জ্বল হৈ আছে; কিন্তু মোৰ চকুদুটা মৰা "অয়ষ্টাৰ" মাছৰ দৰে দেখি। তেওঁলোক দুয়ো জুলিৰ ড্ৰেছিং ৰুমলৈ গল। সৰোবৰৰ উত্তৰত সজা নতুন ঘৰটোত। এই নতুন ঘৰটোও এতিয়া পুৰণি হৈছে। জুলিৰ ড্ৰেছিং টেবিলখন দেখিলে মূৰ ঘূৰাই যাব খোজে। সাধাৰণ কলা সাজ-পাৰ পিন্ধি চেলিনাই টেবিলখনৰ পিনে চাইছে, জুলিয়েও গভীৰ আগ্ৰহ দেখুৱাই কাষতে বহিছে।

চেলিনাই কলে, "এইখন মেগুেলৰ প্ৰসাধন ৰাখা, অথবা হস্পিতালৰ অস্ত্ৰোপচাৰ কৰা কোঠালিত ডাঙৰ অস্ত্ৰোপচাৰ এটাৰ সময়ত টেবিল যেন দেখি।" তাত ডাঙৰ ডাঙৰ চিচাৰ কলহত বগা আৰু সোণ বৰণীয়া আহাৰ আছে। শাৰীয়ে শাৰীয়ে মাখনৰ পাত্ৰ—মালিছৰ মলম, চুলি আতৰোৱা মলম, চামৰা চাফা কৰা মলম। ৰঙা আৰু বগা বৰণৰ চীনা বাচন—হালধীয়া ৰহণৰ প্ৰলেপ লগাই দিয়া আছে। চাৰিওফালে বিন্ধা থকা পাত্ৰ এটাৰ ভিতৰত তুলা—এই তুলা চাৰিওফালে ওলাই আছে। তদুপৰি টয়লেটৰ নানা সুগন্ধি, পানী, ফৰাচী চাবোন, ইত্যাদি বিভিন্ন সামগ্ৰীও সেই টেবিলত আছে। এইখন এখন ধুনীয়া মেজেই নহয়. ৰাসায়নিক গবেষনাগাৰো।

জুলিয়ে কলে, "চেলিনা মোৰ মেজখন দেখি আচৰিত হৈছা। কিন্তু তুমি পউলাৰ ড্ৰেছিং টেবিলখন যদি দেখিলাহেঁতেন তেন্তে তাৰ তুলনাত মোৰ এইখন ৰান্ধণীঘৰৰ এলান্ধু লগা টেবিল যেন লাগিল হেতেন।" জুলি দুই হাতৰ তৰ্জ্জনী আঙুলি দুটাৰে চতুৰ ভাৱে তেওঁৰ চকু দুটাৰ চাৰিওকাষে ঠাণ্ডা মাখন ঘঁহি দিব ধৰিলে।

চেলিনাই কৈ উঠিল, "চমৎকাৰ যেন দেখি। ময়ো এদিন নে এদিন চেষ্টা কৰিম। মই চেষ্টা কৰি চাব খোজা ইমান বহুত বস্তু আছে। বহুত কাম মই কোনো দিনে কৰা নাই। কিন্তু এতিয়া ধেমালিৰ কাৰণে হলেও কৰিম। মই কেতিয়াও নখকটা আৰু বোলোৱা যন্ত্ৰ এটাকে ব্যৱহাৰ কৰা নাই। জুলি, এইটো ভাবি চাবা। এতিয়া কোনো এদিন মই এই যন্ত্ৰ এটা লম। মোৰ ছোৱালীজনীক এইটোৰ সহায়েৰে মোৰ নখ বিলাক সেন্দুৰ বৰণেৰে বোলাই দিবলৈ লগাই দিম।" ছোৱালীজনীক পচিছ চেন্ট বকচিছ দিম।

বৰ কাটৰ চুলিকটা আৰু অদ্ভুত, উজ্জ্বল চকু বিশিষ্ট ভিৰোত্তা বিলাকক ইমান ধুনীয়া দেখি! তেওঁ বিলাকক দেখিলে মোৰ মনলৈকো ডেকা বয়সৰ ঢল আহে। তুমি হয়তো ভাবিবা, মই বলিয়া হৈছো।"

জুলিয়ে মালিছ কৰি আছিল। তেওঁৰ চকুত অন্যমনস্কতা। হঠাতে তেওঁ কৈ উঠিল, "শুনা চেলিনা! ডার্ক আৰু পউলাই ৰবকৈ কুৰা-ওমলা কৰিছে। মানুহে কোৱাকুই কৰিছে।

"কোৱাকুই কৰিছে?" চেলিনাৰ মুখৰ হাঁহি মাৰ গল।

জুলিয়ে কৈ গল, "ভগবান জানে, মই গোৰা নহয়। আজিৰ যুগত আৰু দিনত হব নোৱাৰি। যদি জানিলোহেতেন যে জীৱনত এনে দিন···। যুদ্ধৰ পিচৰ পৰা এনে অনুমান হৈছে যে সকলো কথাই শুদ্ধ। কিন্তু পউলা জ্ঞানহীন। প্ৰত্যেকেই জানে যে পউলা ডার্কৰ প্ৰেমত পাগল হৈছে। ডার্কৰ কোনো দোষ নাই বা লোকচান নহয়। কিন্তু পউলাৰ? ডার্কক যি ঠাইলৈ নিমন্ত্ৰণ নিদিয়ে তালৈ পউলা নাযায়। অৱশ্যে ডার্ক বৰ জনপ্ৰিয়। তেওঁৰ নিচিনা ধুনীয়া যুৱকৰ সংখ্যা চিকাগোত নিচেই তাকৰ—ধুনীয়া, কৃতকাৰ্য্য আৰু মাৰ্জ্জিত। চিকাগোৰ অধিকাংশ যুৱকেই পূবৰ পিনে ঢাপলি মেলে। তেওঁলোকৰ দেউতাক ইতৰ হতুৱাই পূবৰ পিনে শাখা বা তেনে কোনো এটা স্থাপিত কৰাব পাৰিলে আৰু ইয়াত নাথাকে ···এওঁলোক দুয়ো সকলো সময়তে আৰু সকলো ঠাইতে একে লগে যায় আৰু থাকে। মই পউলাক সুধিছিলো, তেওঁ ষ্টৰ্ম্মৰ লগত বিবাহবিচ্ছেদ কৰিব নেকি। তেওঁ নকৰে বুলি কলে। তেওঁৰ হাতত যথেষ্ট ধন নাই। ডার্কৰ উপাৰ্জ্জনো যথেষ্ট নহয়। ডার্কৰ দৰ্ম্মহা কেই হেজাৰ মানহে হয়, পউলাই কিন্তু লাখ লাখ ডলাৰৰ উপাৰ্জ্জনৰ কথাতহে অভ্যস্ত।"

চেলিনাই ক্ষীণ মাতেৰে মাজতে মাত দিলে, "ইহঁত সক কালিৰে পৰা লগ।"

"এতিয়া এওঁলোক সৰু লৰা-ছোৱালী নহয়। ভুল নকৰিবা, চেলিনা! তুমি সিমান কম বয়সীয়া হৈ থকা নাই।

এৰা, তেওঁ সিমান কম বয়সীয়া হৈ থকা নাই। বহুত দিনৰ মূৰত ডার্ক যেতিয়া ফাৰ্ম্মলৈ গল তেতিয়া মাকে তেওঁক শোৱা কোঠালিলৈ মাতি নিলে। এই কোঠালিটো শীতল, অপৰিস্কাৰভাৱে সজ্জিত। তাত কলা ৱালনাটৰ বিচনাখন আছে। ত্ৰিছ বছৰৰো আগতে এই বিচনাতে চেলিনাই পার্ভাছ

ডিজডৰ নতুন কইনা হিচাবে শুইছিল। ঠৰঙা নাইট-গাউনৰ ওপৰত চেলিনাই হাতেৰে বুনা আৰু জেকেট এটা পিন্ধি আছে। তেওঁৰ মূৰ ভৰা চুলিবোৰ দুটা পৰিষ্কাৰ দীঘল কোঁচা কৰি বন্ধা আছে। সেই ক্ষীণ পোহৰত কেনেবাকৈ চেলিনাক ছোৱালী এজনী যেন দেখা হৈছে। তেওঁৰ ডাঙৰ কোমল চকু জুৰিৰে ডাৰ্কৰ ফালে চাইছে।

ডাৰ্ক, তুমি আগেয়ে যেনেকৈ বহিছিলা তেনেকৈ মোৰ এই বিচনাৰ দাঁতিতে বহা।"

"মা, মই ভাগৰতে মৰো মৰো হৈছো। মই ওলাই অহাৰ আগতে গোল্‌ফ্‌ৰ সাইছটা গাঁত।"

"মই জানো। তোমাৰ গোটেই শৰীৰ বিষায়— মধুৰ সেই বিষ। ময়ো পথাৰত শাক-পাচলি উভালি বা কই ওৰেই দিনটো কাম কৰোতে এনে বিষ অনুভৱ কৰিছিলোঁ।" ডাৰ্ক নীৰৱ। মাৰ্কে ডাৰ্কৰ হাতত ধৰিলে। "মই এইদৰে কোৱাটো তুমি ভাল পোৱা নাই। মই দুখিত। সোণ, তোমাৰ মনত দুখ দিবৰ কাৰণে মই তেনেকৈ কোৱা নাই।"

"মা, মই জানো সেইটো তোমাৰ উদ্দেশ্য নহয়।"

"ডাৰ্ক, যি তিৰোতাজনীয়ে ৰবিবাৰৰ "ট্ৰিবিউনত" সামাজিক খা-খবৰৰ বিষয়ে লিখে, সেই তিৰোতাজনীয়ে আজি তোমাক কি বুলিছে, জানানে?"

"নাজানো, মই সেইটো পঢ়া নাই। কি বুলিছে?"

"তেওঁ লিখিছে তুমি হেনো সোণ-চৰোৱা যুৱক।" ডাৰ্কে হাঁহি কলে, "বাজে!"

"মই মিচ ফিষ্টাৰৰ স্কুলত ফৰাচী ভাষাৰ যিখিনি জ্ঞান আহৰণ কৰিছিলো তাৰ পৰাই "ট্ৰিবিউনত" ফৰাচী ভাষাৰে তোমাৰ যি বৰ্ণনা দিছে তাক বুজিছো। তাৰ অৰ্থ "সোণ-চৰোৱা যুৱকেই হয়।"

"মোৰ বিষয়ে। বাজে কথা! মোৰ সাজ-পাৰেই তিৰবিৰকৰা বিধৰ নহয়।"

চেলিনাই সৰু, কঁপা মাতেৰে কলে, "ডাৰ্ক! তুমি সোণ-চৰোৱা, দাম্ভিক ধৰণৰ লৰা হোৱাটো মই কামনা নকৰো। ইয়াৰ কাৰণেই মই বৰ-ৰৰযুগত কাম কৰা নাছিলো। মই তোমাক তিৰস্কাৰ কৰিব খোজা নাই। মই কাম কৰিব লগীয়া হোৱাত দুখ পোৱা নাই। এই কথাটো উল্লেখ কৰা

কাৰণে ক্ষমা কৰিবা। কিন্তু ডাৰ্ক! মোৰ লৰাক মানুহে দাম্ভিক আৰু বিলাসী বোলক, এইটো মই সহ্য কৰিব নোৱাৰো।"

"মা শুনা। এইটো মূৰ্খামি। তুমি যদি সেইদৰে কোৱা ··ব্যঙ্গ পূৰ্ণ নাটিকাত বিপথগামী লৰাৰ বিষয়ে উদ্বিগ্ন হোৱা মাক জনীৰদৰে ··· মই গাধৰদৰে· কাম কৰো। এইটো তুমি জানা। কিন্তু তুমি বস্তুৰ ভূল কোনটোহে দেখা। এই সৰু ফাৰ্ম্মথনতে আবদ্ধ হৈ থকা কাৰণে তেনে হৈছে।

তুমি ফাৰ্ম্মথন বিক্রি কৰি চহৰলৈ আহি তাত অলপ ঠাই নোলোৱাহি কিয় ?"

চেলিনাই ভ্রূকুতিপূৰ্ণভাৱে সুধিলে, "অর্থাৎ তোমাৰ লগতে নাথাকোঁহি কিয় ?"

ডাৰ্কে বেগাই উত্তৰ দিলে, "নহয় নহয়। তুমি এইটো ভাল নাপাবা। তদুপৰি মই তাত নাথাকিমেই। ওৰেই দিনটো অফিচত থাকো, আৰু গধুলি বাহিৰৰ কোনোবা পিনে যাওঁ।"

"ডাৰ্ক, তুমি পঢ়া কেতিয়া ?"

"এ—এ—উ—উ—·· "

চেলিনা বিচনাতে উঠি বহিল। তেওঁ হাতত লৈ বুনি থকা কাপোৰৰ এমুৰৰ সূতা এডাল আঙুলিত মেৰিয়াইছে। তেওঁৰ চকু তাৰে ওপৰত। "ডাৰ্ক! তুমি তোমাৰ অফিচত কি বিক্রি কৰা? মই কোনো দিনে দেখা নাই।"

"বণ্ড বিক্রি কৰো। মা, তুমি এইটো সুন্দৰ ৰকমে জানা।" "বণ্ড? সেইবোৰ বিক্রি কৰা টান নেকি ? সেইবোৰ কোনে কিনে ?"

"সেইটো নির্ভৰ কৰে···সকলোৱে কিনে অর্থাৎ···"

"মই নিকিনো। ইয়াৰ কাৰণ, যেতিয়া মোৰ হাতত অলপ ধন জমা হয় তেতিয়াই সেই ধন মোৰ ফাৰ্ম্মত সোমায়। সা-সজুলি, মেৰামতি, বীজ, ভৰাঁল, কিম্বা কোনো উন্নয়নমূলক কাম—এইবোৰত খৰচ কৰো। খেতিয়কৰ এয়েই অভ্যাস।" চেলিনাই অলপ গমিলে। ডাৰ্কে হামিয়ালে, তেওঁ অস্থিৰ। "ডাৰ্ক ডিজং, বণ্ডৰ চেলছমেন।"

"মা, তুমি খি ধৰণে কৈছা তাৰ পৰা এই ব্যৱসায়টো যেন দোষযুক্ত ব্যৱসায়, তেনেহেন শুনা হৈছে।

"ডাৰ্ক তুমি জানানে যে মই প্ৰকৃততে কেতিয়াবা কেতিয়াবা তুমি ইয়াতে ফাৰ্ম্মত থকাই ভাল হল হেতেন বুলিও ভাবো।"

"হা, ভগবান! কি হব কাৰণে, মা ?"

"মই নাজানো। ইয়াত সপোন দেখিবলৈ সময় পোৱা যায়। এইটো এতিয়া আৰু হয়তো সঁচা নহয়। ফাৰ্ম্মৰ পৰা মেধাবী লোকৰ আগমন হোৱা সময় হয়তো উকলি গৈছে। আধুনিক যন্ত্ৰই মানুহৰ সপোন চুৰমাৰ কৰি দিছে। আগতে মানুহে চহৰলৈ যাবলৈ হলে ঘোঁৰাৰ মাল নিয়া গাড়ীত উঠি হাতত ঘোঁৰাৰ লেকাম ধৰি ধীৰে সুস্থিৰে যাব পাৰিছিল। আজি মানুহে মটৰত শব্দ কৰি উৰাই যায়। আজিৰ মানুহ মিস্ত্ৰি, 'মেকানিক।' সপোন দেখিবলৈ তেওঁৰ সময় নাই। মই ভাবো যদি লিঙ্কন আজি জীয়াই থাকিলহেঁতেন তেন্তে কোনো খৰিকাটীয়াৰ গানৰ গুণ-গুণনিত তেওঁ সহাঁৰি দিলে হেতেন আৰু গধূলি চহৰলৈ মটৰতগৈ তাৰ ৰাজহুৱা পুথি ভঁৰালৰ পৰা কিতাপ আনি ঘৰত পঢ়িলে হেঁতেন। …বাৰু…" তেওঁ বিচনাত হালি পৰি ডাৰ্কলৈ চালে। ডাৰ্ক, তুমি বিয়া নকৰোৱা কেলেই ?"

"কিয় ? মই বিয়া কৰাব লগীয়া কোনো নাই।"

"অৰ্থাৎ বিয়া কৰাবলৈ যুক্ত হৈ থকা নাই ?"

ডাৰ্ক ঠিয় হল। "মই কোনো তিৰোতাক লক্ষ্য কৰি কথা কোৱা নাই।" ডাৰ্কে অলপ হালি মাকক পাতলকৈ চুমা এটা খালে। মাকে হাত দুখনেৰে লৰাক টানকৈ সাবটি ধৰিলে। সেই হাতত বিবাহৰ সময়ৰ ডাঠ আঙঠি এটা আছে। "ছোবিগ!" ডাৰ্ক পুনঃ লৰা কাললৈ উভতি গল।

"তুমি বহুত বছৰ মোক এই নামেৰে সম্বোধন কৰা নাই।" ডাৰ্কে হাঁহিবলৈ ধৰিলে।

ডাৰ্কৰ বাল্যকালত মাকে যি খেলা খেলিছিল আজি সেই খেলাৰ পুনৰাবৃত্তি হ'ল। "মোৰ লৰাটো কিমান ডাঙৰ হৈছে। কিমান ডাঙৰ ?" চেলিনাৰ মুখত হাঁহি; কিন্তু তেওঁৰ বুকত গম্ভীৰ ভাব।

"ছোবিগ!" ডাৰ্কে উত্তৰ দিলে আৰু বুঢ়া আঙুলি আৰু তৰ্জ্জনীৰ ভিতৰত অলপ ঠাই মাক কৰি কলে, "ছোবিগ" ( ইমান ডাঙৰ )।

চেলিনাই বিচনাত পোনহৈ উঠি বহি ডাৰ্কৰ মুখামুখি হ'ল। সৰু, পচমী শাল কাপোৰখন তেওঁৰ কান্ধত জাপি লোৱা আছে। তেওঁ সুধিলে, "ডাৰ্ক, তুমি আৰু কেতিয়াবা স্থাপত্য-শিল্পৰ ব্যৱসায়লৈ উভতি যাবানে ?

মহাসমৰ এতিয়া আৰু নাই, ই ইতিহাসৰ এটা অধ্যায়ত পৰিণত হৈছে। আৰু বেচি পলম কৰিলে সময়ৰ ঢৌ চিৰকাললৈ যাব। তুমি তোমাৰ আগৰ ব্যৱসায় স্থাপত্য বিদ্যালৈ উভতি যাবানে?"

ডাৰ্কে কলে, "মা নাযাওঁ।"

মুখত ৰৰফৰদৰে ঠাণ্ডা পানী মাৰি দিলে যেনেকৈ উকমুকনি লাগে, চেলিনাৰ ঠিক তেনে হ'ল। হঠাতে যেন তেওঁ শ্ৰান্ত বুঢ়ী এজনী হৈ পৰিল। তেওঁৰ কান্ধ দুখন নামি গল। ডাৰ্কে মাকৰ তিৰস্কাৰ গ্ৰহণ কৰিবৰ কাৰণে প্ৰস্তুত হৈ দুৱাৰ মুখত ঠিয় দিলে।

কিন্তু মাকে যেতিয়া কথা আৰম্ভ কৰিলে তেতিয়া তেওঁ নিজকহে তিৰস্কাৰ কৰিলে। "তেন্তে মই অকৃতকাৰ্য্য হৈছো।"

"মা, ই বাজে কথা। মই সুখী। এজনে অন্য এজনৰ জীৱন যাপন কৰিব নোৱাৰে। মই সৰুই থাকোতে তুমি কোৱা কথা মোৰ মনত পৰে। তুমি কৈছিলা যে জীৱনটো মাত্ৰ দুঃসাহসিক অভিযান এটা নহয়। ইয়াক যেনে ভাবে আছে তেনে ভাবে গ্ৰহণ কৰি মনক এই বুলি প্ৰবোধ দিব নোৱাৰি যে অলপ পিচত ইয়াত গৌৰবজনক কিবা-কিবি পোৱা যাব। তুমি কৈছিলা যে তুমি হেনো এইদৰে জীৱন নিৰ্ব্বাহ কৰি কাঙ্ক্ষিত ফল নেপালা। তুমি কৈছিলা—"

এটা সৰু চিঞৰ মাৰি চেলিনাই মাজতে কলে, "মই জানো যে কৈছিলো, মই জানো মই কৈছিলো।" হঠাতে তেওঁ সাৱধান সূচক আঙুলি এটা দাঙিলে। তেওঁৰ চকু উদ্দীপ্ত, ভবিষ্যত বাণী সূচক। "ডাৰ্ক, তুমি তেওঁক এইদৰে এৰি দিব নোৱাৰা।"

"কাক এৰি দিব নোৱাৰো? ডাৰ্কৰ মনত আতঙ্ক। "সৌন্দৰ্য্য! আত্মপ্ৰকাশ। তুমি যি নামকে নিদিয়া লাগে। তুমি অপেক্ষা কৰা! কোনো এদিন তেওঁ তোমাৰ পিনে পিঠি দিব। তেতিয়া বিচাৰিলেও তেওঁক নোপোৱা।"

মাকৰ লগত হোৱা কথোপকথনৰ উপৰিও এইটোত তেওঁ মনে মনে খং কৰিছিল। তেওঁ ভাবিলে যে মাকে তেওঁক কোনো মূল্য নিদিয়ে। অথচ, বাহিৰৰ সকলো মানুহে তেওঁৰ কৃতকাৰ্য্যতাৰ গুণগান কৰে। যদিও মাকে তেওঁক "ছোবিগ" বুলি মাতোতে তেওঁ হাতৰ আঙুলি অলপ ঠাই মাফ কৰি নিজৰ নগণ্যতা প্ৰকাশ কৰিছিল তথাপি এই

কাৰ্য্যত তেওঁ আত্ম-প্ৰবঞ্চনাৰ আশ্ৰয় লৈছিল। তেওঁ ভাবিছিল যে মাকৰ মত বিলাক তেনেই পুৰণিকলীয়া অযুক্তিকৰ আৰু আধুনিক জীৱনৰ লগত খাপ নোখোৱা হৈছে। কিন্তু তেওঁ মাকৰ লগত কাজিয়া নকৰে।

"মা, তুমিও অপেক্ষা কৰা।" ডাৰ্কে হাঁহি কলে। কোনো এদিন তোমাৰ এই বলিয়া লৰাই প্ৰকৃত কৃতকাৰ্য্যতা লাভ কৰিবই। লাখ লাখ ডলাৰ ঘৰলৈ নহা পৰ্য্যন্ত অপেক্ষা কৰা। আৰু পিছত দেখা যাব।" চেলিনাই বিচনাত বাগৰি পৰি ইচ্ছা কৰিয়েই ডাৰ্কৰ পিনে পিঠি দিলে। পিচত কাপোৰ এখন গাত ললে।

"মা, মই তোমাৰ লাইট নুমাই দি খিৰিকী মেলি দিম নেকি?"

"মীনাই দিব। তাই সদায় এই কাম কৰে। তুমি তাইক মাতিলেই হল।... 'গুড নাইট'।

ডাৰ্কে জানিছিল যে তেওঁৰ জগতখনত তেওঁ ডাঙৰ লোকেই হৈ পৰিছে। প্ৰতিপত্তিশালী লোকৰ প্ৰভাৱে সহায় কৰিছে। এইটোও তেওঁ জানিছিল। কিন্তু এই বিষয়ত পউলাই যি ধৰণে ষড়যন্ত্ৰ কৰি তেওঁক সহায় কৰিছিল সেই কথা স্বীকাৰ কৰিবলৈ অমান্তি হ'ল। এই ক'লা, কৃষ, উৎগ্ৰীৱ তিৰোতা জনীয়ে তেওঁৰ সৰু হাতৰ সৰু আঙুলিৰে তাৰ তাঁৰ টানি ডাৰ্কৰ বিজয় যাত্ৰাত প্ৰতিপত্তিশালী লোকৰ সাহায্য যে যোগাৰ কৰি দিছিল সেইটো তেওঁ মানি নললে। পউলাই নিজে জানিছিল যে যদি ডাৰ্কক হাতত ৰাখিব লাগে, তেন্তে ডাৰ্ক যে তেওঁৰ ওচৰত কৃতজ্ঞ হোৱা উচিত এই ভাৱ কেতিয়াও দেখুৱাব নালাগে। তেওঁ জানে যে ধকৱাই মহাজনক ঘৃণা কৰে। ৰাতি উজাগৰে থাকি পাউলাই ডাৰ্কৰ উন্নতিৰ পন্থা ভাবে আৰু পিছদিনা তেওঁৰ আগত সেই পন্থাৰ কথা এনে কৌশলেৰে প্ৰকাশ কৰে যে ডাৰ্কে সেই পন্থা নিজে উদ্ভাৱনা কৰি উলিৱা যেন অনুভৱ কৰে। তেওঁ এইটোও উপলব্ধি কৰিছিল যে তেওঁলোক দুজনৰ ভিতৰত গাঢ় হৈ অহা ঘনিষ্ঠতাৰ কাৰণে, কোনো পন্থাৰ বিষয়ে পউলাই প্ৰকাশ্যভাৱে মতামত দিলে তাত ডাৰ্কে মাতিবলৈ অসুবিধা পাব। কিন্তু আজিকালি পউলাই কোনো দিনে ডাৰ্কক দেখা নকৰাকৈ বা তেওঁৰ লগত কথা নোকোৱাকৈ থাকিব নোৱাৰা হল। লেকচোৰ, ড্ৰাইভত থকা প্ৰকাণ্ড ঘৰটোৰ তেওঁৰ

কোঠালিকেইটা—বহা কোঠালি, শোৱা কোঠালি, প্ৰসাধনৰ কোঠালি, স্নানৰ কোঠালি—ঘৰৰ অন্যান্য কোঠালিৰ পৰা তেনেই পৃথক। এনে অনুমান হয় যেন তেওঁ এটা পৃথক অংশহে দখল কৰি আছে। তেওঁৰ টেলিফোনটোৰ তাঁৰ ডাল ব্যক্তিগত তাঁৰ—কেৱল তেওঁৰ নিজৰ শোৱা কোঠালিলৈকেহে আছে। তেওঁৰ ৰাতিপুৱাৰ প্ৰথম বাক্যালাপ আৰু দিনটোৰ শেষৰষাৰ কথা ডাৰ্কৰ লগতহে হয়। ডাৰ্কৰ লগত কথা হবৰ সময়ত তেওঁৰ মাতটো যেন অৰ্গেনৰ মাতহে ৰূপান্তৰ—সৰু, কঁপা কঁপা, অন্য মানুহে শুনিলে তেওঁৰ মাত বুলি গম ধৰিব নোৱাৰে। কথাৰ শব্দ বিলাক সাধাৰণ; কিন্তু তেওঁৰ পক্ষে গভীৰ তাৎপৰ্য্যপূৰ্ণ।

"তুমি আজি কি কি কৰিলা? দিনটো মুঠতে ভাল নে?...তুমি মোক নামাতিলা কেলেই? কেনেডীৰ বিষয়ে যিটো পৰামৰ্শ দিছিলা সেইমতে কাম কৰিলানে? মই ভাবো এইটো অতি সুন্দৰ কথা, নহয় জানো? ডাৰ্ক তুমি চমৎকাৰ লোক; এই কথা তুমি জানিছিলানে?...তোমাক নেদেখি বেয়া লাগিছে। ...তোমাৰো বেয়া লাগিছেনে? ...কেতিয়া? ... দুপৰীয়াৰ আহাৰেই নহয় কিয়? ...যদি তোমাৰ ব্যৱসায় সম্পৰ্কীয় কাম আছে তেন্তে নহয়। ...পাচ বজাত হলে কেনে হয়? ...নহয়, তাত নহয়... মই নাজানো...এইখন ইমান ৰাজহুৱা...এৰা...বিদায়...গুড নাইট...গুদ নাইট..."

তেওঁলোক দুয়ো আওবটীয়া ঠাইত লগালগি হবলৈ ধৰিলে। তেওঁলোক বিভাগীয় ষ্টোৰৰ ৰেষ্টোৰাঁত দুপৰীয়াৰ আহাৰ খায়, তালৈ অন্য বন্ধু বান্ধৱ নাহে। আবেলিৰ আহৰি সময় তেওঁ বোলছবি চাবলৈ গৈ তাৰ শেষৰ ফালৰ চিটত বহি অন্ধকাৰত ফুচফুচকৈ কথা কৈ কটায়, ছবিৰ বিশেষ একো নেদেখে। তেওঁলোকৰ আশে পাশে বেচি দৰ্শক নথকা হেতুকে তেওঁলোকৰ ঘনিষ্ঠ কথা-বতৰাত অইনৰ বিশেষ অসুবিধা নহয়। ঘৰলৈ উভতিবৰ সময়ত তেওঁলোকৰ মটৰ দক্ষিণ পিনৰ আওবটীয়া ৰাস্তাৰে চলায়। তাত মানুহৰ চলাচল ইমান কম যে সেইখিনি ঠাই আফ্ৰিকা যেনহে লাগে, কোনোৱে তেওঁলোকক নেদেখে। উত্তৰৰ ফালৰ মানুহৰ মানত চিকাগো চহৰৰ দক্ষিণ ফালটো সভ্যতাৰ বাহিৰ সীমা।

মহিলা জগতৰ মানত পউলা বৰ ধুনীয়া হৈ উঠিছে। প্ৰেমত পৰা

তিৰোতাৰ দৰে তেওঁৰ চৌপাশে এটা মাধুৰ্য্যৰ আবেশ ফুটি উঠিছে।

সঘনে তেওঁ ডাৰ্কক বিৰক্ত কৰে। তেনে সময়ত ডাৰ্ক আগতকৈ বেচি নীৰব আৰু গম্ভীৰ হৈ পৰে। তেওঁ আঁতৰি আহিলে পউলা আগবাঢ়ি আহে। মাজে মাজে ডাৰ্কে ভাবে, তেওঁ পউলাক ঘৃণা কৰে—তেওঁৰ গৰম উৎগ্ৰীব হাত, উজ্জ্বল আকুল চকু, সৰু পাতল মুখ, ধুনীয়া, হৰ্স্তুণ আকৃতিৰ তৰাং মুখমণ্ডল, সুগন্ধ কাপোৰ, এইবোৰক নহয়। কিন্তু তেওঁৰ মালিকীয়নীৰ মনোভাবটোক ডাৰ্কে ঘৃণা কৰে। শাৰীৰিক সংস্পৰ্শ নোহোৱা অৱস্থাতো পউলাই দৃষ্টি ভঙ্গীৰে ডাৰ্কক এইদৰে গ্ৰাস কৰি ৰহিছিল।

পউলাত এটা বুভুক্ষাৰ ভাব। প্ৰেইৰিৰ গৰম বতাহৰ দৰে। এই বতাহ অনবৰত বলে; কিন্তু মানুহৰ গা শীতল নকৰে। বৰং এই বতাহ গাত লাগিলে শুকান, বিৰক্তিকৰ আৰু তপত যেন হে লাগে। মাজে সময়ে ডাৰ্কে আচৰিত হৈ ভাবে—থিওদোৰ ষ্টৰ্ম্মে মনে মনে কি ভাবিছে? তেওঁৰ ৰক্তহীন, শকত, বগা, মুখৰ সেই আবেগহীন দৃষ্টিৰ অন্তৰালত তেওঁ কি কথা গমিছে বা জানিছে?

ডাৰ্কে অন্য অসংখ্য ছোৱালী পাইছে। পউলাই সেইখিনি বুজিবলৈ টান নহয়। অপেৰাত তেওঁৰ নিজৰ বাকছলৈ তেওঁলোকক মাতে। "ডিনাৰৰ" সময়তো সেই ছোৱালী বিলাকক নিমন্ত্ৰণ দিয়ে। সেই ছোৱালী-বিলাকে ডাৰ্কৰ ওপৰত কি প্ৰভাৱ বিস্তাৰ কৰে সেই বিষয়ে তেওঁ উৎকণ্ঠা নেদেখুৱায়। ডাৰ্কে কোনো এজনীৰ লগত কথা হলে পউলাই মনে মনে কষ্ট পায়।

"ডাৰ্ক, তুমি সৌ ধুনীয়া ফাৰ্ণহাম ছোৱালীজনীক নানা কিয়?"

"তেওঁ ধুনীয়া জানো?"

"ধুনীয়া নহয় নেকি? কাৰ্কৰ ঘৰত হোৱা নাচৰ সময়ত তুমি তেওঁৰ লগত দীঘলীয়াকৈ কথা হৈ আছিলা। কিহৰ কথা হৈছিলা?"

"কিতাপৰ।"

"অ' কিতাপৰ। ছোৱালীজনী সুন্দৰী আৰু বুদ্ধিমতী, নহয় নে? মৰম লগা ছোৱালী।" তেওঁ হঠাতে সুখী হৈ পৰিল। কিতাপ।

ফাৰ্ণহাম ছোৱালীজনী ধুনীয়া ছোৱালী। তেওঁৰ নিচিনা ছোৱালীৰ লগত মানুহ প্ৰেমত পৰা উচিত। কিন্তু নপৰে। ফাৰ্ণহাম ছোৱালীজনী

চিকাগোৰ ভদ্ৰঘৰৰ অন্যান্য বহুতো ছোৱালীৰ ভিতৰৰ এজন। ধুনীয়া, সাধু, পৰিষ্কাৰ মস্তিষ্ক সম্পন্না, অন্তৰ খোলা, যোগ্য, আৰু এক অনিৰ্দ্দিষ্ট আৰু অনাকৰ্ষক ধৰণে ৰূপহী। চুলিত ৰং, ভাল দাঁত, ভাল চকু, পৰিষ্কাৰ চামৰা, মজলীয়া ধৰণৰ হাত আৰু ভৰি; এওঁ ভালদৰে স্কেটিং কৰে, ভালদৰে নাচে, ভালদৰে কথা কয়। জনাজাত প্ৰায় সকলো কিতাপকে পঢ়িছে। সঙ্গী হিচাবে ভাল লগা ধৰণৰ। ধনৰ দম আছে, কিন্তু কেতিয়াও ধনৰ উল্লেখ নকৰে। ভ্ৰমণ কৰিছে। কৰমৰ্দ্দন কৰিবৰ সময়ত তেওঁৰ হাত আনৰ হাতত লাগে—কিন্তু হাতহে। সেই হাতৰ পৰশে মানুহৰ শৰীৰত বিদ্যুতৰ প্ৰবাহ বোৱাই নিদিয়ে। কিন্তু, পঢ়লাই যদি কাৰোবাক এখন কিতাপ দেখুৱায় তেন্তে তেওঁ মানুহজনৰ ইমান কাষ চাপি থিয় হয় যে তেওঁৰ বাহু কেনেবাকৈ মানুহ জনৰ বাহুৰ ভাঁজত খাপখোৱা ধৰণে সোমাই পৰে আৰু তেওঁৰ পাতল, কোমল শৰীৰৰ পৰশ মানুহজনে অনুভৱ কৰিবলৈ ধৰে।

তেওঁ বহুতো ছোৱালীক জানিছিল। "উত্তৰ তীৰৰ ছোৱালী" বুলি এটা বিশেষ ধৰণৰ ছোৱালী কিছুমান আছিল। এওঁলোক কৃশ, ওখ, বিতোপন। নাক সৰু আৰু ধুনীয়া, মাত সামান্য নাকেৰে ওলোৱা কিন্তু মধুৰ কানৰ কেক, চিগাৰেট, আৰু হুইলাৰ ৰেষ্টোৰাঁত দুপৰীয়াৰ আহাৰ কৰা—এইবোৰেই এওঁলোকৰ বিশেষত্ব। ডাৰ্কে ভাবে এই ছোৱালী-বিলাক দেখোঁতে প্ৰায় একে, কথাও প্ৰায় একে ধৰণে কয়। তেওঁলোক প্ৰত্যেকে ফৰাচী ভাষা কয়, শব্দবোৰত শুদ্ধমতে জোৰ যতিও দিয়ে; জটিল, প্ৰতীক ধৰ্ম্মী নাচ নাচে, নতুন কিতাপ পঢ়ে, একে ধৰণে ফুচ-ফুচাই কথা কয়। প্ৰত্যেকে কথা কওঁতে পাতনি মেলে, মাজতে অন্য কথাৰ সংযোগ কৰে আৰু "নমৰো কিয় ঔ" এইষাৰ কথাৰে বক্তৃতাৰ মোখনি মাৰে। তেওঁ বিলাকৰ পক্ষে এইষাৰে আশ্চৰ্য্য, সদানুভূতি, আমোদ, ইতি-কিং, আতঙ্ক, আত্ম-সমৰ্পণ আদি বহুতো ভাব প্ৰকাশ কৰে। তেওঁ বিলাকৰ ৰুক্ষ, অমাৰ্জ্জিত বচনবোৰ ডাৰ্কৰ অফিচৰ কাম কৰা ছোৱালীবোৰৰ ভাষাৰ লগত প্ৰায় একে। কোনো ছোৱালীক প্ৰশংসা কৰিব লাগিলে তেওঁলোকে কয়, "তাই ভাল ছাগলি পোৱালি।" খোলা ব্যৱহাৰ কৰাটো তেওঁলোকৰ ধৰ্ম্ম। এই দিনত সকলোৱে ডাঙৰ ডাঙৰ আখৰেৰে কথা লিখি আইনৰ দৃষ্টি আকৰ্ষণ কৰে। এই ছোৱালী বিলাকে তেওঁবিলাকৰ টোকাবিলাকৰ

আৱশ্যকীয় অংশৰ তলত ৰঙা চিঁয়াহিৰে ৰেখা টানি দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁলোকে আজিকালি "কেনে চক খোৱা কথা" বুলি নকৈ তাৰ ঠাইত "কেনে সম্পূৰ্ণৰূপে অভদ্ৰ কথা" বুলিহে কয়। তেওঁলোকৰ মধুৰ মাতৰ কথাবোৰ মুখৰ পৰা নিৰ্ভীকভাবে ওলায়। তেওঁলোকৰ কোনো ভয় নাই, সংস্কাৰ মুক্ত হৈছে। তেওঁলোকৰ মতে এইটোৱেই ঘাই কথা। ডাৰ্কে কেতিয়াবা মনে মনে ভাবে —এওঁলোকে খেলাত ইমান কঠোৰ শ্ৰম নকৰিলেই হয়। তেওঁলোকে সদায় নাচ-গান নাট্যাভিনয়ৰ অনুষ্ঠান কৰি তাৰ ধনেৰে সামাজিক মঙ্গলৰ কাম কৰে। ভেনিচৰ উছৱ, প্ৰাচ্যৰ বজাৰ, ৰাজহুৱা কামৰ কাৰণে ধন তুলিবলৈ বল-নাচ, ইত্যাদিৰ আয়োজন কৰি থাকে। প্ৰোগ্ৰেমৰ প্ৰচাৰ কৰোতে তেওঁলোকৰ বহুতে গোৱা গান, নাচ, আবৃত্তি আদি ভালেই হৈছিল। কিন্তু মুঠতে তেওঁলোকৰ পাৰ্গতালি ব্যৱসায়ী লোকৰ পাৰ্গতালিৰ দৰে হৃদয়গ্ৰাহী নহয়। এইবোৰৰ আয়োজন কৰোতে সাজ-পাৰ আৰু অলঙ্কাৰত তেওঁলোকে অজস্ৰ খৰচ কৰে। কিন্তু শেষত অজস্ৰ ধন উঠেও আৰু এই ধন কোনো এটা ৰাজহুৱা কামত খৰচ কৰে। এনে কামত তেওঁলোকে একো বেয়া নেদেখিছিল। হঠাতে কোনো এক সময়ত তেওঁলোকে সামাজিক নীতি-নিয়ম অমান্য কৰি দোকান-পোহাৰ দিয়ে। পউলায়ো এইটো কৰিছিল। তেওঁ বা তেওঁৰ কোনো বন্ধু এজনীয়ে সদায় ব্লাউজৰ দোকান দিয়াৰ সপক্ষে; কোনো চাহৰ দোকানৰ এটা কোনত ৰঙ-বেৰঙৰ কাপোৰ আঁৰি দি তাতে উপহাৰৰ দোকান দিয়ে। তেওঁলোক যে কোনো প্ৰচাৰকাৰী কোম্পানীৰ অঙ্গীভূত এই কথা ঘোষণা কৰে। এনে ধৰণৰ দুঃসাহসিক উদ্ভাৱনাবোৰ ওলায়, বৰ্দ্ধিত হয়, লেৰেলি যায় আৰু মৰে। এইবোৰ মহাসমৰৰ পিচত সমাজত চলা অস্থিৰতাৰ ফল। এই ছোৱালী বিলাকৰ বহুতে ১৯১৭-১৮ চনৰ কাল ছোৱাত অক্লান্তভাবে কাম কৰিছিল। গাৰী চলোৱা, এম্বুলেঞ্চ যোগাৰ কৰা, শুশ্ৰূষা, ঠাই চিকুন কৰা, কেণ্টিন পৰিচালনা কৰা ইত্যাদি ধৰণৰ কামত তেওঁলোকে অংশ গ্ৰহণ কৰিছিল। কোনো পূৰ্ণতা লাভ কৰাৰ উত্তেজনা তেওঁলোকে পোৱা নাছিল।

তেওঁলোকে ডাৰ্কক ধুনীয়া চিকাৰ যেন বিবেচনা কৰিলে; কিন্তু পউলাই তেওঁক নিজৰ সম্পত্তি যেন কৰি লোৱাত মনে মনে খং কৰিলে। চুচান, জেন, কেট, বেটি, চেলি—এই পুৰণা, সাধাৰণ নামবোৰ ধাৰণ কৰিলেও,

তেওঁলোক আধুনিকা, অবিবাহিতা আৰু যৌন ভাবাক্রান্ত ছোৱালী। তেওঁলোকে ডাৰ্কৰ লগত কথা কয়, নাচে, ঘোৰাত উঠি ফুৰে, চুপতি মাৰে। তেওঁ দুষ্প্রাপ্য, এইটোৱে তেওঁলোকৰ তীব্রতা বঢ়ায়। সেই পউলা ইর্ম্মে পোনতে তেওঁক গ্রাস কৰি থৈছে। ডাৰ্কে ছোৱালীৰ প্রতি ভ্রূক্ষেপকে নকৰে।

তেওঁলোক কয়, "মিঃ ডিজং, আপোনাৰ নাম ডার্ক, নহয়নে? কি যে নাম! অৰ্থ কি?

"একো অৰ্থ নাই। এইটো ডাচ নাম। মোৰ পূৰ্ব্ব পুৰুষ সকল ডাচ মানুহ আছিল।"

"ডার্ক মানে এক প্রকাৰ তৰোৱাল, নহয়নে? সি যিয়েই নহওক, নামটো বৰ চোকা, নিষ্ঠুৰ, মাৰাত্মক—ডার্ক।"

ডার্ক অলপ ৰঙা-চঙা পৰি উঠে (এইটো তেওঁৰ সম্পদ)। তেওঁ হাহি ছোৱালী বিলাকৰ পিনে চায়, কিন্তু একো নকয়। তেনে সময়ত এইখিনি কৰাৰে প্রয়োজনীয় বুলি ভাবে।

তেওঁৰ জনপ্রিয়তা বাঢ়ি গল।

# সোতৰ

এই ছোৱালীবিলাক আৰু তেওঁৰ অফিচত কাম কৰা ছোৱালী বিলাকৰ ভিতৰত থকা সাদৃশ্য ডাৰ্কৰ চকুত পৰিছিল। এইটো দেখি তেওঁ আমোদো পাইছিল। তেওঁ এজনী ছোৱালীক কলে, "মিচ ৰোছ, এখন চিঠি নিয়া।" যিজনী ছোৱালীক এই দৰে কৈছিল সেই ছোৱালী জনী কম বয়সীয়া, ধুনীয়া। আগৰ দিনা যিজনী ছোৱালীৰ লগত নাচিছিল, ঘোৰাত উঠিছিল আৰু টেনিছ্ নাইবা ব্ৰিজ খেলিছিল সেই ছোৱালী জনীৰ দৰে সুন্দৰী। দুয়োৰো সাজ-পাৰো অবিকল একে। দুয়োজনী একে সুগন্ধি বস্তুকে ব্যৱহাৰ কৰে। ডাৰ্কে এবাৰ এনেয়ে মনতে ভাবিলে, এইটো কেনেকৈ হয়? তেওঁলোকৰ বয়স ওঠৰ, উনৈশ, বিশ হব। তেওঁলোকৰ মুখ, শৰীৰ, আশা-আকাঙ্ক্ষা আৰু স্বাভাবিক সম্ভাবে ব্যৱসায়ৰ অফিচত তেওঁলোকৰ উপস্থিতিটো নিমিলা যেন, অদ্ভুত যেন কৰিছে। অথচ যান্ত্ৰিক ফালটোত তেওঁলোক পাৰ্গতো। তেওঁলোকৰ কাম যান্ত্ৰিক কাম। তেওঁলোকে টেলিফোনৰ উত্তৰ দিয়ে, বুটাম টিপে, টাইপ মাৰে, নামৰ টোকা কৰে। তেওঁলোকে চৈধ্য বছৰীয়া ছোৱালীৰ মনবিশিষ্ট মনোৰম প্ৰাণী। তেওঁলোকৰ চুলি উজ্জল, কলা মিছমিছিয়া, সৰু লৰাছোৱালীৰ চুলিৰ দৰে কেকোৰ খোৱা। তেওঁলোকৰ বুকু চেপেটা আৰু শৰীৰ সৰু লৰাৰ দৰে যৌন চেতনাৰ লক্ষণ বিহীন। সাপৰ জ্ঞানেৰে তেওঁলোক জ্ঞানী। তেওঁবিলাকে পিন্ধে সৰু ধুনীয়া চুৰেটাৰ, শিশুৰ দৰে চেপেটা ক'লাৰ, সৰু মোজা আৰু অক্সফোৰ্ড জোতা। তেওঁলোকৰ ভৰি সৰু কিন্তু সুঠাম।

মুখৰ ভিতৰত বতাহ বন্ধ কৰি তেওঁলোকে গান ফুলাই তোলে। মুখ কোমল, ৰঙচুৱা বৰণৰ। তলৰ ওঠটো পুলৰ পাহৰ দৰে তলৰ ফালে অলপ ভাঁজ খোৱা; দেখোতে মাকৰ পিয়াহ খাই উঠা শিশুৰ ভিজি থকা ওঁঠৰ দৰে দেখি। তেওঁলোকৰ চকু বহলকৈ মেল খোৱা, সুদা, সৰ্ব্বজ্ঞ। তেওঁলোকে তেওঁলোকৰ ব্যক্তিগত ভিতৰুৱা কথাবোৰ সেনাপতিৰ দৰে পৰিচালনা কৰিছিল। তেওঁলোক উদ্যমবিহীন, সম্পৰ্কবিহীন আৰু তাচ্ছিল্যপূৰ্ণ। তেওঁলোকে লৰাবিলাকক হতাশ কৰে। তেওঁবিলাক দস্যু—সকলোকে লাগে, একোকে নিদিয়ে। তেওঁবিলাকৰ বেচিভাগেই বেয়া পৰিয়ালৰ পৰা অহা।

অথচ পঢ়ুলাই জনা সকলো বিলাক স্নুকুমাৰ কলাকে তেওঁলোকে কোনো ৰহস্যজনক উপায়েৰে জানে। তেওঁলোকে ওভাৰকোট নিপিন্ধে। তেওঁলোক নৰম, আশ্চৰ্য্যজনক, ধুনীয়া, বিপজ্জনক। তেওঁলোকে দুপৰীয়াৰ আহাৰৰ লগত অতিপাত মিঠা আৰু চোকা টেঙা খায়। অথচ তেওঁলোকৰ গাৰ চামৰা মখমল আৰু মাখনৰ দৰে। তেওঁলোকৰ মাত সৰু, নাকী, অমাৰ্জ্জিত। অশুদ্ধ ভাষাৰে তেওঁলোকে কয়, "মই নিমন্ত্ৰণ পোৱা হেতেন, গুচি নুগলোঁ হেতেন। অন্ততঃ মোক এবাৰ ফোন কৰিব পাৰিলেহেঁতেন। মই তেওঁক মাতিছিলোঁ। মই মনত দুখ পাইছোঁ।"

"হয়? তেওঁ কি কলে?"

"তেওঁ হাঁহিলে।"

"তেওঁ গ'ল নে নাই?"

"নগল। তুমি মোক কি বুলি ভাবা?"

"তেওঁ এটা ভাল পোৱালি।"

এই ছোৱালীবিলাকৰ মাজত ডাৰ্কে কাম কৰে। তেওঁ দূৰে দূৰে থাকে, মুক্ত, অনাসক্ত ভাৱে। ছোৱালী বিলাকৰ সমাজত তেওঁক "বৰফ" আখ্যা দিয়া হৈছে। এইটো ডাৰ্কে নাজানে। ছোৱালীবিলাকে কিছুমান বিষয়ত তেওঁক প্ৰশংসা কৰে—মোজা, স্কাৰ্ফ হাতৰ নখ, চেহেৰা, সুন্দৰ ৰকমে পেণ্টত মিলখোৱা ভৰি, আৰু পিলৰ দৰ্জ্জী খানাত চিলাই কৰা কোট। এই কোট তেওঁৰ পিঠিত সুন্দৰ ৰকমে মিল খাইছে। তেওঁলোকে এওঁক প্ৰশংসাও কৰে আৰু মনে মনে খঙো কৰে। মনে মনে তেওঁলোকৰ প্ৰত্যেকেই ভাবে, কোনো এদিন ডাৰ্কে তেওঁক অফিচলৈ মাতি নিব, আৰু দুৱাৰখন বন্ধ কৰি লৈ "লোৰেটা" বুলি সম্বোধন কৰিব।

তেওঁলোকৰ নামবোৰ কিম্ভূত কিমাকাৰ হৈছে। পুৰণি কলীয়া নামৰ লগত আধুনিক নামৰ অংশ বিশেষ সংযুক্ত কৰি দিয়া বাবেই তেনে হৈছে। গতিকে এতিয়া নামবোৰে এনে ৰূপ লৈছে: লোৰেটা, ইমোজেনি, নেভাইন, নাটালি, আৰ্ডেলা। "লোৰেটা, মই সুদীৰ্ঘকাল ধৰি তোমাক লক্ষ্য কৰিছোঁ। তুমি নিশ্চয় গম পাইছা, মই তোমাক কিমান ভাল পাওঁ।"

ই একো অসম্ভব নহয়। এনে ঘটনা ঘটে। চিনেমাত এনে ঘটনা বহুতো দেখিছে। ছোৱালী বিলাকে যে এনে তন্ন তন্নকৈ তেওঁৰ গতিবিধি, গুণাগুণ, নিৰীক্ষণ কৰি থাকে, ডাৰ্কে তাৰ কোনো গম নাপায়। ছোৱালী বিলাকে

তেওঁৰ ভিতৰুৱা আৰু ব্যক্তিগত কথা কিমান জানে তাৰ গম পোৱাহেঁতেন ডাৰ্ক আচৰিত হলহেঁতেন। উদাহৰণ স্বৰূপে তেওঁলোকে পউলাৰ কথা জানে। পউলাকো তেওঁলোকে একেধাৰে প্ৰশংসা আৰু ঘৃণা কৰিছিল। তেওঁলোকে পউলাৰ সাজ-পাৰ যে সম্পূৰ্ণৰূপে শুৱনী এইটো উদাৰভাৱে স্বীকাৰ কৰিছিল। পউলাতকৈ তেওঁলোক কোমল বয়সৰ আৰু গাৰ ৰং ভাল আছে—এইটো উপলব্ধি কৰি অত্যন্ত সন্তোষ পাইছিল। পউলাই প্ৰকাশ্যভাৱে ডাৰ্কৰ প্ৰতি থকা অনুৰাগ দেখুৱাত তেওঁক ঘৃণা কৰিছিল। ( কেনেকৈ তেওঁলোকে এইটো জানে সি বৰ আচৰিত কথা, কিয়নো পউলা কেতিয়াও অফিচলৈ নাহিছিল ফোনত কথা হওঁতেও খুব গোপনে হৈছিল )। তেওঁবিলাকে ভাবিছিল যে ডাৰ্কে মাকক খুব শ্ৰদ্ধা কৰে। চেলিনা বোধ হয় দুবাৰ তেওঁৰ অফিচলৈ গৈছিল। ইয়াৰে এবাৰ তেওঁ এখিলিওা কুইনৰ লগত প্ৰীতিৰে কথা-বতৰা হৈ পাঁচ মিনিট সময় কটাইছিল। এই ছোৱালী জনীৰ মুখৰ চেহেৰা ডাভিঞ্চিয়ে আঁকা দেৱদূতৰ দৰে ধুনীয়া, কিন্তু হৃদয় ঘৰিয়ালৰ দৰে নিষ্ঠুৰ। চেলিনাই সদায় সকলোৰে লগত কথা হয়—মটৰৰ কণ্ডাক্টৰ, ধুবুনী, ঘৰৰ মালিকিয়নী, কেৰাণী দাৰোৱান, মটৰ ড্ৰাইভাৰ, পুলিচ—কাকো তেওঁ ঘৃণা নকৰিছিল। তেওঁৰ কিবা আকৰ্ষণী শক্তি এটাই মানুহক আকৃষ্ট কৰিছিল। সূৰ্য্যৰ ৰশ্মিত ফুলৰ পাহে মেল খোৱাৰ দৰে, তেওঁক দেখিলে মানুহে অন্তৰ খুলি কথা কৈছিল। মানুহে চেলিনাৰ আদৰ্শ, ৰুচি অভিৰুচি ইত্যাদি জানে। মানুহে তেওঁৰ আগত কথা কওঁতে তেওঁ মাজে সময়ে মাত লগায়, হয়নে? এৰা, সেইটোতো বৰ সাংঘাতিক কথা, তেওঁৰ চকু সহানুভূতি পূৰ্ণ।

ডাৰ্কৰ অফিচত সোমায়েই চেলিনাই কৈছিল, "তুমি এই ধুনীয়া ছোৱালী বিলাকৰ মাজত কাম কৰি থাকিলে চুলতানৰ দৰে হবা। ৰবিবাৰলৈ এওঁলোকৰ কোনো এজনীক মই আমাৰ ফাৰ্মলৈ যাবলৈ ধৰিম "

"মা, নধৰিবা। তেওঁলোকে নুবুজিব। মই তেওঁলোকক কাচিৎহে দেখা দিওঁ। তেওঁলোক অফিচৰ সা-সজুলিৰ অঙ্গ বিশেষহে।"

পিছত এখিলিওা কুইনে বিশেষজ্ঞৰ অভিমত দিলে। "মই কওঁ, ক্ৰষ্টিতকৈ মাকৰ দহগুণ বেছি সাহ-পিত আছে। মই তেওঁক ভাল পাওঁ। তেওঁৰ ভয়ঙ্কৰ টুপীটো দেখিছানে? কিন্তু তেওঁৰ মূৰত এই টুপীটো বেয়া নেদেখি। অন্য মানুহ হলে দেখাত কুৎসিৎ হলহেঁতেন। কিন্তু তেওঁৰ শৰীৰত সকলো

সাজ-পাৰেই শোভা পায়। মই নাজানো। তেওঁৰ ব্যক্তিত্ব আছে। এই ব্যক্তিত্ব সকলো সুৱনী ধৰণৰে ওপৰত। ব্যৱহাৰো মাৰ্জ্জিত। তেওঁ কৈছে মই হেনো ধুনীয়া ছোৱালী। এই মন্তব্য সঁচা।"

আধা ঘণ্টা পিছতে ডাৰ্কে অজ্ঞাতসাৰে কলে, "মিছ কুইন, এখন চিঠি নিয়া।"

ছোৱালীসকলৰ এই জ্বলন্ত অগ্নিৰ মাজত থাকিও ডাৰ্কৰ গাত জুইৰ তাপ নালাগিল। পউলা, উত্তৰ তীৰৰ ছোৱালী, চতুৰ ব্যৱসায়ী তিৰোতা, তেওঁৰ অফিচত থকা সৰু পৰীৰ দৰে ছোৱালী—এটাই বিলাকে তেওঁৰ ওপৰত আকৰ্ষণৰ জাল পেলালে। কিন্তু তেওঁ গম্ভীৰ আৰু সুস্থিৰ ভাবে কাম কৰি গৈ থাকিল। হয়তো হঠাতে ব্যৱসায়ত লাভ কৰা কৃতকাৰ্য্যতা আৰু ভবিষ্যতৰ উচ্চ আদৰ্শই তেওঁৰ মনত দিশ ঠিক কৰি ৰাখিছিল। এতিয়া চিকাগোৰ ব্যৱসায়ী মণ্ডলৰ চাকনৈয়াত সঘনে উত্থান-পতন হৈ থকাৰ ভিতৰতো ডাৰ্কক প্ৰকৃততে কৃতকাৰ্য্য পুৰুষ বুলি মানুহে বিবেচনা কৰিছিল। উত্তৰ কালৰ মাতৃ সকলে তেওঁৰ আয়, উন্নতি আৰু ভবিষ্যতৰ শ্ৰদ্ধা আৰু স্বাৰ্থপূৰ্ণ চকুৰে চাইছিল। প্ৰত্যেক ডাকতে তেওঁলৈ উত্তৰফালৰ বহুতো ঘৰলৈ নিমন্ত্ৰণ দি লিখা চিঠি একোদম আহিছিল।

ডাৰ্কৰ কোঠালিটো পউলাৰ সহায়ত সজ্জিত কৰা হৈছে। পউলা আৰু ডাৰ্ক দুয়ো লগ লাগি কোঠা সজোৱা লোক বিচাৰি দুৰলৈকেও গৈছে। পউলাই অৱশ্যে কৈছিল, "কিন্তু, তোমাৰ কোঠালিটোত নিজস্ব বিশেষত্ব ফুটাই তুলিব লাগিলে, নিজৰ অভিৰুচি মতে কাম কৰিবও লাগিব। সেই কোঠালিত ভালেওখিনি ইতালীয় সাজ-সজুলি আছিল। এই টেবিল চেয়াৰবোৰ ক'লা ওক বাওৱালনাটৰ, ডাঙৰ কিন্তু মনোৰম নহয়। ইয়াৰ ফল গহীন, কিন্তু চিত্তাকৰ্ষক নহয়। তাত কাৰুকাৰ্য্যকৰা দীঘল, গম্ভীৰ ধৰণৰ টেবিল কিছুমান আছিল। টেবিলবোৰ ইমান সুন্দৰ যে তাৰ ওপৰত ছাই পেলোৱা ঠগা থলে তাকো কুৎসিৎ বস্তু যেন ধাৰণা হয়। চেয়াৰ কিছুমান ইমান আহল-বহল যে তাৰ ভিতৰত বহিব-শুব পাৰি। অথচ, তাত কোনোৰে বিশ্ৰাম নকৰে। ৰূপাৰ মমবাতি থোৱা নিষ্প্ৰভ ঠগা কিছুমানো আছে। এঠাইত ডাণ্টেৰ ছবি অঁকা আছে। তাত কিতাপ ৰেচি নাছিল। ঘৰটোৰ জিৰণিৰ কাৰণে সৰু কোঠালি, বহিবৰ কাৰণে ডাঙৰ কোঠালি, খোৱা কোঠালি, শোৱা কোঠালি, ৰান্ধনীঘৰ,

আৰু জাপানী লৰাটোৰ কাৰণে এটা সৰু কোঠালি আছিল। এই ঘৰত ডাৰ্কে বেচি সময় নকটাইছিল। কেতিয়াবা একেৰাহে বহুত দিনলৈ বহা কোঠালিৰ চকীত তেওঁ বহিবলৈ সময় নাপাইছিল। অফিচৰ কাপোৰ সলাই "ডিনাৰৰ সাজ-পাৰ পিন্ধিবলৈ শোৱা কোঠালীলৈ যাওঁতে এই কোঠালিটোৰ মাজেৰে গৈ দূৰত্ব কম কৰিছিল। তেওঁৰ উন্নতি পৰিশ্ৰমৰ ফল। দৈনন্দিন কাৰ্য্য হল—অফিচ, ঘৰ, ডিনাৰ, নাচ। অন্য মানুহৰ লগত তেওঁৰ যোগাযোগ কম, বিৰক্তিকৰ। তেওঁৰ অফিচটো লাচেল ষ্ট্ৰিটত অৱস্থিত জাকজমকপূৰ্ণ বিল্ডিং এটাত। বলিভাদৰ দাঁতিয়েদি ৰাস্তাৰে মটৰ চলাই তেওঁ অফিচলৈ অহা-যোৱা কৰে। তেওঁৰ সামাজিক ক্ৰিয়া কলাপ উত্তৰৰ পিনে। তেওঁৰ পশ্চিমে লাচেল ষ্ট্ৰিট, পুবে মিচিগান সৰোবৰ, দক্ষিণে জেকচ্ছন বলিভোদ আৰু উত্তৰে সৰোবৰ হাবি। চিকাগোৰ অন্যান্য অংশৰ বিষয়ে তেওঁ তাৰ পৰা হেজাৰ হেজাৰ মাইল দূৰত থাকে। চিকাগো চহৰখনত থকা তীখাৰ কুৎসিৎ আকৃতিৰ প্ৰকাণ্ড প্ৰকাণ্ড কাৰখানা আৰু তাৰ চিঞ্ঁৰ বাখৰ, হাই-উৰুমি, শব্দ-গণ্ডগোল—এই বিলাকৰ তেওঁ বিশেষ ভু-নাপাইছিল। ডাৰ্কৰ কোঠালী সজোৱাত চেলিনাৰ কোনো হাত নাছিল। সজোৱা কাম শেষ হলত গৌৰবৰ ভাৱত সেইটো দেখুৱাবলৈ মাকক তালৈ লৈ আহিছিল। তেওঁ কলে, "মা, কেনে দেখিছা ?"

গম্ভীৰ আকৃতিৰ প্ৰকাণ্ড চকী, মেজ, বাকচ ইত্যাদিৰে সুসজ্জিত সেই কোঠালিটোৰ সোঁ মাজত চেলিনা থিয় হ'ল। তেওঁৰ শৰীৰ ক্ষীণ, সাজ পাৰ সাধাৰণ। তেওঁৰ মুখৰ দুই কোণত হাঁহি বিৰিঙি উঠিল। তেওঁ কলে, "মই ভাবো, এই কোঠালিটো এটা আটোমটোকাৰীকৈ সজোৱা কেথিড্ৰেলৰ দৰে হৈছে।"

মাজ সময়ে চেলিনাই ডাৰ্কৰ কথাত প্ৰতিবাদ কৰিছিল। অৱশ্যে আজি কালি তেওঁ অদ্ভুত ৰকমে নীৰৱ হৈ পৰিছে। তেওঁ আৰু ডাৰ্কক বিভিন্ন মানুহৰ ঘৰত দেখা সাজ-সজ্জাৰ বিষয়ে কথা নোসোধে। (ডাৰ্কে ওহিও ষ্ট্ৰিটত থকা ইতালীয় "ভিলা" বিলাকলৈ নিমন্ত্ৰণ খাবলৈ গৈছিল)। সেই "ডিনাৰ" বিলাকত ডাৰ্কে কি আচহুৱা খাদ্য খাইছিল তাৰ কথাও মাকে এতিয়া নোসোধে। চেলিনাৰ ফাৰ্মৰ উন্নতি হৈছে। দক্ষিণৰ তীখাৰ কাৰখানাবিলাকে চাৰিওফালৰ পৰা তেওঁক চেপি আনিছে কিন্তু

তেওঁৰ সাৰুৱা মাটি গ্ৰাস কৰাহি নাই। এতিয়া তেওঁৰ ফাৰ্মৰ শাক-পাচলি আৰু গাহৰিৰ কাৰণে তেওঁৰ নাম চাৰিওফালে জনাজাত। ব্লেকষ্টোন আৰু ড্ৰেক হোটেলত এতিয়া ডিজং এস্পাৰাগাছ তৰী-তৰ্কাৰী খাদ্য-তালিকাত অন্তৰ্ভুক্ত হৈছে। ডাৰ্কৰ বন্ধু-বান্ধৱে কেতিয়াবা কেতিয়াবা ইয়াৰ বিষয়ে বিদ্ৰূপ যে নকৰিছিল এনে নহয়। ডাৰ্কেও নামৰ সাদৃশ্য আকস্মিক বুলি জনাইছিল।

বহুত দিনৰ মূৰত মাকে ডাৰ্কক এদিন তিৰস্কাৰৰ সুৰত কৈছিল, "ডাৰ্ক, তুমি এই মানুহবিলাকৰ বাহিৰে অইন কাকো নেদেখা যেন লাগে। তুমি জীৱনৰ সম্পূৰ্ণ সোৱাদ নোপোৱা। মানুহ আৰু বস্তুৰ বিষয়ে তোমাৰ উৎসুক্য থাকিব লাগে—সকলো ৰকম মানুহ আৰু সকলো ৰকম বস্তুৰ বিষয়ে। তুমি এটা সৰু বৃত্তৰ ভিতৰতে অনবৰত ঘূৰি থাকা।"

"সময় নাই, সেইদৰে সময় খৰচ কৰিব নোৱাৰো।

"সময় খৰচ নকৰি নোৱাৰা।"

মাজে সময়ে চেলিনা চহৰলৈ আহি একেবাহে এসপ্তাহ বা দহদিন থাকে, আৰু তেওঁৰ ভাষাত কবলৈ গলে, অত্যাচাৰ কৰি কাল কটায়। এনে সময়ত জুলি অৰ্নল্ডে তেওঁলোকৰ ঘৰত থকা অতিথিৰ কোঠালিৰ এটাত থাকিবলৈ এওঁক মাতে। অথবা ডাৰ্কে তেওঁৰ ডাঙৰ শোৱা কোঠালিটো মাকক দি নিজে বৈঠকখানাৰ বিচনাত শুব খোজে নাইবা বিশ্ববিদ্যালয় ক্লাবৰ কোঠালি এটালৈ যাবলৈ ওলায়। চেলিনাই সদায় প্ৰত্যাখ্যান কৰে। তেওঁ হোটেলৰ কোঠালি এটা লয়—কেতিয়াবা উত্তৰত কেতিয়াবা দক্ষিণত। স্কুলীয়া লৰাই শনিবাৰে ঘূৰি ফুৰাৰ দৰে, ছুটীৰ এই কালত চেলিনাই কোনো পৰিকল্পনা নকৰাকৈ—আলিয়ে-বাটে যি ফালেই মন যায় সেইফালেই গৈ ঘূৰি ফুৰে। কাৰণ যতে ততে আমোদ পোৱা বস্তু আছে, মাত্ৰ গ্ৰহণ কৰিবলৈ জানিলেই হ'ল। মিছিগান বলিভাৰ্দ আৰু ষ্ট্ৰেট ষ্ট্ৰিটৰ দোকান বিলাকৰ খিৰীকিবোৰ তেওঁ ভাল পাইছিল। এইবোৰ ঠাইত গৰ্ব্বিত মহিলা সকলে গধূলিৰ চিকমিক কৰে সাজপাৰ পিন্ধি আহি কোনোৱে এখন ফ্যান, কোনোৱে এটা গোলাপ, কোনোৱে হয়তো এখন প্ৰগ্ৰেম হাতত লৈ ঘূৰি ফুৰে আৰু ঈৰ্ষান্বিত লোক সকলৰ পিনে চাই কৰুণাৰ ভাৱত হাঁহি মাৰে। চেলিনা সমাজ প্ৰিয়। তেওঁ জীৱনৰ প্ৰতি অনুৰক্ত। তেওঁ এই ঠাইবোৰৰ পোহৰ, জাকজমকতা লৰালৰি,

আৰু হাই উকমি ভাল পায়। হাড়ভগা পৰিশ্ৰম কৰি তেওঁ পথাৰৰ মাটি আৰু বোকাত লুতুৰি-পুতুৰি হৈছে। কিন্তু জীয়াৰ প্ৰতি আগ্ৰহ অটুট ৰৈছে। তেওঁ চহৰৰ বৈদেশিক অধিবাসীৰ অঞ্চললৈ গল। তাত ইতালীয়, গ্ৰীক, চীনা, আৰু য়িহুদী আদি বিভিন্ন দেশীয় লোক থাকে। তেওঁ ব্লেক বেল্ট ( ক'লা পেটি ) ভেদ কৰি গ'ল। এই ঠাইৰ ভিতৰতে চহৰৰ বিৰাট নিগ্ৰো অধিবাসীসকল থাকে। এই সীমাবদ্ধ ঠাইৰ ভিতৰতে বদ্ধ হৈ থাকিলেও নিগ্ৰো সকলে তাৰ সীমা বহলাই দিবৰ কাৰণে তেওঁলোকৰ প্ৰকাণ্ড হাত ভৰি অশুভ ধৰণে মেলিব ধৰিছে। প্ৰতিবাদত তেওঁলোকে সীমাৰেখাৰ বাহিৰলৈ ওলাব ধৰিছে। চেলিনাৰ শান্ত মুখ নীৰব গতিবিধি, বস্তুৰ প্ৰতি আগ্ৰহ আৰু বন্ধুভাবাপন্ন দৃষ্টিয়ে তেওঁক ৰক্ষা কৰিলে। নিগ্ৰোবিলাকে তেওঁক সমাজকৰ্ম্মী আৰু নিগ্ৰো-স্বাধীনতাৰ হকে কাম কৰা মহিলা বুলি ভাবিলে। তেওঁ "ইণ্ডিপেণ্ডেণ্ট" নামৰ নিগ্ৰোবাতৰি কাকত এখন কিনি পঢ়িলে। এই কাকতত নিগ্ৰো বেজ কিছুমানে অদ্ভুত গুণ বিশিষ্ট কিছুমান গছৰ শিপাৰ জাননী দিছিল। এনে এটা দ্ৰব্য গুণৰ বাকচ কিনিবলৈ প্ৰয়োজনীয় ধন, পচিছ চেণ্ট তেওঁ পঠিয়াই দিছিল। বাকচ বিলাকৰ নামো যাদুবিশিষ্ট যেনে—আদাম আৰু ইভ মূল, হাবিৰ গৰাকি, ড্ৰেগনৰ ৰক্ত, জেজিবেল শিপা, স্বৰ্গৰ শস্য ইত্যাদি।

ডাৰ্কে প্ৰতিবাদ কৰি কয়, "শুনা, মা। তুমি এইদৰে ঘূৰি ফুৰিব নোৱাৰা। ই নিৰাপদ নহয়। ইতো হাই প্ৰেইৰি নহয়! তুমি যদি ফুৰিব খোজা, তেন্তে মই মটৰ খন দি চাকিক পঠিয়াই দিও, সি ঘূৰাই আনক।"

চেলিনাই মৃদুভাবে কলে, "সেইটো হলে ভাল হয়।" কিন্তু তেওঁ এই সুবিধা কেতিয়াও গ্ৰহণ নকৰিলে। মাজে সময়ে তেওঁ চাউথ ৱাটাৰ ষ্ট্ৰিটলৈ যায়। এতিয়া এই অঞ্চলটো তেনেই বদলি গৈছে। তাত মানুহ ইমান বেছি হৈছে যে তাৰ সীমা ফাটি যাওঁ যাওঁ হৈছে। আলিবাটৰ দাঁতিৰে দাঁতিৰে খোজ কাঢ়ি যোৱা অংশটো তেওঁ বেচি ভাল পাইছিল।

তাৰ শাক-পাচলি, ফল-ফকৰ ইত্যাদিৰ বাকচ বোৰৰ মাজত ফুৰি তেওঁৰ ভাল লাগে। এই অঞ্চলত বিদেশী লোকৰ সংখ্যা বাঢ়িছে। আগতে যিবিলাক ঠাইত ওভাৰকোট পিন্ধা, ৰঙা মুখৰ মানুহ আছিল, সেই ঠাইবোৰত এতিয়া পুৰণা সৈনিকৰ চাৰ্ট আৰু খাকি পেণ্ট পিন্ধা কৃশ লৰা

কিছুমানে গাড়ীত বস্তু উঠোৱা-নমোৱা কৰিছে, নাইবা অটোভ্যানেৰে ইটোৰ পৰা সিটো ৰাস্তালৈ দ্রুতগতিত অহাযোৱা কৰিছে। তেওঁলোকৰ মুখ কঠিন, কথা সংক্ষিপ্ত। গাৰ কোনো ভঙ্গিমা নাই, অথচ খোজ কাঢ়োতে ভাল দেখি। চেলিনাই ভাবিলে যে এই লৰাবিলাকৰ যিকোনো এজন তেওঁৰ নিজৰ কৃতকাৰ্য্য হোৱা লৰা ডাৰ্ক ডিজঙতকৈ শ্রেষ্ঠ হব পাৰে। কাৰণ এওঁলোকৰ প্ৰত্যেক জনেই বেছি স্বাভাৱিক, সাধু, প্ৰাণবন্ত আৰু ঐকান্তিক জীৱন যাত্ৰা কৰিছে।

"উৰহী-বোৰ ক'ত ?

"পুৰণি দোকানত।"

"বেয়া ?"

"ভাল আছে।"

"ৰাখিবা।"

প্ৰবীণ লোকসকলৰ বহুতে চেলিনাক চিনি পাইছিল। তেওঁলোক কৰমৰ্দ্দন কৰি বন্ধুভাৱে এমুহূৰ্ত্তৰ কাৰণে তেওঁৰ লগত কথা-বতৰা পাতিলে। উইলিয়াম টেলকটে আগৰ দৰে চাৰ্ট আৰু পেণ্ট পিন্ধি তেওঁৰ দোকানৰ সমুখত বেৰাত আউজি থাকে। তেওঁৰ শৰীৰ এতিয়া শুকাইছে, গাৰ চামৰা শুকাইছে, চুলি পাতলিছে আৰু সম্পূৰ্ণভাৱে পকিছে; তেওঁৰ মুখত নজ্বলোৱা চিগাৰ এটা, আৰু শৰীৰৰ মধ্য খণ্ডত সোণৰ ডাঙৰ জেপ ঘৰীৰ চেইন।

"এৰা মিচেছ ডিজং, তুমি পিচত নিশ্চয় উদ্গতি কৰিলা। প্ৰথম গাড়ী শাক-পাচলি লৈ ইয়ালৈ অহাৰ কথা মনত পৰেনে ?

এৰা তেওঁৰ মনত পৰে।

"মই দেখিছো, তোমাৰ সেই জনাটোৱেও উদ্গতি কৰিছে। তেওঁ সুন্দৰ উদ্গতি কৰিছে নহয় জানো ? তেনেকুৱা ভাল লৰা পোৱাটো বৰ সুখৰ কথা। এৰা, নিশ্চয়। মোৰ ছোৱালী কেৰেলিনলৈ চোৱা।

হাই প্ৰেইৰিৰ জীৱনতো নিজস্ব মাধুৰ্য্য আছে। অচিন মানুহে তালৈকেও গৈ একেৰাহে সাতদিন বা দহদিন থাকে। যিবিলাক লৰা-ছোৱালী চহৰত থাকি শুকাই খিনাই পৰে, তেওঁলোক তালৈ গলে মুখৰ চেহেৰা ভৰি উঠে। ক্লান্ত তিৰোতাই তালৈ গৈ চেলিনাৰ ঘৰত মাখন, প্ৰচুৰ শাক-পাচলি আৰু কোমল মুৰগীৰ মাংস খায়। তেওঁলোকে এনে

খাতৰ পৰা কেইদিন মানব পিচতে বঞ্চিত হ'ব, এই আশঙ্কাত ভীত হয়। চেলিনাই এই তিৰোতা বিলাকক চহৰৰ বিভিন্ন আওহতীয়া চুকৰ পৰা আনে। ভাৰ্কে এইটোৰ বিৰুদ্ধেও প্ৰতিবাদ কৰে। চেলিনা এতিয়া হাই-প্ৰেইৰি স্কুল বোৰ্ডৰ সভ্য। গতিকে তেওঁ এখন ফোৰ্ড গাড়ীত উঠি ঘনাই চহৰলৈ গৈছিল। গাড়ীখন বেয়া; কিন্তু কৌশলেৰে তেওঁ চলাই আছে। "ভাল আলিবাট" কমিটীৰো তেওঁ সভ্য আৰু "ট্ৰাক ফাৰ্ম্মাৰ্চ এচোচিয়েচনে" তেওঁ মতামতত মূল্য আৰোপ কৰিছিল। তেওঁৰ জীৱন পূৰ্ণ, মনোৰম আৰু বহুমুখী হ'ল।

## ওঠৰ

বণ্ড কিনাত মহিলা সকলক আকৃষ্ট কৰিবলৈ পউলাৰ এটা পৰিকল্পনা আছিল। পৰিকল্পনাটো ভাল আছিল। পউলাই ডাৰ্কৰ আগত এইটো এনেকৈ উলিয়াইছিল যে, ডাৰ্কে নিজেই এইটোৰ উদ্ভাৱনা কৰা যেন পালে। ডাৰ্কে এতিয়া গ্ৰেট লেকছ ট্ৰাষ্ট কোম্পানীৰ বণ্ড বিভাগৰ মুৰব্বী। এই কোম্পানীৰ নতুন, ধুনীয়া, বগা বিল্ডিংটো মিছিগান বলিভাৰ্দৰ উত্তৰ অংশত অৱস্থিত। সৰোবৰৰ কুৱলীত এই বিল্ডিঙৰ বগা চূড়াবোৰ পাতল উজ্বল ৰঙচুৱা যেনহে জিলিকি থাকে; ডাৰ্কে কৈছিল যে এই বিল্ডিংটো ইয়াৰ বিভিন্ন অংশবোৰ ভালদৰে খাপ খোৱা নাই। তেওঁৰ নিজৰ ব্যক্তিগত ঠাইখিনি কিতাপহীন পুথি ভঁৰাল যেন হে লাগে, ব্যৱসায়ৰ অফিচ যেন নহয়। ইয়াৰ কাঠৰ কামবোৰ ওৱালনাটেৰ কৰা হৈছে। চেয়াৰ, ৰাগ, ঢাকনি দিয়া লাইট ইত্যাদিৰে সুসজ্জিত। তিৰোতা গ্ৰাহকক বিশেষ মনোযোগ দিয়া হয়। তেওঁলোকৰ সুবিধাৰ নিমিত্তে এটা কোঠালি আছে। তাত বিশ্ৰাম কৰিবৰ নিমিত্তে উপযুক্ত চকী বিচনা, টেবিল লেম্প, ইত্যাদি ধুনীয়াকৈ ৰখা আছে। এই কোঠালিটো পউলাৰ পৰামৰ্শ অনুসৰি সজ্জিত কৰা হৈছে। দহ বছৰ আগতে এটা ব্যৱসায়ৰ অফিচত এনে কোঠালি থকা কথাটো আচৰিত যেন লাগিলহেঁতেন। এতিয়া কিন্তু অফিচৰ ই এটা অপৰিহাৰ্য্য অঙ্গ।

প্ৰধান মন্ত্ৰীৰ ওচৰ চুকিপোৱা যেনে টান কথা, ডাৰ্কৰ প্ৰাইভেট অফিচ চুকি পোৱাটোও প্ৰায় তেনে টান কথা। বণ্ড বিভাগৰ মুৰব্বী ডাৰ্ক ডিজঙক দেখা কৰিবলৈ অহা মানুহে কাৰ্ড, টেলিফোন, পিয়ন, চেক্ৰেটাৰী ইত্যাদিকে কৰি বহুতো অন্তৰায় অতিক্ৰম কৰিব লগা হয়। মাৰ্ব্বলৰ ঘূৰণীয়া কোঠালিটোৰ ভিতৰত এজন বাট দেখুৱাওতা মানুহ আছে। ছয়ফুট ওখ এই মানুহজন প্ৰকৃততে এটা গুপ্তচৰ। এটা মূৰ্ত্তিৰ দৰে তাত থিয়হৈ থাকি প্ৰত্যেক নবাগতকে সূক্ষ্মভাবে নিৰীক্ষণ কৰি তেওঁনো কেনে ধৰণৰ লোক তাকে নিৰ্ণয় কৰি থাকে। প্ৰথমতে এই মানুহজনক ডাৰ্ক ডিজঙৰ কথা সুধিব লাগে। এই মানুহজনে শব্দ নকৰাকৈ খোজকাঢ়ি আগন্তুক জনক বাট দেখুৱাই নি অফিচৰ কেৰাণী এজনৰ লগত লগলগাই

দিয়ে। কেৰাণীজনে আগন্তুক জনৰ নাম লিখি লয়। আগন্তুক জনে তাতে অপেক্ষা কৰি থাকিব লাগে। কেৰাণীজন উভতি আহে। আগন্তুক জন তেতিয়াও অপেক্ষা কৰি থাকিব লাগে।

এনে সময়ত এজনী গাভৰু তিৰোতা আহি উপস্থিত হয়। তেওঁৰ চকুমুখত অনুসন্ধিৎসা স্পষ্ট; তেওঁ আগন্তুক জনৰ লগত অলপ-অচৰপ কথাহে গুচি যায়। আগন্তুক জন বৈ থাকে। গাভৰুজনী পুনঃ আহে। তেওঁ আগন্তুক জনক লৈ গৈ ডাৰ্ক ডিজওঁৰ প্ৰকাণ্ড আৰু জাক-জমক, প্ৰাইভেট অফিচ পোৱালেগৈ। তেতিয়াহে আগন্তুক জনে ডাৰ্ক ডিজওঁৰ লগত সাক্ষাৎ আৰু কথা হব পাৰে।

ডাৰ্কে আগন্তুক লোক জনক দেখি সুখী হোৱা বুলি জনায়। মানুহজনে তেতিয়া তেওঁৰ বক্তব্য আৰম্ভ কৰে আৰু তেওঁ একান্ত মনে আৰু আগ্ৰহেৰে শুনে। এই কোম্পানীৰ মহিলা গ্ৰাহকৰ সংখ্যা বৰ বেছি। ডাৰ্ক সংৰক্ষণশীল আৰু সহানুভূতি সম্পন্ন। তেওঁ সদায় ব্যৱসায়ত লাভ কৰে। তেওঁ কম কথা কয়। তেওঁ আচৰিত ৰকমে সফল। অলপ কিছুদিন আগতে আত্মীয় স্বজন মৃত্যু মুখত পতিত হোৱা হেতুকে ক'লা সাজপাৰ পিন্ধি অহা তিৰোতা সকলে তেওঁৰ অফিচলৈ লানি নিচিগাকৈ আহিছিল। তেওঁৰ পৰামৰ্শ মতে (এই পৰামৰ্শৰ উদ্ভাৱনা পউলাৰ মস্তিষ্কত) গ্ৰেট লেক্‌ছ্ ট্ৰাষ্ট কোম্পানী"য়ে যি সুবিবেচিত বিজ্ঞাপন ছপা কৰিছিল তাৰ সুফল ফলিছে। "সঞ্চয় আৰু ধন খটোৱা" এই বিষয়ে তিৰোতা সকলক লক্ষ্য কৰি বহুতো সৰু সৰু, ধুনীয়া বিজ্ঞাপন পুস্তিকা প্ৰচাৰ কৰা হৈছিল। তাত লিখা আছিল, "এই কৰ্পোৰেচন হৃদয়হীন নহয়। আমি আপোনাক সেৱা কৰিম। আপোনাৰ বন্ধুৰ উপৰিও অন্য বস্তু লাগে। কাম কৰাৰ আগতে টকা খটোৱা বিষয়ক বিশেষজ্ঞ সকলৰ অনুষ্ঠান এটাৰ দ্বাৰা আপোনাৰ বিচাৰশক্তি পৰীক্ষা কৰোৱাই লওক। আপোনাক এই বিষয়ে উপদেশ-পৰামৰ্শ দিব পৰা আত্মীয়-স্বজন হয়তো আছে। কিন্তু আপুনি হয়তো আপোনাৰ আৰ্থিক অৱস্থাৰ বিষয়ে তেওঁলোকে বুজ পোৱাটো কামনা নকৰে। আমাৰ আদৰ্শ ই হ'ল—মানুহৰ বিশ্বাস ৰক্ষা কৰা আৰু বিধবা আৰু মাউৰাৰ নিৰাপত্তাৰ যত্ন লোৱা।"

বৰ আচৰিত কথা যে এই নিচিনাকৈ নিৰাপত্তা বিচৰা লোকৰ সংখ্যা কেইবা লক্ষও হ'ল। পউলাই মন্তব্য কৰিলে, "তিৰোতা সকলে ক্ৰমে

ধন-বিত পৰিচালনা কৰিবলৈ শিকিছে। অচিৰে, তিৰোতা সকলেও পুৰুষবদৰে মূল্যবান পৃষ্ঠপোষক হবৰ অৱস্থা লাভ কৰিব। সাধাৰণ তিৰোতাই বণ্ড বা বণ্ড-ক্ৰয়ৰ কথা নাজানে। তেওঁলোকে ভাবে ই যেন ৰহস্যময় আৰু বিপদ সঙ্কুল। তেওঁলোকক এই বিষয়ে শিক্ষা দিয়া উচিত। ডাৰ্ক, তিৰোতা সকলক অৰ্থনীতিৰ শ্ৰেণীত পঢ়ুৱা বিষয়ে কোনো পৰামৰ্শ নিদিয়া নে? এইদৰে শ্ৰেণীৰ আয়োজন কৰি অৰ্দ্ধ-সামাজিক অনুষ্ঠান এটা কৰিব পাৰি। নিমন্ত্ৰণী চিঠি পঠিয়াই দিয়া আৰু ডাঙৰ ডাঙৰ, জনাজাত, বেঙ্কাৰ কেইজন-মানক মাতি আনি এই তিৰোতা সকলৰ আগত বক্তৃতা দিবলৈ লগাই দিয়া।"

"কিন্তু তিৰোতাসকল আহিব জানো?"

"নিশ্চয় আহিব। গধুৰ ক্ৰিম কাগজত চিঠি ছপা কৰি নিমন্ত্ৰণ দিলে যি কোনো নিমন্ত্ৰণকে তেওঁলোকে গ্ৰহণ কৰিব।"

এতিয়া "দি গ্ৰেট লেকৃছ ট্ৰাষ্ট কোম্পানীৰ" এটা শাখা ক্লিভলেণ্ডত প্ৰতিষ্ঠিত হৈছে আৰু অন্য এটা নিউইয়ৰ্কৰ পঞ্চম এভিনিউত আছে। বণ্ডক্ৰয়ত তিৰোতাৰ আগ্ৰহ বঢ়াবলৈ আৰু অৰ্থনীতিত তেওঁলোকক শিক্ষা দিবলৈ কৰা আন্দোলনে প্ৰায় জাতীয় আন্দোলনৰ আকৃতি গ্ৰহণ কৰিলে। বাতৰি কাকত আৰু আলোচনীতো ইয়াৰ বিজ্ঞাপন প্ৰচাৰ কৰাৰ দিহা কৰা হ'ল।

ব্লেকষ্টোন হোটেলৰ স্ফটিক-কোঠালিত পষেকত এদিনকৈ তিৰোতা সকলক অৰ্থনীতিৰ বিষয়ে বক্তৃতা দিয়া হ'ল। এই বক্তৃতাবোৰ বৰ কৃতকাৰ্য্য হ'ল। পউলাই ঠিকেই কৈছিল। বৃদ্ধ আগষ্ট হেম্পেলৰ অধিক ভাগ ব্যৱসায়ী বুদ্ধি আৰু দূৰদৰ্শিতা তেওঁ লাভ কৰিছিল। তিৰোতা বিলাক আহিল। তাৰ ভিতৰত আছে—খটুৱাবলৈ ধন থকা বিধবা; ব্যৱসায়ী তিৰোতা, এওঁলোকে মিতব্যয়িতাৰ দ্বাৰা দৰমহাৰ কিছু টকা সঞ্চয় কৰিছে আৰু নিজৰ সম্পত্তি নিজে পৰিচালনা কৰিব খোজা আৰু স্বামীৰ হস্তক্ষেপ ভাল নো-পোৱা আঢ্যৱন্ত তিৰোতা। কিছুমানে অৱশ্যে কৌতূহল বশতঃ কিনো হয় চাবলৈ তালৈ আহিল। অন্য বিশেষ কাম নথকা তিৰোতা কিছুমানো আহিল। কিছুমানে জনাজাত কোনো বেঙ্কাৰ, ব্যৱসায়ী লোক নাইবা উকিলৰ বক্তৃতা শুনিবলৈ আহিল। শীতকালৰ সময় ছোৱাত ডাৰ্কে তিনি কি চাৰিবাৰ মান বক্তৃতা দিলে। সকলোৱে তেওঁৰ বক্তৃতা ভাল পালে। ক্ৰেপ গাউন, চুট আৰু চিক টুপী পিন্ধা তিৰোতা তেওঁৰ মন্তব্যবোৰ শুনি সেইবোৰ বুজিলৈ গুণ-গুনাই ফুৰিব ধৰিলে। বক্তৃতা মৰুত সাজে-পাৰে

ডাৰ্কক অত্যন্ত ধুনীয়া দেখা গল। তেওঁৰ কোটচোলাত এটা বগা ফুল লগাই থোৱা আছে। তেওঁৰ বক্তৃতাও সৰল, প্ৰাঞ্জল আৰু পৰিষ্কাৰ হ'ল। তেওঁক যিবোৰ প্ৰশ্ন সোধা হৈছিল, তেওঁ সেইবোৰৰ উত্তৰো ভাবি-চিন্তি সুস্থিৰভাৱে দিলে।

এইটো ঠিক কৰা হ'ল যে জাতীয় পৰ্য্যায়ত যি বিজ্ঞাপন প্ৰচাৰ কৰা হব তাত এটা ছবি দিয়া হব—যাতে সেই ছবিয়ে তিৰোতা সকলৰ দৃষ্টি আকৰ্ষণ কৰে আৰু তেওঁলোকৰ আগ্ৰহ বঢ়ায়। এই কামৰ বাবে ডাৰ্কে ডালাছ ও'মাৰাকে উপযুক্ত বুলি ভাবিলে। ছবিৰ আধা অংশত এই চিত্ৰকৰৰ চহী আঁকাই-পঁকাই লিখা দেখা পাৱা যায়।

এই মহিলাৰ নাম শুনি পউলাই বৰ ভাল নাপালে। তথাপি তেওঁ সতৰ্কতাৰে কলে, "মহিলাজনী ভাল, কিন্তু তেওঁতকৈ বেচি ভাল, এনে চিত্ৰকৰ নাইনে?"

ডাৰ্কে আচৰিত হৈ কলে, "ও'মাৰা মহিলা? মই জনা নাছিলো। এই নামটোৰ যি কোনো অৰ্থ হব পাৰে।"

"এৰা এওঁ তিৰোতা। তেওঁ হেনো বৰ ৰূপহী।"

ডাৰ্কে ডালাছ ও'মাৰাক মাতি পঠিয়ালে। ও'মাৰাই জ'নালে যে সেই দিনৰ দু-সপ্তাহৰ পিছত কোনো এটা দিনত লগ ধৰাৰ তাৰিখ দিব লাগে। ডাৰ্কে অপেক্ষা নকৰিবলৈ সিদ্ধান্ত কৰিলে। তেওঁ অন্যান্য ব্যৱসায়ী শিল্পীৰ লগত আলোচনা কৰিলে, তেওঁলোকৰ কাম চালে আৰু তেওঁলোকৰ কল্পিত যোজনাৰ কথা শুনিলে; কিন্তু কোনোজনকে সন্তোষজনক নাপালে। সময় কম। দহ দিন গ'ল। চেক্ৰেটাৰীৰ হতুৱাই তেওঁ ডালাছ ও'মাৰাক ফোনতে সোধালে—তেওঁ সিদিনাই এঘাৰ বজাত ডাৰ্কক দেখা কৰিবলৈ আহিব পাৰে নেকি?

নোৱাৰে। ও'মাৰাই ষ্টুডিঅ'ত নিতৌ চাৰি বজালৈ কাম কৰে।

তেন্তে তেওঁ চাৰে চাৰি বজাত ডাৰ্কৰ অফিচলৈ আহিব পাৰিবনে?

পাৰিব। কিন্তু ডাৰ্ক নিজে যদি তেওঁৰ ষ্টুডিওলৈ আহে তেন্তে সেইটো বেচি ভাল নহব জানো? তেতিয়া হলে ডাৰ্কে তেওঁ আঁকা বিভিন্ন ধৰণৰ ছবিৰ কিছু অংশ দেখিব পাৰিব—তৈল চিত্ৰ বা কলা-আৰু-বগা বা ক্ৰেয়ন। তেওঁ আজি কালি বেচি ভাগ ক্ৰেয়নতে কাম কৰিছে।

এই এটাই খিনি কথা চেক্ৰেটাৰীয়ে তেওঁৰ ফোনৰ পৰা ডাৰ্কৰ টেবিলত

থকা ফোনলৈ ৰিলে কৰিলে। ডাৰ্কে হাতত থকা চিগাৰেটৰ টুকুৰা এটা ট্ৰে এখনত দলিয়াই দিলে। মুখৰ ভিতৰত থকা ধোৱাখিনি উলিয়াই দি ডাৰ্কে ফোন তুলি ললে। "এই আৰ্টিষ্ট হব খোজা মানুহজনীয়ে বৰ বঢ়াই কৰিছে।" ডাৰ্কে গুণগুনাই কলে। তেওঁ ফোনৰ মুখখন হাতেৰে ঢাকি ধৰিছে। "মিছ বলিংছ, মই তেওঁৰ লগত কথা হম। মোক তেওঁৰ ফোনত সংযোগ কৰি দিয়ক।"

"হেলো, মিছ ও'মাৰা। মই ডিজঙে কথা কৈছোঁ। মই বৰ ইচ্ছা কৰো যে আপুনি মোৰ অফিচলৈ আহক; কথা হওঁ। (ফোনেৰে দিয়া অসাৰ উত্তৰ প্ৰত্যুত্তৰ আৰু নালাগে)।

ও'মাৰাৰ মাত "যদি আপুনি সেইটোকে ভাল পায় তেন্তে নিশ্চয় আহিম। মই ভাবিছিলো যে আপুনি আহিলে আমাৰ দুয়োৰো কিছু সময় ৰক্ষা হয়। মই চাৰে চাৰি বজাত সেইখিনি পামগৈ।" তেওঁ ধীৰে সুস্থিৰে কথা কোৱা যেন অনুমান হল। মাতটোও ভাল।

ডাৰ্কে সংক্ষেপে কলে, "বাৰু, চাৰে চাৰি বজা। তেওঁ ফোনটো গজালত আৰি থৈ দিলে। এই মহিলা সকলৰ লগত এনে ব্যৱহাৰহে ভাল। এওঁ-লোকৰ বয়স চল্লিছৰ কাষাকাষি; চুলি পাতল হব ধৰিছে। কাষলতিত এমুঠি ছবি। এওঁলোকৰ লগত সৰল হলে নচলে।

এই চল্লিছ বছৰ বয়সীয়া তিৰোতা গৰাকী ঠিক চাৰেচাৰি বজাত আহি হাজিৰ হল। তেওঁৰ চুলি পাতল হব ধৰিছে, কাষলতিত এমুঠি ছবি। ডাৰ্কৰ মনত তেতিয়াও বিৰক্তিৰ ভাব আছে। গতিকে তিৰোতাজনী অহাৰ খবৰ পোৱাৰ পিছতো পাচ মিনিট সময় তেওঁক বাহিৰৰ অফিচত ৰোৱাই থৈছে। চাৰি বাজি পয়ত্ৰিশ মিনিট যোৱাত এজনী ওখ, পাতল, ছোৱালী ডাৰ্কৰ ভিতৰৰ অফিচত প্ৰবেশ কৰিলে। ছোৱালীজনীৰ গাত বহল ওলোম থকা জেকেট, নোমৰ কাম কৰা স্কাৰ্ট আৰু এটা কলা হ্যাটটুপী। টুপীটো যে ফৰাচী ধৰণৰ তাক সহজে ধৰিব পাৰি। তেওঁৰ কাষলতিত ছবিৰ ফলক নাই।

ডাৰ্কৰ মগজুত অন্য-ব্যৱসায়ীৰ চিন্তা কিছুমান বিজুলী বেগে খেলি গল।

"বাঃ কি চকু!……ছোৱালীবোৰে এই ধৰণে সাজ-পাৰ পিন্ধিলেই মই ভাল পাওঁ…ক্লান্ত যেন দেখি·· নহয়, চকুযোৰ স্বাভাৱিকতে তেনে·· ধুনীয়া··· নহয়,· হয়,···" ডাঙৰকৈ ডাৰ্কে কলে, "মিছ ও'মাৰা, আপুনি দয়া কৰি

অহা কাৰণে ভাল পালোঁ।" অলপ চিন্তা কৰি তেওঁ ভাবিলে যে ছোৱালীজনী সম্ভ্ৰম দেখুৱাত বেছি হ'ল। গতিকে সংক্ষিপ্ত ভাবে কলে, "বহক।"

মিছ ও'মাৰা বহিল। মিছ্ ও'মাৰাই, তেওঁৰ শ্ৰান্ত, গভীৰ, নীলা চকুৰে ডাৰ্কৰ পিনে চালে। মিছ ও'মাৰাই একো নকলে। নীৰৱ সুস্থিৰ, শান্ত, সুখী মনেৰে তেওঁ ডাৰ্কক নিৰীক্ষণ কৰিলে। ডাৰ্কে ভাবিছিল যে মিছ ও'মাৰাই আগতে কথা আৰম্ভ কৰিব। তেওঁ হয়তো কব যে সাধাৰণতঃ তেওঁ ব্যৱসায়ৰ অফিচলৈ নাহে, নাইবা তেওঁৰ মাত্ৰ কুৰি মিনিট সময়হে আছে। বতৰৰ বিষয়ে, অফিচৰ পৰিপাটিৰ সম্বন্ধে, নাইবা খিৰিকীৰ সমুখত নদীৰ বিতোপন শোভাৰ সম্পৰ্কেও হয়তো তেওঁ কথাৰ অৱতাৰণা কৰিব। মিচ ও'মাৰাই কিন্তু একো নকৈ প্ৰফুল্ল মনে বহি থাকিল। গতিকে ডাৰ্কেই প্ৰথমতে কথাৰ অৱতাৰণা কৰিলে। তেওঁৰ কথাত ক্ষিপ্ৰতা।

ডাৰ্ক ভিজওৰ এইটো এটা নতুন অভিজ্ঞতা হ'ল। সচৰাচৰ তেওঁৰ লগত কথা হওঁতে তিৰোতাবিলাকেই পোণতে কথা আৰম্ভ কৰিছিল। তেওঁ নীৰৱে শুনি থাকে আৰু কথা কব নোৱাৰা তিৰোতায়ো তেওঁৰ আগত অনৰ্গল বক্তৃতা দিছিল, কথকু তিৰোতাৰতো কথাই নাই। ডাৰ্কে এটা কথা কলে পউলাই এশটা কৈছিল। কিন্তু আজি যি জনী তিৰোতাক তেওঁ লগ পালে সেই তিৰোতাজনীয়ে তেওঁতকৈয়ো কম কথা কয়। তিৰোতাজনীৰ নীৰৱতাত কোনো কৰ্কশতা বা দাম্ভিকতা নাই—তেওঁ শান্ত, সুস্থিৰ আৰু প্ৰফুল্ল।

ডাৰ্কে কলে, "মিচ ও'মাৰা, আমাক কেনে ধৰণৰ বস্তু লাগে, মই কম।" এই বুলি কৈ তেওঁ তেওঁৰ বক্তব্য জনালে। তেওঁৰ কথা শেষ হলে মিচ ও'মাৰাই তিনিটা বা চাৰিটা পৰিকল্পনাৰ কথা হয়তো ব্যক্ত কৰিব, ডাৰ্কে এনে আশা পোষণ কৰিছিল। অন্য আৰ্টিষ্টসকলে এনেকুৱাই কৰিছিল। ডাৰ্কৰ কথা শেষ হ'লত মিচ ও'মাৰাই কলে, "মই এইটোৰ বিষয়ে দুদিন মান ভাবি চাম। এতিয়া মই অন্য কিবা এটা কাম কৰি আছোঁ। তথাপি এই বিষয়ে চিন্তা কৰাৰ ব্যাঘাত নহয়। মই এনেকৈ সদায় চলো। বৰ্ত্তমানে মই জলপাই—চাবোনৰ ছবি এখন আঁকি আছো। অহা বুধবাৰলৈ মই আপোনাৰ ছবিৰ কাম আৰম্ভ কৰিব পাৰো।"

"কিন্তু আপুনি কি ধৰণে ছবিখন সম্পাদনা কৰিব খুজিছে তাৰ এটা আভাস পালে ভাল পালোঁহেঁতেন।" ডাৰ্কৰ অনুমোদন নোপোৱাকৈ ছবিৰ কামত অগ্ৰগতি কৰিবলৈ তেওঁ আশা নকৰাই ভাল।

"এই বিষয়ে মূৰ ঘমাব নালাগে। আপুনি যদি ইচ্ছা কৰে তেন্তে ষ্টুডিঅ'ত সুমাব। মোৰ প্ৰায় এসপ্তাহ কাল লাগিব বুলি ভাবিছোঁ। ওপ্টাৰিওৰ পুৰণি ষ্টুডিও বিল্ডিংটোত মই বহোঁ। দেখিলেই আপুনি কব পাৰিব। ঘৰটোৰ ইটা কিছুমান খহি ওচৰৰ আলিবাটত সিঁচৰতি হৈ পৰিছে।" তেওঁ মুখ মেলি লাহেকৈ হাঁহিলে। দাঁত বিলাক ভাল যদিও তেওঁৰ মুখখন বহল, হাঁহিটো অৱশ্যে সহৃদয়তাপূর্ণ। ডাৰ্কৰ মুখতো হাঁহি বিৰিঙি উঠিল। তাৰ পিচতে তেওঁ ব্যৱসায়ৰ সুৰত কথা আৰম্ভ কৰিলে।"

"এই নিচিনা ছবি আঁকিলে আপোনাক কিমান পাৰিশ্ৰমিক লাগে?"

মিচ ও'মাৰাই কলে, "পোন্ধৰশ ডলাৰ।"

"অদ্ভুত কথা।" ডাৰ্কে তেওঁৰ পিনে চালে। হয়তো ৰগৰ কৰি তেনেকৈ কৈছে। কিন্তু মিচ ও'মাৰাই হঁহা নাই। "এটা ছবিৰ কাৰণে পোন্ধৰ শ লাগে?"

"সেই নিচিনা ছবি হলে, লাগিব।

"মিচ ও'মাৰা, আমি কি জানি সিমান দিব নোৱাৰিম। মিচ ও'মাৰা থিয় হ'ল। "মোৰ পাৰিশ্ৰমিক সিমানেই।" তেওঁৰ কোনো কুণ্ঠা নাই। ডাৰ্কে এনে সংযমশীলা তিৰোতা আগতে লগ পোৱা নাই। তিৰোতাজনীয়ে কোনো শঙ্কা বা দ্বিধাৰ ভাব দেখুৱা নাই। বৰং ডাৰ্কে হে কিংকৰ্ত্তব্য-বিমূঢ় হৈ মেজৰ ওপৰত থকা কলম, কাগজ, ব্লটাৰ আদি হাতেৰে লাৰি-চাৰি চাব ধৰিলে।

বন্ধুভাবেৰে হাত এখন আগবঢ়াই দি মিচ ও'মাৰাই কলে, "মিষ্টাৰ ডিজঙ্, এতিয়া যাওঁ।" ডাৰ্কে হাত খন তুলি ললে। মিচ ও'মাৰাৰ চুলিবিলাক পাতল সোণ বৰণৰ; আটাই খিনি মুঠাই লৈ পিছৰফালে এটা গাঁঠিৰে বান্ধি ওলোমাই থৈছে। তেওঁৰ শ্ৰান্ত চকু ডাৰ্কৰ ওপৰত নিক্ষিপ্ত হ'ল।

ডাৰ্কে কলে, "মিচ ও'মাৰা, আপোনাৰ পাৰিশ্ৰমিক যদি সেয়েই হয়, মই ইমান বেচি খৰচ কৰিবলৈ প্ৰস্তুত নাছিলোঁ। অৱশ্যে, আপোনালোক নাম কৰা আৰ্টিষ্টে অবিশ্বাসযোগ্য পৰিমাণৰ ধন হয়তো পায়।"

আপোনাৰ ব্যৱসায়ত নাম কৰা লোকে "যিমান ধন পায়, তাতকৈ আমি বেছি নাপাওঁ।"

"তথাপি, পোন্ধৰ শ ডলাৰ কম ধন নহয়।" "ময়ো তেনেকৈ ভাবোঁ। কিন্তু নও ডলাৰৰ ওপৰৰ যিকোনো ধনকে সৰহ ধন বুলি মই চিৰকালে ভাবিম। আপুনি জানে, মই 'গেজ'ৰ দোকানত হ্যাটৰ ছবি আঁকি প্ৰত্যেকটো ছবিৰ কাৰণে পঁচিছ চেণ্টকৈ পাইছিলোঁ।"

ছোৱালী জনী যে ধুনীয়া তাক অস্বীকাৰ কৰিবৰ উপায় নাই। "আৰু এতিয়া আপুনি গন্তব্যস্থলত উপনীত হৈছেহি। আপুনি কৃতকাৰ্য্য হৈছে।"

"গন্তব্যস্থলত উপনীত হৈছো?—হা, ভগবান। নহয়। মোৰ যাত্ৰা আৰম্ভহে কৰিছো।"

"ছবি অঁকাত আপোনাতকৈ কোনে বেছি ধন পায়?"

"বোধ হয়, কোনোৱে নাপায়।"

"তেন্তে?"

"তেন্তে, আৰু এমিনিট সময়ৰ পিছতে মই মোৰ আত্মজীৱনী বৰ্ণনা কৰিম।"

তেওঁ লাহেকৈ তেওঁৰ সেই বহল হাঁহিটো মাৰিলে আৰু যাবলৈ ওলাল। ডাৰ্কে লক্ষ্য কৰিলে যে এই ছোৱালী জনীৰ মুখ প্ৰকৃততে মনোৰম।

তেওঁ গল। বাহিৰৰ অফিচত বহি মিচ এথিলিস্তা কুইনে মিচ ডালাছু ও'মাৰাৰ সাজ-পাৰ ভালদৰে নিৰীক্ষণ কৰি ললে। অৰ্ডাৰ দি চিলাই কৰোৱা ভৰিৰ কাপোৰৰ পৰা আৰম্ভ কৰি ফৰাচী দেশত তৈয়াৰ হৈ অহা মূৰৰ টুপীলৈকে সকলো বিলাকতে যি সৌন্দৰ্য্য আছে তাৰ লগত নিজৰ গাৰ সাজ-পাৰৰ বিজনি এটা বিদ্যুৎ প্ৰবাহৰ দৰেই তেওঁৰ মগজুত খেলি গল। ভিতৰৰ অফিচত বহি ডাৰ্ক ডিজঙে উপলব্ধি কৰিলে যে দৃশ্যটোৰ আভাস নোপোৱাকৈয়ে পোন্ধৰ শ ডলাৰত তেওঁ ছবি এটাৰ অৰ্ডাৰ দিলে। পউলাই নিশ্চয় এই বিষয়ে তেওঁক বহুতো প্ৰশ্ন কৰিব।

"মিচ ৰলিংছ, বৃহস্পতিবাৰে মিচ ও'মাৰাৰ ষ্টুডিও'লৈ এবাৰ যাব লাগিব। এই বিষয়ে এটা টোকা কৰি থোৱা।"

ইয়াৰ পিচৰ কেইদিনমানৰ ভিতৰত ডাৰ্কে জানিলে যে অন্য অসংখ্য মানুহে মিচ ও'মাৰাৰ বিষয়ে অসংখ্য কথা জানেঁ। তেওঁ টেক্সাছৰ ছোৱালী। পতিকেই এনে অদ্ভুত নাম। বহুতে তেওঁৰ বয়স বহুত ধৰণে কয়—আঠাইছ,—পঁচিছ,—বত্ৰিছ,—ছয়ত্ৰিছ। কোনোৱে কয় তেওঁ ধুনীয়া;

কোনোৰ মতে তেওঁ কুৎসিৎ। তেওঁ মাউৰা। আৰ্টস্কুলৰ জৰীয়তে তেওঁ উন্নতি কৰিছে। পয়চাৰ মূল্যজ্ঞান তেওঁৰ নাই। দুবছৰ আগতে তেওঁৰ ছবি হঠাতে বিখ্যাত হৈ পৰে। তৈল-চিত্ৰত কাম কৰাই তেওঁৰ আকাঙ্খা আছিল। তেওঁ জাহাজৰ খালাচিৰদৰে পৰিশ্ৰম কৰিছিল, শিশুৰদৰে খেলিছিল। বহুতে তেওঁত নজৰ দিছিল কিন্তু কোনোৱে গভীৰ প্ৰেম নিবেদন কৰা নাছিল। তেওঁৰ বন্ধু-বান্ধৱী অগণন। এওঁলোকে তেওঁৰ ষ্টুডিওলৈ বিনা সঙ্কোচে অহা-যোৱা কৰিছিল, যেনিবা তেওঁৰ ষ্টুডিঅ'টো এটা ৰাজহুৱা ৰাস্তাহে। যিকোনো সময়তে সেই ষ্টুডিঅ'ত লোক-জন থাকেই—কলা মুখৰ ধেমেলীয়া অভিনেতা বাৰ্ট কলচন; লেকফৰেষ্ট আৰু পেৰিচৰ মিচেছ ৰবিনচন গিলম্যান; "চিকাগো চিমফনী অৰ্কেষ্ট্ৰাৰ" বাদ্যকাৰ লিও মাহলাৰ, কাৰচনৰ দৰ্জীখানাত সাজ-পাৰৰ আৰ্হি কৰোতা ফ্যানী হুইপল -সকলো ধৰণৰ নৰ-নাৰী এই ষ্টুডিওলৈ আহিছিল। টেক্সাছত তেওঁ কেইবাজনো দুৰ্ভগীয়া ভাই আৰু দুৰ্ব্বল ভনীৰ ভৰণ-পোষনো চলাব লাগিছিল।

মিচ ৰলিংছে বৃহস্পতিবাৰে তিনি বজাত দেখা-সাক্ষাতৰ বন্দোবস্ত কৰিলে। পউলাই কলে তেৰোঁ লগতে যাব। পউলাও গল। তেওঁ ডালাছ ও'মাৰাক দেখা কৰাৰ জোখাই সাজ পাৰ পিন্ধিলে। ফলত, তেওঁক দেখিবলৈ অত্যন্ত ধুনীয়া হল। ডালাছে মাজে সময়ে ক্ৰেয়নৰ চিত্ৰ বা আনকি তৈল চিত্ৰও আঁকিবলৈ চেষ্টা কৰিছিল। যোৱা বসন্তকালত চিকাগো আৰ্ট ইন্‌ষ্টিটিউটত হোৱা চিত্ৰ প্ৰদৰ্শনীত মিচেছ ৰবিনছন গিলম্যানৰ চিত্ৰ এটাৰ কাৰণে এওঁ এটা পুৰস্কাৰো পাইছিল। চিত্ৰৰ আৰ্হি হিচাবে থিয় হবলৈ তেওঁৰ পৰা নিমন্ত্ৰণ পোৱাটো এটা গৌৰব বুলি বিবেচিত হৈছিল। পউলাই নিজৰ চুলি আৰু মুখত খাপ খোৱাকৈ টুপী পিন্ধিলে, এই টুপী আৰু চুলিৰ লগত খাপ খোৱাকৈ গাউনৰ গলৰ ঢাকণি পিন্ধিলে, আৰু এই চাৰিওবিধৰ লগত খাপ খোৱাকৈ মুকুতা পিন্ধিলে। মুঠতে, দেখাত তেওঁ মিচ ডালাছতকৈ বহুত বেছি ধুনীয়া হ'ল।

নিজৰ ষ্টুডিঅ'ত মিচ ডালাছে এখন ওখ টুলত বহি এখন টেবিলত কাম কৰি আছে। তেওঁৰ কাষত চিত্ৰকৰৰ বিভিন্ন সা-সঁজুলি। তেওঁ এখন ছবি চাই আছে। পউলা আৰু ডাৰ্ক আহিলত তেওঁ সম্ভাষণ জনালে। কিন্তু তেওঁ কাম কৰিয়ে থাকিল। সুন্দৰ গাউন পিন্ধা আৰ্হি এজনা তেওঁৰ সমুখত বহি আছিল।

ডালাছ ও'মাৰাই কলে, "এইটোৱেই ছবি। আপুনি এইটো পচন্দ কৰিবনে ?"

ডাৰ্কে কলে, "ঔ! এইটোৱেই নেকি ?" ধুনীয়া গাউন পিন্ধি বহি থকা আৰ্হি জনাৰ ছবিৰ প্ৰাৰম্ভ মাত্ৰ। "এইটোৱেই!" পোন্ধৰ শ ডলাৰ!

"ছবিটো বগুকিনি থকা অৱস্থাত তিৰোতা এজনীৰ চিত্ৰ হ'ব বুলি ভবা নাছিলতো ?" তেওঁ কাম কৰি গৈ থাকিল। এটা চকু আধা মুদি; হাতত সৰু আৰ্চি এখন লৈ এফলীয়াকৈ ধৰি তালৈ চালে আৰু পিচত আৰ্চি এখন থৈ দিলে। চিত্ৰ পটৰ ওপৰত এটুকুৰা ক্ৰেয়নেৰে তেওঁ এটা ক'লা দাগ দিলে আৰু তাৰ পিচত হাতৰ বুঢ়া আঙুলিৰে সেই দাগটো ঘঁহি দিলে। তেওঁৰ গাত এটা হলো চোলা পিন্ধা আছে। এই পুৰণি চোলাটোৰ ওপৰত ৰুৰাচী চিঁয়াহী, ৰবৰৰ চিনামাটী, পেন্সিলৰ দাগ, ক্ৰেয়নৰ ধূলি, আৰু ৰঙৰ দাগ ইমান সমান ভাবে পৰিছে যে আটাইবোৰৰ সানমিহলিৰপৰা চোলাটোৰ বৰণটোত চিকাগোৰ পাৰিপাৰ্শ্বিকতাই যেন প্ৰতিফলিত হৈ উঠিছে। গলৰ খণ্ডত এই চোলাটোৰ ওপৰত ভিতৰত পিন্ধা ব্লাউজ এটাৰ কলাৰটো দেখা গৈছে। কলাৰটো সিমান পৰিষ্কাৰ যেন নালাগে। তেওঁৰ ভৰিত শোৱা ঘৰৰ কিদ চটি জোতা। তেওঁৰ পাতল সোণালী বৰণৰ চুলিৰ খোপা পিচৰ ফালে ঢিলা হৈ ওলমি আছে। এখন গালত এটা কলা ৰেখাৰ দাগ।

ডাৰ্কে ভাবিলে, "দেখোঁতে এওঁক এটা ছবি যেন লাগে।"

ডালাছ ও'মাৰাই বন্ধুত্বপূৰ্ণ ভাৱেৰে এখন হাতেৰে কেইখনমান চেয়াৰৰ পিনে আঙুলিয়াই দিলে। এই চেয়াৰবোৰত হ্যাট, নানা ধৰণৰ সাজ-পাৰ, ব্ৰিষ্টল বোৰ্ড আৰু এখনৰ বহল হাতত এটুকুৰা হালধীয়া পিঠা থোৱা আছিল। তেওঁ ডাৰ্ক আৰু পউলাক তাতে বহিবলৈ কলে। যি জনী ছোৱালীয়ে এওঁলোকক লৈ আহি দুৱাৰ মেলি দিছিল সেই ছোৱালী জনীক তেওঁ কলে, "গিল্ডা, সেই কাপোৰ-কানিবোৰ এঠাইত দম কৰি থোৱা। এইজনা মিচেছ ইৰ্ণ্ম আৰু এইয়া মিষ্টাৰ ডিজং।—এইজনী গিল্ডা হানান।" ডাৰ্কে পিছত জানিছিল—ছোৱালী জনী ডালাছৰ চেক্ৰেটাৰী।

ষ্টুডিওটোত বস্তু-বাহানিবোৰ সিঁচৰতি হৈ য'তে-ত'তে পৰি আছে। কিন্তু ঠাইখিনি আৰামদায়ক। এটা কোনত পুৰণা, জীৰ্ণ পিয়ানো এটা থোৱা আছে। কোঠালিটোৰ চিলিং খনৰ আধা অংশকেই স্কাইলাইট বুলিব পাৰি। অন্য এটা কোনত সৰু বিচনা এখনত বহি এজন মানুহে আৰু

এজনী ছোৱালীয়ে একান্তমনে কথা হৈ আছে। এটা শকত আৰত লৰাই পিয়ানোটোৰ কাষত বহি লাহে লাহেকৈ বজাই আছে। লৰাটো বিদেশী যেন লাগে—ডাৰ্কে আগতে ক'ৰবাত দেখা যেন মনত পৰে। টেলিফোনটো বাজি উঠিল। মিচ হানানে ফোনটো ধৰিলে। ফোনৰ খবৰ ডালাছ ও'মাৰাক দি তেওঁৰ প্ৰত্যুত্তৰ আনি ফোনত সেই জবাব জনালে। টুলৰ ওপৰত বহি ডালাছ ও'মাৰাই একান্ত মনে কাম কৰি গৈ থাকিল। কেইডাল মান চুলি তেওঁৰ চকুৰ ওপৰতে ওলমি পৰিছে। হাতৰ মুঠিৰে তেওঁ চুলিকোচা পিছলৈ ঠেলি পঠিয়ালে। কিন্তু তাকে কৰোঁতে কপালত ৰঙৰ আৰু এটা দাগ লাগিল। এই ঐকান্তিক সাধনা, অনন্যমনস্কতা, বাহ্য-জ্ঞান শূন্যতা,—এটাই বিলাকে মিছ ডালাছক ধুনীয়া আৰু গাম্ভীৰ্য্যপূৰ্ণ কৰি তুলিছে। তেওঁৰ নাকটো উজ্বল! এনে ধুনীয়া নাকৰ ছোৱালী ডাৰ্কে বহুত বছৰ ধৰি দেখা নাই। তেওঁলোকে অনবৰত সেই সৰু সৰু বাকচবোৰৰ পৰা বস্তুবোৰ উলিয়াই ৰংবোৰ লাৰি-পিহি আছে। "এইদৰে বহুতো মানুহক কাষত লৈ আপুনি কেনেকৈ কাম কৰে?"

অলপ গহীন, বিৰক্তিপূৰ্ণ সুৰত ডালাছে বৈ বৈ কলে, "সদায় বিছ-ত্ৰিছ জন মান থাকে।" এইবুলি কৈ তেওঁ বোৰ্ডত এটা ৰঙা আচোঁৰ মাৰি ততালিকে মচি পেলালে আৰু কলে, "প্ৰত্যেক ঘণ্টাতে হাজাৰ জন অহাযোৱা কৰে। মই এইটো ভাল পাওঁ। মই পৰিশ্ৰম কৰি আঁকো আৰু বন্ধুবোৰে মোক আগুৰি থাকে।"

ডাৰ্কে মনতে ভাবিলে, "ধেৎ···এওঁ নাজানো· ·" পউলাই কলে, "আমি যাওঁ ?"

ডাৰ্কে তেওঁৰ কথা তেনেই পাহৰি গৈছিল। তেওঁ এতিয়া পউলাক কলে, "এৰা, এৰা। মই সাজু। তুমি সাজুতো ?"

ষ্টুডিওৰ বাহিৰত দুয়ো মটৰত উঠিল। পউলাই কলে, "তুমি ছবিটো পছন্দ কৰিলা নে?"

"মই নাজানো। এই অৱস্থাত হয়তো বিশেষ একো কব নোৱাৰো।"

"তোমাৰ অফিচলৈ উভতি যাবা নেকি ?"

"নিশ্চয়।"

"ডালাছ ধুনীয়া। নহয় জানো ?"

"ধুনীয়া হয় নে ?" পউলাই মনে মনে ভাবিলে যে ডাৰ্ক কি জানি

ভিতৰে ভিতৰে সাৱধান হব। পউলাই জোৰে মটৰ চলাই দিলে। "তেওঁৰ গলটো অপৰিষ্কাৰ যেন লাগিল।"

ডাৰ্কে কলে, "ক্ৰেয়নৰ ধূলি।"

পউলাই উত্তৰ দিলে, "নহবও পাৰে ."

ডাৰ্কে ঘূৰি পউলাৰ পিনে চালে। তেওঁ যেন পউলাক এই প্ৰথমবাৰৰ নিমিত্তে দেখিছে। তেওঁক ঠুনুকা, টান, কৃত্ৰিম,—কেনেবাকৈ অকনি যেন লাগিল। শৰীৰৰ বিষয়ত নহয়, ব্যক্তিত্বত।

ছবি অঁকা শেষ হ'ল আৰু দহদিনৰ ভিতৰতে মালিকক গতাই দিয়া হ'ল। সেই সময় ছোৱাৰ ভিতৰত ওন্টাৰিও ষ্ট্ৰিটৰ সেই ষ্টুডিঅ'লৈ ডাৰ্ক দুবাৰো গৈছিল। এই কাৰ্য্যত ডালাছে বিৰক্তিবোধ নকৰা যেন অনুমান হৈছিল; অৱশ্যে বৰ যে আগ্ৰহান্বিত হৈছিল তেনেও নহয়। দুয়ো বাৰতে ডালাছে কাম কৰি থকা পাইছিল। প্ৰথম বাৰ যাওঁতে ডাৰ্কে ডালাছক যেনে দেখিছিল পিচত যাওঁতে এবাৰ ঠিক তেনে দেখা গৈছিল। কিন্তু দ্বিতীয়বাৰ যাওঁতে ডাৰ্কে দেখিলে যে ডালাছে এটা নতুন হলো চোলা পিন্ধিছে। এই নতুন চোলা তেওঁৰ চুলি, ছাতি জোতা, ইত্যাদিৰ লগত সুন্দৰ ৰকমে ৰজিতা খাই পৰিছিল। এইবাৰ ডালাছক এজনী কম বয়সীয়া ধুনীয়া ছোৱালী যেন দেখা হৈছিল।

ডাৰ্কে ডালাছ ও'মাৰাৰ বিষয়ে বহুঁতো চিন্তা কৰিলে। কথাই বতৰাই তেওঁ ডালাছৰ বিষয়টো যেতিয়াই তেতিয়াই অৱতাৰণা কৰিব ধৰিলে। এই তিৰোতা আৰ্টিষ্ট জনীৰ কথা কবলৈ তেওঁ ভাল পোৱা হল। তেওঁ মাকৰ আগতো এওঁৰ কথা কলে। তেওঁ মাকৰ লগতে ডালাছৰ ঘৰলৈ যাবলৈকো প্ৰস্তুত হল। মাকে এদিন কলে, "মই ছোৱালী জনীক লগ পাব খোজোঁ। তেনে ছোৱালী মই আগতে লগ পোৱা নাই।"

ডাৰ্কে কলে, "তুমি চহৰলৈ আহোতে কোনো এদিন তেওঁৰ ষ্টুডিঅ'লৈ তোমাক লৈ যাব পাৰোনেকি তেওঁক সুধিম।"

কিন্তু তেওঁক এমিনিট সময়ৰ কাৰণেও অকলে লগ পোৱাটো কঠিন। ষ্টুডিঅ'লৈ মানুহ অবিৰাম অহাযোৱা কৰি থাকে। তাৰ ভিতৰত অদ্ভুত ধৰণৰ ডাঙৰ লোক, আৰু অপৰিষ্কাৰ, সৰু আৰু বিমৰ্ষ মানুহো থাকে। কোনোটো হয়তো গৰীব আৰ্টৰ ছাত্ৰী; চুলি ৰঙা। ঘৰৰ পৰা ধন নোপোৱা পৰ্য্যন্ত ডালাছৰ ষ্টুডিঅ'তে আশ্ৰয় লৈছে। কোনোজনী হয়তো

অপেৰাৰ গায়িকা ; চিকাগোৰ অপেৰাত পযেকৰ কাৰণে গান গাবলৈ সম্পত্তি দি ডালাছৰ ষ্টুডিওতে আছে। ডার্কে জনা নাছিল যে ডালাছেও গান গায়। পিচত এদিন আবেলি পলমকৈ ষ্টুডিঅ'লৈ যোৱাত তেওঁ দেখিলে যে ডালাছে পিয়ানোত বহিছে ; কাষত কলামুখৰ হাস্যৰসৰ আর্টিষ্ট বার্ট কলছন বহি আছে। কলছনে এপ্রিল মাহৰ বৰষুণে ভায়লেট ফুল অনাৰ বিষয়ে কিছুমান বিদ্রূপ সূচক গান গাইছিল। কিন্তু তেওঁৰ মাতে বিদ্রূপখিনি নাইকিয়া কৰি দিছিল। এই ক্ষীণ শৰীৰৰ হাস্যৰসৰ আর্টিষ্টজনৰ চকুত করুণ ভাব এটা ফুটি উঠিছিল। কোনো অজান গুণ-ৰাশিয়ে শ্রোতাক তেনেই মুগ্ধ কৰিব পাৰিছিল। নাট্যমঞ্চত তেওঁ দর্শকৰ নিচেই ওচৰলৈ আহে। তেওঁলোকক আকোৱালি লয়। কথা কওঁতে তেওঁ মুচিৰ দৰে কথা হৈছিল। কিন্তু গান গাবৰ সময়ত দেব-দূতৰ দৰে গান গাইছিল। ডালাছ পিয়ানোত বহি আছে আৰু কলছন তেওঁৰ ওচৰতে হালি থিয় হৈ আছে। দুয়োজনে তন্ময়। তেওঁলোক ডার্কক লক্ষও কৰাই নাছিল। ডার্ক ষ্টুডিঅ'লৈ অহাত ডালাছে মূৰ দুপিয়াইছিল ; কিন্তু পিয়ানো বজোৱা বন্ধ নকৰিলে। কলছনে গান গাই থাকিল। তেওঁৰ হাত দুখন মেল খাই আছে, মুখত তন্ময়তা। পিয়ানো বজোৱাৰ লগে লগে ডালাছৰ চকুত পানী ওলাল। গান শেষ হলত, ডালাছে কলে, "গানটো ভয়ঙ্কৰ নহয়নে ? মই এই গানটোৰ কাৰণে পাগল হৈছো। আজি ৰাতি বার্টে এই গানটো গাব।"

ডার্কে ভদ্রভাৱে সুধিলে, "গানটো কোনে ৰচনা কৰিছে ?"

পুনঃ পিয়ানো বজাই বজাই ডালাছে কলে' মই ৰচনা কৰিছো।" তেওঁলোক দুয়ো পুনঃ গানত মত্তহৈ পৰিল, ডার্কক তেনেই পাহৰিলে। অথচ এই অন্যমনস্কতাত ডার্কৰ প্রতি কোনো কর্কশতা দেখুৱা যেন নালাগিল। মাত্র তেওঁবিলাকৰ কর্ম্মত বেছি মনোযোগ দেখা গল। ডার্ক গুচি আহিল। মনতে ভাবিলে তেওঁ তালৈকে আৰু নাহে ; ষ্টুডিঅ' এটাৰ চাৰিওফালে ঘূৰি ফুৰিব নোৱাৰি। কিন্তু পিছদিনা তেওঁ পুনৰায় তালৈ গল।

অলপ সময়ৰ নিমিত্তে ডালাছ অকলে আছিল। ডার্কে কলে, "মিচ ডালাছ, শুনক। আপুনি কোনো এদিন মোৰ লগত ডিনাৰ খাবলৈ বা থিয়েটাৰ চাবলৈ যাবনে ?"

"ভাল পাম ."

"কেতিয়া ?"—ডাৰ্কৰ গাত কম্পন।

"আজি ৰাতি।" কিন্তু সিদিনা তেওঁৰ এটা জৰুৰী কাম আছে। থাওক কাম। কাম এৰি পেলালে।

ডাৰ্কে কলে, "আজি ৰাতি। উত্তম। ক'ত ডিনাৰ খাব ? কেছিনোত ? চিকাগোৰ ভিতৰতে শ্ৰেষ্ঠ ক্লাব। লেকছোৰ ড্ৰাইভত অৱস্থিত। ইতালীয় ধৰণৰ সক ধুনীয়া ঘৰ। নিজৰ অতিথি হিচাবে ডালাছক তালৈ লৈ যাবলৈ পাই ডাৰ্কে গৌৰৱ অনুভৱ কৰিলে।

"মই সেই সক ঠাই বিলাক ভাল নাপাও। ডাঙৰ হোটেলত বহুতো লোকৰ মাজত খাই হে মোৰ ভাল লাগে। ক্লাবত খাবলৈ গলে একে ধৰণৰ কিছুমান মানুহে লগ পোৱা যায়। তেওঁলোক এটা ক্লাবৰ মেম্বৰ। ইয়াৰ অৰ্থ এই যে তেওঁলোক সকলোৱে গল্ফ খেলা ভাল পায়, বা বিশ্ববিদ্যালয়ৰ স্নাতক, বা একে ৰাজনৈতিক দলৰ লোক, বা লিখক বা চিত্ৰকৰ অথবা বাৎসৰিক আয় পঞ্চাছ হেজাৰৰো অধিক নাইবা তেনে কোনো বিশেষত্ব থকা। মই সকলো ধৰণৰ লোকৰ সমাবেশ হোৱাটো ভাল পাওঁ। খোৱা ঘৰত সকলো শ্ৰেণীৰ মানুহ থাকিলে বেচি আনন্দ পোৱা যায়। জুৱাৰী, বীমাৰ এজেণ্ট, অভিনেতা, বেপাৰী, চোৰ, উকিল, উপপত্নী, পত্নী, পৰ্য্যটক, ক্ৰোৰপতি — সকলো শ্ৰেণীৰ লোক। বন্ধুৰ ঘৰত খাবলৈ গলে অৱশ্যে ভিন্ন কথা।"

এনে দীঘলীয়া বক্তৃতা মিচ ডালাছে সাধাৰণতে নিদিয়ে।

ডাৰ্কে কলে, "কোনো এদিন হয়তো আপুনি মোৰ ঘৰতো খাব। তাত চাৰিজন বা ছয়জনৰ বেছি—"

"হয়তো খাম।"

"আজি ৰাতি ড্ৰেকলৈ গলে বেয়া হয়নে ?"

"সেইখন ৰোমান স্নানাগাৰ যেন দেখি। খুটা বিলাক দেখিলে মোৰ ভয় লাগে। আমি ব্লেকষ্টোনলৈকে যাও।"

তেওঁলোক দুয়ো ব্লেকষ্টোনলৈ গল। তাৰ প্ৰধান পৰিচাৰক জনে তেওঁক জানিছিল।

গুদ্ ইভিনিং মিষ্টাৰ ডিজৰং।" ডাৰ্কে মনে মনে সুখ পালে। তাৰ পিছতে তেওঁ লক্ষ্য কৰিলে যে, প্ৰধান পৰিচাৰক জনে ডালাছৰ ফালে চাই হাঁহিছে আৰু ডালাছে তেওঁৰ ফালে চাই হাঁহিছে।

ডালাছে কলে” “এণ্ডে।”

“গুদ্ ইভিনিং মিচ ও'মাৰা।” ব্লেকষ্টোন হোটেলৰ ফৰাচী কোঠালিত এই পৰিচাৰক জনে শুদ্ধ ফৰাচী ভাষাতে এই সম্ভাষণ জনালে। কিন্তু তেওঁৰ মাতত কবিত্ব আৰু চকুত আনন্দ আছিল। তেওঁ ডালাছক ৰাজৰাণীৰ দৰেকৈ চকীত বহুৱালে।

ডার্কৰ চকুত “মই এওঁক সৈন্যবাহিনীত লগ পাইছিলোঁ।” এনেভাৱ ফুটি উঠাত ডালাছে বুজাই কলে মই যেতিয়া ফ্রান্সত আছিলোঁ, তেতিয়া এওঁ বৰ সুন্দৰ লৰা মানুহ।’

“আপুনি ফ্রান্সত আছিল? কি কৰিছিল?”

“বহুতো কিবা-কিবি।”

ডালাছৰ “ডিনাৰৰ” গাউনটো বৰ ধুনীয়া হৈছিল। কিন্তু তলত পিন্ধা কাপোৰৰ বেঙেনা বৰণীয়া ফিটা এদাল এফালেদি অপৰিষ্কাৰভাবে ওলমি ওলাই আছিল। প্ৰসাধনত এনে ত্ৰুটি পউলাৰ ক্ষেত্ৰত নহলহেতেন। গাৰ্ডনটোৰ ওপৰ ভাগ এনেকৈ কটা যে বগা বাহু আৰু কান্ধ দুখন সুন্দৰ ৰকমে দেখা যায়। গাউনটো পাতল সোণালী বৰণৰ—তেওঁৰ চুলিৰ বৰণৰ দৰে। এই হল এজনী ডালাছ। তাত এড্জন, এশ ডালাছ আছিল। তথাপি তেওঁ সদায় একে। কোন সাজ-পাৰত লগ পোৱা যায়, সঠিককৈ কোৱা টান। তেওঁৰ গালৰ ওখ হাড়, গভীৰ গহণ চকু, আৰু যোগ্যতাসম্পন্ন হাত দেখি ডাৰ্কে কেতিয়াবা কেতিয়াবা ভাবিছিল যে তেওঁক ভাৰতীয় চুইদ ছোৱালী যেন দেখি। মাজে সময়ে তেওঁ ভাবিছিল যে তেওঁক ছবিত দেখা পোৱা ধুনীয়া দেবী এজনী যেন দেখি। উঠন বুকু আৰু নম্ৰ চাহনিৰ সেই দেৱীবিলাকৰ হাতত প্ৰাচুৰ্য্যৰ শিঙা এটা থাকে। তেওঁৰ গতি-বিধিত এটা ঐকান্তিক ঐহিকতা আৰু আদিম শক্তিৰ আভাস পোৱা যায়। তেওঁ লক্ষ্য কৰিলে যে তেওঁৰ নখ-বিলাক চুটি, পউলাৰ দৰে ৰঙ লগোৱা নহয়। এইটোৱেও তেওঁক মনত শান্তি দিলে।

“অইষ্টাৰ অলপ লাগিবনে?” ডাৰ্কে সুধিলে। “অথবা ফলৰ কক-টেইল? নাইবা মুৰগীৰ বুকু?”

ডালাছক অথপ চিন্তিত দেখা গল। “আপুনি তাকে খাওক। অলপ আলু আৰু ছালাদ হলেই মোৰ হব।”

“সুন্দৰ।” ডাৰ্কৰ মনত আনন্দ। ‘তেওঁ যেই সেই বিধৰ তুণ্ডাল

পৰিমাণৰ অৰ্ডাৰ দিলে আৰু তুয়ো বস্তু খিনি খাই শেষ কৰি পেলালে। ডালাছে বোল আৰু মাখন খালে। খাদ্য-সামগ্ৰীৰ বিষয়ে তেওঁ কোনো মন্তব্য নিদিলে। তেওঁ মাথোন মুঠতে ভাল বুলি থলে আৰু কলে যে কামৰ হেচাতে তেওঁ দুপৰীয়াৰ লাঞ্চ্ খাবলৈ পাহৰাৰ দৰেই হৈছে। এই এটাই বিলাক কথাত ডাৰ্কে বিশ্ৰাম আৰু জিৰণি লাভ কৰা যেন পালে। সাধাৰণতে কোনো তিৰোতাৰ লগত কোনো ৰেষ্টোৰাঁত খানা খালে তিৰোতাজনীয়ে কয়, "সেঁৗ বোলৰ এটা খাবলৈ পালে ভাল লাগিলহেঁতেন।"

তেতিয়া পুৰুষজনে কয়, "নোখোৱা কেলেই?" তিৰোতাজনীয়ে তাৰ উত্তৰত কয়, "মোৰ সাহস নহয়। দাম প্ৰায় আধা পাউণ্ড হব। মই যোৱা এবছৰে মাখন-লগোৱা বোল খোৱা নাই।"

পুৰুষ জনে তেতিয়া আকৌ কয়, "খোৱাচোন বাৰু।

"মই খুব শকত হয়। ভয় হয়।"

পুৰুষজনে তিৰস্কাৰ কৰি কয় "তুমি! মুৰ্খ। তোমাৰ শৰীৰ ঠিকে আছে।"

যিবিলাক তিৰোতাই নিজৰ শৰীৰৰ ওজন, আকৃতি, ৰেখা, ইত্যাদিৰ বিষয়ে কয়, সেই তিৰোতা বিলাকৰ সঙ্গ ডাৰ্কে ভাল নেপাইছিল। তেওঁ এইটোক বেয়া ৰুচি বুলি ভাবিছিল। পউলাই এনেবোৰ কথাৰ পৰা তেনেই বিৰত থাকিছিল। তেওঁৰ সমুখৰ মেজৰ আনফালে ডালাছ বহি আছে। ডাৰ্কে উদৰ পূৰাই খাইছে আৰু ডালাছে বিভিন্ন বস্তুবোৰৰ একামোৰ-দুকামোৰ হে খাইছে। ডাৰ্কৰ ভাল নালাগিল। তেওঁৰ উপভোগৰ ভাব কমি গল। তেওঁ ভাবিলে যে যদিও মৌখিক অনিচ্ছা দেখুৱাইছে, তথাপি ডালাছে ডাৰ্কৰ খাদ্য বস্তুৰ পিনে লোভেৰে চাইছে। ডালাছক কিছু ক্লান্ত যেনো দেখা গৈছে।

ডাৰ্কে কলে, "ইয়াৰ কাষৰ ঘৰতেই থিয়েটাৰ—মাত্ৰ এখোজ। আঠ বজাৰ আগতে আমি ইয়াৰপৰা নাযাওঁ।"

"সুন্দৰ।" কফিৰ লগতে ডালাছে চিগাৰেট খালে। নিজৰ বিষয়ে বহুত কথা কলে। তেওঁৰ এটা স্বস্তি, সুখ আৰু স্বাচ্ছন্দ্যৰ ভাব আহিল।

ডাৰ্কে আৰম্ভ কৰিলে, "আপুনি জানে যে মই এজন কাৰু-শিল্পী, অন্ততঃ এ সময়ত আছিলোঁ। হয়তো সেই কাৰণেই আপোনাক ষ্টুডিঅ'ৰ চৌপাশে থাকিবলৈ ভাল পাওঁ।"

"কিয় এৰি দিলে ?"

"তাত একো নাই।"

"অৰ্থাৎ ?"

"টকা নাই। মহাসমৰৰ পিছত মানুহে ঘৰ বন্ধা এৰি পেলালে।"

"আৰু তাৰ পিছত বেঙ্কাৰ হ'ল ? বেঙ্কত নিশ্চয় বহুত টকা থাকে ?

ডাৰ্কৰ পেটে পেটে কিছু খং উঠিল। তেওঁ কলে, "মই পোনতে বেঙ্কাৰ হোৱা নাই। বণ্ড বিক্ৰেতাহে আছিলোঁ।"

ডালাছৰ চকুৰ ওপৰৰ ভুৰুবোৰ ঘন আছিল। আন্তৰিক খণ্ডত তেওঁৰ কপালখন সামান্য কোঁচ খালত দুই ভুৰু লগ লগাৰদৰে হ'ল। পউলাৰ ভুৰু কিন্তু পাতল—দুটা ক'লা ৰেখাৰ দৰে।

ডালাছে কলে, "মই হলে অজস্ৰ বণ্ড বিক্ৰি কৰাৰ বিনিময়ত, ঘৰৰ পিছফালে কেনে দুৱাৰ দিলে ঘৰ ধুনীয়া হয় তাকে কৰিলোহেঁতেন।

ডাৰ্কে নিজৰ সিদ্ধান্ত সমৰ্থন কৰি কলে, "ময়ো তেনেকৈ ভাবিছিলোঁ। কিন্তু মোৰ মায়ে মোক শিক্ষা দিছিল। কাম কৰি সেই ধনেৰে শিক্ষা দিছিল। মই মাত্ৰ জীৱিকা চলাই যোৱাৰ জোখাৰে উপাৰ্জ্জন কৰি ক্ষান্ত থাকিব নোৱাৰিলোঁ। মই মা'ৰ কাৰণে বস্তু······

'আপোনাৰ মা'ই সেই বস্তুবোৰ খুজিছিল নে ? তেওঁ কৈছিল নে যে আপুনি স্থাপত্য ত্যাগ কৰি বণ্ড-বিক্ৰয়ৰ ব্যৱসায়ত সোমাব লাগে ?

"তেওঁ সেইটো কৈছিল নে নাই মই সঠিককৈ কব নোৱাৰো। কিন্তু তেওঁ···· ডাৰ্কে মিছা কথা কব নোৱাৰিলে। তেওঁৰ ওপৰত মাৰ্ক চেলিনাৰ প্ৰভাৱ এতিয়াও আছে।

"আপুনি কৈছিল যে আপোনাৰ মা'ই মোক লগ ধৰিব।"

"মই তেওঁক ইয়ালৈ লৈ আহিম, নে আপুনি আমাৰ ফাৰ্মলৈ যাব ? মা'ই এইটো খুব ভাল পাব।"

"ময়ো ভাল পাম।"

"ডাৰ্ক ডেলাছৰ পিনে হঠাতে হাঁহি গৈ সুধিলে, "মিচ ডালাছ, মোৰ বিষয়ে আপুনি কি ভাবে ?" ডাৰ্কে জানিব খোজে। তেওঁ আৰু বেছি দিনলৈ নজনাকৈ থাকিব নোৱাৰে।

"মই ভাবোঁ, আপুনি এজন ধুনীয়া যুৱক।"

কথাৰ গতি বেয়া দেখি ডাৰ্কে কলে, "মোক ধুনীয়া যুৱক বুলি ভবাটো

মই কামনা নকৰো। মোক ভাল পোৱাটোহে কামনা কৰো। মোৰ কি বস্তু নাই কওঁক। মোক বাৰে বাৰে ওভতাই পঠিয়াইছে কেলেই? মই আপোনাৰ সান্নিধ্য প্ৰকৃততে পোৱা নাই। মোৰ কি নাই?" ডাৰ্ক নীৰব হ'ল।

"সুধিছে যেতিয়া, কওঁ। মানুহৰ গাত প্ৰসাধনৰ গৰিমা থকাটো মই বিচাৰো। জেনি মৰাণৰ দৰে কিছুমান লোকৰ গাত দহভাগৰ নও ভাগেই প্ৰকৃত প্ৰসাধন। চ্যানংৰছৰ দৰে অন্য কিছুমানৰ গাত দহভাগৰ নও ভাগেই কৃত্ৰিম প্ৰসাধন।

কিন্তু কিছুমান লোকে অলপো ৰং নঘহিলেও স্বাভাৱিকতে বেঙেনা বৰণীয়া।

"ময়েই তেনেকুৱা নহয়নে?"

ডাৰ্ক বৰকৈ হতাশ, ক্ষুণ্ণ আৰু অসুখীয়া হৈ পৰিল। তেওঁৰ অলপ খঙো উঠিল। আত্ম-অভিমান। চিকাগোৰ যুৱকসকলৰ ভিতৰত সবাতোকৈ বেছি কৃতকাৰ্য্য আৰু সবাতোকৈ বেছি উদ্গতিৰ সম্ভাবনা থকা পুৰুষ। তেওঁ ডাৰ্ক ডিজং। এই তিৰোতা জনীয়ে পোন্ধৰ শ ডলাৰ পাৰিশ্ৰমিকলৈ ব্যৱসায়ী চিত্ৰ অঁকাৰ বাহিৰে অন্য কি কৰিছে?

যিবিলাক পুৰুষে আপোনাৰ প্ৰেমত পৰে তেওঁলোকে কি কৰে, তেওঁলোকৰ কি হয়?

চিন্তাযুক্তভাৱে কফি খিনি লাৰি ডালাছে কলে, "তেওঁলোকে মোক সেই বিষয়ে সকলো কথা কয়।"

"আৰু তাৰ পিছত?"

"তাৰ পিছত তেওঁলোকে কথাবোৰ ভালকৈ বুজে; আৰু আমি বন্ধুহৈ পৰো।"

"আপুনি তেওঁলোকৰ লগত কেতিয়াও প্ৰেমত নপৰেনে?"

"প্ৰায় সদায়ে পৰো।"

"মই আপোনাক বহুত বস্তু দিম।"

"এপ্ৰিলত মই ফ্ৰান্সলৈ, পেৰিচলৈ যাম।"

"কি? পেৰিচলৈ কিয়?"

"পঢ়িবলৈ যাম। মই তৈল-চিত্ৰ আঁকিবলৈ শিকিব খোজো। ডাৰ্ক ভীত হ'ল। "ইয়াত সেই অধ্যয়ন কৰিব নোৱাৰিনে?"

"নাই নোৱাৰি। মোক লগা বিধ নোৱাৰি। মই ইয়াতো পঢ়ি আছোঁ। আৰ্ট ইনষ্টিটিউটত সপ্তাহত তিনি ৰাতিকৈ কাম কৰি আছোঁ। কিন্তু মাত্ৰ হাতৰ অভ্যাস ৰাখিবলৈকে হে।"

"অ' সেয়েহে গধূলি আপুনি ওলাই যায়! ডাৰ্কৰ মনৰ বোজা পাতলিল। "কোনো দিন ময়ো লগতে যাম, পাৰিম জানো?"

এদিন গধূলি ডালাছে ডাৰ্কক লৈ গল। "দুৱাৰ মুখত থকা কঢ়া আইৰিছ দাৰোৱান জনক কেনেবাকৈ অতিক্ৰম কৰি ভিতৰত সোমোৱালে। তাঁৰ পিচত তেওঁ নিজৰ হলৌ চোলা পিন্ধি বুৰুজ কেইটামান হাতত ললে। ঘৰটোৰ এমূৰলৈ চোঁ মাৰি গৈ তেওঁ ডাৰ্কক কলে, কথা নকব, তেওঁলোকে বিৰক্তি পায়। মোৰ ষ্টুডিঅ'ৰ বিষয়ে মানুহে কি ভাবে, মই মাজানো।"

ডালাছ গৈ এটা সৰু কোঠালিৰ ভিতৰত সোমাল। কোঠালি খুব উজ্জ্বল। তাৰ ভিতৰত গৰম ইমান বেছি যে উশাহ বন্ধ হৈ যাব খোজে। কোঠালিটোৰ বেৰাবিলাক বগা। মজিয়াত চাৰিওফালে ছবি থিয় কৰি ৰখা সঁজুলি ভৰি আছে। তেওঁলোকৰ সমুখত হাতত বুৰুজলৈ একাগ্ৰভাবে বহুতো পুৰুষ আৰু মহিল থিয় হৈ আছে। কোঠালিটোৰ ভিতৰত সোমায়েই ডালাছে পোণে পোণে তেওঁৰ বহা ঠাইলৈ গৈ কামত লাগ গল। ডাৰ্ক থিয় হৈ থাকিল। কাম কৰি থকা সময়ত মানুহবিলাকে সমুখত থকা যিখন আসনৰ পিনে চাই আছিল, ডাৰ্কে সেই পিনে চাবলৈ ধৰিলে। আসনখনৰ ওপৰত এজনী নগ্ন তিৰোতা।

অন্তৰৰ ভাবত ডাৰ্কে নিজকে নিজে কলে, "তিৰোতাজনীৰ গাত কাপোৰ সমূলি নাই। ই সাংঘাতিক কথা। তিৰোতাজনীৰ গাত এটুকুৰা কাপোৰো নাই।" ইফালে তেওঁ নিজে আবেগবিহীন আৰু সৰল অথচ সমালোচনাৰ ভাবত দৃশ্যটো গ্ৰহণ কৰিবলৈ চেষ্টা কৰিলে। আচৰিত কথা, প্ৰথমটো মানসিক আঘাতৰ পিছত তেওঁ ইয়াকে কৰিবলৈ সমৰ্থ হল। অকল মুখৰ চেহেৰাতে নহয়, মনতো তেওঁ স্বস্তি অনুভৱ কৰিলে। শ্ৰেণীত সকলোৱে আহিজনাৰ তৈল-চিত্ৰ কৰাত লাগি গল।

আহি হৈ বহি থকা ছোৱালীজনী মূৰ্খ। কিন্তু তেওঁৰ শৰীৰৰ চামৰাৰ বৰণ মখমল আৰু গোলাপৰদৰে। তেওঁ মাজে মাজে এনে ভঙ্গী দিয়ে যে মাখন বৈ পৰা যেন লাগে। তেওঁৰ চুলিবিলাকত কাঠৰ ঢৌ থকা যেন দেখি। তেওঁৰ নাকটো তেনেই গ্ৰাম্য আৰু কানৰ কেৰুবিলাকো তেনেই সাধাৰণ। কিন্তু তেওঁৰ পিঠিখন বোধ হয় হেলেনৰ পিঠিতকৈয়ো বেছি ধুনীয়া আৰু তেওঁৰ স্তন

ছুটাও উৰি অহা বৰফৰ টুকুৰাৰদৰে, মাত্র মূৰত প্ৰবালৰ মণি-খচিত। কুৰি মিনিটমান সময়ৰ ভিতৰতে ডাৰ্কে তাৰ সকলো বস্তুৰ প্ৰতি এটা নতুন আকৰ্ষণ অনুভৱ কৰিলে—সুৰ, ছাঁ, ৰং, শাৰী—সকলোতে। তেওঁ শিক্ষকজনৰ সক মাতৰ নিৰ্দ্দেশবোৰ শুনিলে আৰু আৰ্হিজনাৰ পেটত থকা ছাঁ এটা নীলাকৈনে হালধীয়াকৈ অঙ্কিত কৰিব লাগে তাকে মনে মনে চিন্তা কৰি চালে। তেওঁ লক্ষ্য কৰিলে যে ডালাছৰ চিত্র-পট খন তেওঁৰ সঙ্গীবোৰৰ সবাতোকৈ শ্ৰেষ্ঠ। চিত্র-পটৰ তলত মাংসপেশী আছে আৰু সেই মাংসপেশীৰ তলত তেজ আৰু হাড় আছে। দৰ্শকৰ ধাৰণা হয়, তেওঁ যেন চাৰ্জ্জনৰ দৰে শৰীৰ তত্ত্ব জানে।

ডাৰ্কে ঠাৱৰ কৰিলে যে এই গুণৰ কাৰণেই তেওঁৰ ব্যৱসায়ী ছবিবোৰ এনে আকৰ্ষণীয় হয়।" গ্ৰেট লেকছট্ৰাষ্ট কোম্পানীৰ বস্ত্র বিভাগৰ নিমিত্তে ডালাছে যিখন ছবি আঁকিছে সেইখনৰ বিষয়বস্তু নিতান্ত গতানুগতিক ধৰণৰ। কিন্তু অঁকাৰ কৌশলৰ নিমিত্তে ছবিখন চিত্তাকৰ্ষক হৈছে।

এঘাৰ বজাৰ পিছতহে তেওঁলোক আৰ্ট ইনষ্টিটিউটৰ দুৱাৰ মুখৰপৰা ওলাল। তাৰ খট-খটিৰ মূৰত থিয় হৈ এমুহূৰ্ত্তৰ কাৰণে তেওঁলোকে তলৰ সংসাৰখন নিৰীক্ষণ কৰিলে। ডালাছে একো নকলে। হঠাতে ৰাতিৰ সৌন্দৰ্য্য আহি ডাৰ্কক আগুৰি পেলালে। জাকজমকতা আৰু অনুজ্জলতা, বৰ্ণ আৰু অন্ধকাৰ। সোঁহাতে ৰিগলি বিল্ডিঙৰ বগা চূড়াটো দেখা পোৱা গল—ৰঙা আকাশত বেছি উজ্বল হৈ উঠিছে। অন্যফালে কিছুমান উজ্বল ইলেকট্ৰিক লাইট। এই লাইট-বিলাকত ৰঙা আৰু বগা পোহৰেৰে কোনো বিজ্ঞাপন প্ৰচাৰ কৰা হৈছে। বগা পোহৰত পোৱা গল—

পোহাৰ—

তাৰ পিছতে অন্ধকাৰ। অলপ পিছতে ৰঙা পোহৰত—

মেলা—

আকৌ অন্ধকাৰ। তাৰ পিছত ছয়োটা ৰঙৰ পোহৰত ডাঙৰ আখৰেৰে

সঞ্চয় কৰক—

সমুখত আডাম ষ্ট্ৰিটৰ এল ষ্টেচনৰ ওপৰ মাৰ্গত থকা ভেনিছিয়ান দলং—তলত নলাৰ পানী বৈ গৈছে। এই পানীত বিভিন্ন দোকান পোহাৰৰ ছবি প্ৰতিফলিত হৈছে। মনোৰম দৃশ্য। ডাৰ্কে হঠাতে ঠাৱৰ কৰিলে যে ডালাছ প্ৰকৃততে বহুত খিনি চিকাগোৰ দৰে।' তেওঁ জাকজমকতা আৰু কদৰ্য্য, গৰিমা আৰু লঘিমা,—দুয়ো বিধৰে সংমিশ্ৰণ।'

ডালাছে কলে, "সুন্দৰ"। তেওঁ দীঘলকৈ উশাহ ললে। তেওঁ এই এটাই-বিলাকৰ এটা অংশ।

"এৰা"। ডাৰ্কে নিজক বাহিৰা মানুহ যেন বিবেচনা কৰিলে। "আপোনাৰ ভোক লাগিছে নেকি? পিঠা লাগে নে?"

"মই—অনাহাৰে আছোঁ।"

দুয়ো এখন নিশাৰ সৰু হোটেললৈ গল আৰু তাত জোবা পিঠা আৰু কফি খালে। ডালাছৰ মুখ অপৰিষ্কাৰ হৈ আছে, গা ধুবও নোখোজে। গতিকে, তেওঁ ভাল ৰেষ্টোৰাঁলৈ যাব ইচ্ছা নকৰিলে। সেই নিশা তেওঁ বৰ বেছি সঙ্গপ্ৰিয়তা দেখুৱালে। তেওঁ যেন ক্লান্ত আৰু সেয়ে উৎসাহহীন; নিজস্ব মতামত জোৰ দি প্ৰকাশ কৰিব নোখোজে। তেওঁ যেন কিছু সহায়হীন। ডাৰ্কৰ মনত তেওঁৰ প্ৰতি সহানুভূতি জাগি উঠিল। ডালাছৰ হাঁহিয়ে ডাৰ্কৰ মনত পবিত্ৰ উৎসাহৰ ধল বোৱাই দিলে। তেওঁ সুখী হ'ল।

# ঊনৈছ

যিবিলাক কথা আগতে অতি আৱশ্যকীয় যেন লাগিছিল, এতিয়া সেইবোৰৰ গুৰুত্ব কেনেবাকৈ যেন কমি আহিল। যিসকল লোকৰ সঙ্গ কাম্য আছিল সেই সকল হঠাতে নগণ্য হৈ পৰিল। যিবিলাক খেলা তেওঁ খেলিছিল সেই খেলাবিলাক তেওঁৰ মনত মূৰ্খামি যেন লাগিল। ডাৰ্কে বস্তুবিলাক ডালাছ ও'মাৰাৰ সৌন্দৰ্য্য পিয়াসী চকু আৰু জ্ঞানেৰে চাইছে। আচৰিত কথা, ডাৰ্কে উপলব্ধি নকৰিলে যে তেওঁৰ মাকে যি দৃষ্টি কোনৰ পৰা জীৱনক নিৰীক্ষণ কৰিছিল, ডালাছেও প্ৰায় সেই দৃষ্টি কোনৰে পৰা চাইছিল। কেই বছৰ মান আগৰে পৰা ডাৰ্কৰ মাকে ধনী আৰু ক্ষমতাশালী বন্ধুবিলাকৰ খেলাধূলা, আচাৰ ব্যৱহাৰ ইত্যাদিৰ বিষয়ে চোকা মন্তব্য দি ডাৰ্কক খং খুৱাইছে। সেইদৰে চেলিনাৰ জীৱন-পদ্ধতিতো ডাৰ্ক অসন্তুষ্ট হৈছে। আজি যি দুই এবাৰ ফাৰ্মলৈ যায়, সেই কেইবাৰতো চেলিনাৰ ঘৰত এজনী নে এজনী গৰীব, অপৰিষ্কাৰ, অঁতিথিক লগ পাবই পাব। দাঁত ভগা, হাঁহি উঠা জোতা পিন্ধা আৰু বিষাদ পূৰ্ণ চকু থকা কোনো দুৰ্ভগীয়া তিৰোতা নাইবা দাৰিদ্ৰ্যৰ সকলো লক্ষণ বিশিষ্ট কোনো মহিলা প্ৰায়েই তাত দেখিবলৈ পোৱা যায়। ঘৰত এনে দয়া। অথচ "যোৱা নবেম্বৰৰপৰা ডাৰ্কে নিজে কোনো কামকে পোৱা নাই।"

"সঁচা নে? ইতো সাংঘাতিক কথা।"

কেতিয়াবা কেতিয়াবা বুঢ়া আগষ্ট হেম্পেলে গাড়ীলৈ গৈ সেইখিনি ওলায়গৈ। তেওঁলোকে দুয়ো লগ লাগি উত্তৰ তীৰৰ জনতাৰ বিষয়ে কিবা-কিবি কোৱা-কুই কৰি থাকে। চেলিনা আৰু হেম্পেলে কথা হৈ থকা ডাৰ্কৰ চকুত পৰিছে।

বহুত বছৰৰ মূৰত চেলিনাই ডাৰ্কক আজি ঘনিষ্ঠ ভাবে কথা কৈ সুধিলে "ডিনাৰত কি কি খুৱালে, ডাৰ্ক?"

"চুকহা।"

"চুকহাৰ আগতে একো নিদিলে?"

"দিছিল। কিবা এবিধ নতুন বস্তু—"কেভিয়াৰ।" ডাৰ্কে সকলো বস্তুকে মূল্যবান বুলি গ্ৰহণ কৰা দেখি চেলিনাই মাজে সময়ে খিলখিলকৈ হাঁহিছিল। উদাহৰণস্বৰূপে শিয়াল চিকাৰৰ কথা কব পাৰি। লেক ফৰেষ্ট অঞ্চলৰ

মানুহবিলাকে আজি শিয়াল চিকাৰ কৰিবলৈ লৈছে। ডাৰ্কে ঘোৰাত উঠিবলৈ ভালদৰে শিকিছে। কেপ্টেইন ষ্টোকছ্ বেট্টি নামৰ কোনো এজন ইংৰাজে উত্তৰতীৰৰ লোকসকলৰ মাজত শিয়াল-চিকাৰৰ ৰহস্য প্ৰচাৰ কৰিছে। এই ইংৰাজজন ওখ ডেকা, এওঁৰ ভৰি ভাজ খোৱা, আৰু মুখখন ঘোঁৰাৰ দৰে। চলন-ফিৰণত এটা উদাস ভাব। ফাৰ্ণহামৰ ৰূপহী ছোৱালীৰ ভাগ্যত এই মানুহজনৰ লগত বিবাহ-হোৱাটো যেন লিখা আছিল। পউলাই ষ্টৰ্ম-উদতে চিকাৰ কৰিবলৈ যোৱাৰ আগতে ৰাতিপুৱাৰ আহাৰ জোগাৰ কৰিছিল। এই খানাটো বৰ ভাল হৈছিল। খাদ্য বস্তবোৰ ইংৰাজৰ চিকাৰ খাদ্যৰ দৰে ৰন্ধা হৈছিল। তাত তিৰোতাবিলাকৰ সাজ-পাৰবোৰ ধুনীয়াকৈ চিলাই কৰোৱা বিধৰ আছিল। কৃশ, আটিল শৰীৰৰ এই তিৰোতা বিলাকে এই সাজপাৰবোৰ পিন্ধোতে নতুনকৈ ছুটি কাপোৰ পিন্ধা ছোৱালীৰ দৰে কিছু অস্বস্তিৰ ভাব অনুভৱ কৰিছিল। পুৰুষ বিলাকে বেঙেনা বৰণীয়া কোট পিন্ধাত কিছু আপত্তি কৰিছিল। কিন্তু কেপ্টেইন ষ্টোকছ-বেট্টিয়ে তেওঁৰ কোটটো পিন্ধাত ধুনীয়া দেখা গৈছিল। চিকাৰৰ কাৰণে দক্ষিণৰ ফালৰ পৰা শিয়াল এটা আনি পথাৰত মেলি দিয়া হৈছিল। এই শ্ৰান্ত-ক্লান্ত জন্তুটোৱে জপিয়াই ফুৰা দূৰৈৰ কথা, লুকাবলৈকো চেষ্টা নকৰিছিল। বৰং ইলিণয়ছৰ পথাৰত সি বন্ধুভাবাপন্ন ভাবে বহি থাকিছিল। তেনেকুৱা জন্তু এটাক চিকাৰ কৰি আহি মনত দুখহে লাগে।

ডাৰ্কে কিন্তু চেলিনাৰ আগত শিয়াল চিকাৰৰ বিষয়ে বৰ আনন্দ কৰি কথা কলে।

চেলিনাই সুধিলে, "শিয়াল চিকাৰ? কিহৰ কাৰণে?"

"কাৰণে? শিয়াল চিকাৰৰ আৰু কিবা কাৰণ লাগেনে?"

"মই বুজ নাপাওঁ। শিয়ালৰ উপদ্ৰব বেচি হ'লে সেই উপদ্ৰব গুচাবলৈ শিয়াল-চিকাৰ কৰাৰ যুক্তি আছে। সবোবৰৰ কাষৰ হাবিত শিয়ালৰ উপদ্ৰব বেচি হৈছে নেকি?"

"ধেমালি নকৰিবা, মা।" ডাৰ্কে ৰাতিপুৱাৰ ভোজৰ কথা কলে।

"ডাৰ্ক ই নিতান্ত নিৰ্বুদ্ধিৰ কাম। কোনো দেশে যদি কোনো কাম আমাতকৈ বেচি ভালকৈ কৰে, তেন্তে সেই দেশক সেই বিষয়ত অনুকৰণ কৰাটো বেয়া নহয়। কিছুমান বিষয়ত ইংৰাজ সকল আমাতকৈ ভাল— বাগিছা, কুকুৰ, কাঠৰ-জুই, খোজ কাঢ়ি ফুৰিবলৈ জোতা, ধোঁৱা খোৱা

নলী, আহৰি ইত্যাদি বিষয়ত। কিন্তু তেওঁলোকৰ সেমেকা বাত্তিপুৱাৰ আহাৰ। তেওঁলোকৰ বহুতৰে ভাপ (গেছ) নাই বাবেই খাদ্য সেমেকা হয়। আমাৰ কানছাছ বা নেব্ৰোস্কাৰ কোনো খেতিয়কৰ তিৰোতাই ইংৰাজী বান্ধনী ঘৰত এক মিনিট সময়ো থাকিব নোৱাৰে। আমাৰ বন্ধুবাবোৰেও তেওঁলোকৰ মাংস খাব নোৱাৰে।

চেলিনাই খিলখিলকৈ হাঁহিলে।

"মা, তুমি যদি তেনেকৈ কোৱা, উপায় নাই।"

কিন্তু ডালাছ ও'মাৰায়ো এই বিলাকৰ বিষয়ে অনুৰূপ মন্তব্যকে পোষণ কৰিছিল। সৰোবৰৰ উত্তৰ তীৰৰ সমাজত ডালাছ বৰ জনপ্ৰিয়হৈ পৰিছে, বিশেষকৈ মিচেছ ৰবিনছন গিলম্যানৰ ছবিটো অঁকাৰ পিচত। প্ৰত্যেক ভোজ, নাচ আৰু সাংস্কৃতিক অনুষ্ঠানলৈ ডালাছ নিমন্ত্ৰিত হৈছিল। কিন্তু তেওঁ ডাৰ্কক কৈছিল যে মানুহ বিলাকৰ ক্ৰিয়া-কলাপত তেওঁ বিৰক্ত হৈছে।

তেওঁ কৈছিল, "মানুহ বিলাক ভাল, কিন্তু তেওঁলোকৰ বেছি ৰগৰ নাই। তেওঁলোকৰ সকলোৰে কৃত্ৰিমতা ভাল পায়। নিজে যিটো নহয়, সেইটো কেলেই দেখুৱাব লাগে, এইটো টান কাম। তিৰোতা বিলাকে সদায় কয় যে তেওঁলোকৰ স্বামী সকলৰ ব্যৱসায় চিকাগোত আছে, সেই কাৰণেহে তেওঁলোক চিকাগোত থাকে। তেওঁলোকে কাম ভালদৰেই কৰে—নাচ, গান, চিত্ৰাঙ্কন, কবিতা-ৰচনা, ঘোঁৰাত উঠা—সকলো বিষয়তে ভাল। কিন্তু তেওঁলোকত যেন স্বাভাৱিকতা নাই। তেওঁবিলাক যেন ব্যৱসায়ী আৰ্টিষ্ট, প্ৰকৃত অনুভূতি নাই।"

কিন্তু ভাল বস্তু বা কামক তেওঁলোকে সমাদৰ কৰিব জানে। তেওঁলোকে বিখ্যাত অভ্যাগতৰ কিতাপ, চিত্ৰ, বক্তৃতা, বীৰত্ব, ইত্যাদিৰ গুণ-গান কৰাৰ উপৰিও সেই অভ্যাগত সকলক উত্তৰ ফালৰ ধুনীয়া হোটেল, ৰেস্তোৰাঁ ইত্যাদিত জাকজমকীয়া ভাবে অভ্যৰ্থনা দিয়ে। বিদেশী অভ্যাগতসকলক বিশেষ সমাদৰ দেখুৱা হয়। ১৯১৮ চনৰ পিচৰ পৰা বিদেশী অভ্যাগতৰ সংখ্যা বাঢ়িবলৈ ধৰে। এওঁলোকে আহি প্ৰথমে নিউইয়ৰ্কত নামে আৰু তাৰ পিছত পশ্চিমলৈ গৈ চিকাগোকে আদি কৰি আমেৰিকাৰ প্ৰায় সকলো বোৰ চহৰতে বিয়পি পৰে। তেওঁলোকে বিভিন্ন ঠাইত বক্তৃতা দিয়ে। শেষত ইউৰোপলৈ উভতি গৈ তেওঁলোকৰ ভ্ৰমণ-কাহিনী লিখে। এই ভ্ৰমণ কাহিনী অনেক সময়ত সুৰুচি সম্পন্ন নহয়।

সৰোবৰৰ উত্তৰ-তীৰ অঞ্চলৰ গৃহিণীসকলে এনে অভ্যাগত পৰ্য্যটক সকলৰ অভ্যৰ্থনা কৰিবলৈকে পৰস্পৰৰ ভিতৰত প্ৰতিযোগিতা কৰিছিল। এনে প্ৰতিযোগিতাত পউলাই প্ৰায় সদায় জয়লাভ কৰিছিল। তেওঁ সুন্দৰী,বুধিয়ক, ধনী আৰু চালাক। অলপ কেইদিনমান আগতে তেওঁ এমিলি গোগে নামৰ ভদ্ৰ পৰ্য্যটক এজনক বশ কৰিছে। জেনেৰেল এমিলি গোগে চেম্পেন চহৰৰ বীৰ। এওঁৰ দাড়ি দীঘল, কোটৰ বাওঁখন হাত শূন্য, আৰু অসংখ্য মেডেল। তেওঁ অহাৰ প্ৰকাশ্য উদ্দেশ্য হ'ল—আমেৰিকাৰ সৈন্যবাহিনীৰ আতিথ্যগ্ৰহণ। কাৰণ, তেওঁৰ ফৰাচী বাহিনীৰ লগত লগলাগি আমেৰিকাৰ বাহিনীয়ে চেম্পেন চহৰৰ ওপৰত জাৰ্ম্মান সৈন্য সফল কৰা আক্ৰমণ ওফৰাই দিছিল। কিন্তু মানুহে কোৱা কুই কৰিছিল যে তেওঁ অহাৰ প্ৰকৃত উদ্দেশ্য হ'ল—যুক্তৰাষ্ট্ৰ আৰু তেওঁৰ দেশৰ ভিতৰত থকা সন্দেহৰ ভাব আঁতৰাই বন্ধুভাব স্থাপন কৰা।

আনন্দতে পউলাই কলে, "ডাৰ্ক জেনেৰেল গোগেৰ লগত কোন আহিছে, অনুমান কৰিব পাৰিছানে?—বিখ্যাত ফৰাচী ভাস্কৰ ৰৌল্‌ফপুল! জেনেৰেল গোগে মোৰ অতিথি হবহি। পুলে কুয়েন্টিন ৰুজভেল্টৰ মাৰ্ব্বল মূৰ্ত্তি এটা কৰিব। মিচেছ থিওদোৰ ৰুজভেল্টৰ পৰা পোৱা ছবি এটাৰ আৰ্হিতে এই মূৰ্ত্তি—"

"তুমি কি কৈছা—ফৰাচী ভাস্কৰ! মই যদি ফৰাচী নহয়, তেন্তে পুলো ফৰাচীলোক নহয়! তেওঁ মোৰ মা'ৰ ফাৰ্ম্মৰ দু মাইল মান ঠাইৰ ভিতৰতে জন্মগ্ৰহণ কৰিছিল। তেওঁৰ দেউতাক হাই প্ৰেইৰিতে বাস কৰিছিল। এ বছৰমান আগতে হৃদযন্ত্ৰৰ ৰোগত তেওঁৰ মৃত্যু হৈছে।"

ডাৰ্কে যেতিয়া চেলিনাৰ আগত এই কথা কলে, তেতিয়া চেলিনাৰ মুখ ছোৱালী এজনীৰ মুখৰ দৰে ৰঙা-চঙা পৰি গ'ল। মনত উত্তেজনা অনুভৱ কৰিলে চেলিনাৰ এতিয়াও এনে অৱস্থা হয়। "এৰা মই বাতৰি কাকতত দেখিছোঁ। মই তেওঁক দেখা পাম নে নাই কব নোৱাৰোঁ।"

সেইদিনা গধূলি চেলিনাক তেওঁৰ ঘৰত থকা পুৰণা বাকচটোৰ ওচৰত মাটিতে বহি সেই বাকচটোৰ ওপৰত হাত বুলাই থকা দেখা গল। এই বাকচটোৰ ভিতৰত থকা বস্তুবিলাকৰ বহুতেই কাঠত লাগি লাগি নষ্ট হৈ গৈছে। অথচ সেই বস্তুবিলাকক মাকে ৰক্ষা কৰিবলৈ ইচ্ছা কৰে। এই হেতুকে মাকক তেওঁ এদিন ভাবপ্ৰবণো বুলিছিল। তাৰ ভিতৰত হেইমাৰ্কেটৰ

থুলমূল ছবি, ৰঙা কাশ্মিৰী আলোৱান। অলপ ঠুনুকা ফুল ইত্যাদি ধৰণৰ বস্তু আছিল।

দ্বিতীয় দিনা ৰাতি পউলাই এটা ডাঙৰ "ডিনাৰ" জোগাৰ কৰিছে। কিন্তু অত্যন্ত ডাঙৰ ধৰণৰ ডিনাৰ সেইটো নাছিল। এই বিষয়ে তেওঁ মনত বৰ উত্তেজনা, আনন্দ আৰু স্পন্দন অনুভৱ কৰিলে। তেওঁ ডাৰ্কক কলে, "মই শুনিছো। জেনেৰেল গগে হেনো আধা সিজা কণী আদি দুই এবিধতকৈ অন্য খাদ্য হেনো নেখায়। আন অতিথি বিলাকে অৱশ্যে অন্য বস্তুবোৰো খাব। জেনেৰেল গগৰ হেনো ব্ৰিটানীত থকা ফাৰ্ম্ম খনত বৰ ৰাপ। পুল বৰ ক'লা হৈছে—তেওঁৰ দাঁত খুব বগা। তেওঁৰ গতিবিধি গম্ভীৰ।"

এই কেইদিন পউলাৰ মনত অপাৰ আনন্দ। ডাৰ্কৰ ধাৰণা হ'ল পউলাৰ স্নায়বিক শক্তি অক্লান্ত। ই আন মানুহক শ্ৰান্ত কৰি দিয়ে।

কৃশ শৰীৰৰ আৰু তাছৰ হৰ্তন আকৃতিৰ, ধুনীয়া মুখৰ পউলাই ডাৰ্কৰ ওপৰত তেওঁৰ অধিকাৰ খটোৱাত ডাৰ্কে বিৰক্তি পাইছিল। অথচ, তেওঁ নিজৰ মনত এইটো স্বীকাৰ কৰি নলয়। স্বামীস্ত্ৰীৰ ভিতৰত বিশ্বাস ঘাতকতা কৰাজনে অন্য জনৰ অজ্ঞাতসাৰে আচৰণ কৰা কিছুমান কথাত বিৰক্ত হোৱাৰ দৰে, ডাৰ্কেও পউলাৰ কিছুমান কাম-কাজ বেয়া পোৱা হল। উদাহৰণ স্বৰূপে, খোজ কাঢ়োতে পউলাই জোতাৰ গোৰোহা মাটিত চোচৰাই নিছিল। এইটোৱেই ডাৰ্কক পাগল কৰিলে। বিবুদ্ধি হলে পউলাই নখৰ কাষৰ চাল দাঁতেৰে কামোৰে। ডাৰ্কে কয়, "এইটো নকৰিবা!"

ডালাছক দেখিলে তেওঁ কেতিয়াও বিৰক্ত নহয়! বৰং তেওঁক দেখিলে ডাৰ্কে শান্তি পায়। এইটো ডাৰ্কে নিজৰ মনতে স্বীকাৰ কৰিছে। মনে মনে তেওঁ ডালাছৰ ওচৰত বশ নহব বুলি সংকল্প কৰিলে। কিন্তু তেওঁৰ লগ পোৱাৰ একমিনিট পিছতে ডাৰ্ক ডালাছৰ গভীৰতাত নিমজ্জিত হৈ পৰিল। মাজে সময়ে ডাৰ্কে ভাবে যে ডালাছৰ আচাৰ ব্যৱহাৰ আটাইখিনিয়েই ভণ্ডামি।

এদিন তেওঁ ডালাছক কলে, "আপোনাৰ চলন-ফিৰণৰ এই প্ৰশান্ততা আৰু সৰলতা এটা বাহ্যিক ৰহন মাথোন, নহয় নে?" ডালাছৰ মনোযোগ আকৰ্ষণ কৰিবৰ নিমিত্তে এনে বা অন্য ধৰণৰ যিকোনো কথাকে তেওঁ কয়।

অমায়িকভাবে ডালাছে উত্তৰ দিলে, "আংশিক ভাবে হয়। এই ৰহন ধুনীয়া নহয় জানো?"

এনেকুৱা ছোৱালী এজনীৰ লগত কি কৰিব পৰা যায়।

এই এজনী তিৰোতা। এওঁ ডাৰ্কক সম্পূৰ্ণৰূপে বশ কৰি লৈছে অথচ তাকে কৰিবলৈ তেওঁ হাতৰ আঙুলি এটাও মেলিব লগীয়া হোৱা নাই। ডাৰ্কে ডালাছৰ বিতৃষ্ণাৰূপ বেৰা ভাঙি দিবলৈ চেষ্টা কৰিলে ; কিন্তু তাকে কৰিবলৈ যাওঁতে তেওঁৰ নিজৰ হাতহে কাটিলে।

"মই সাফল্য লাভ কৰা ব্যৱসায়ী বুলিয়েই আপুনি মোক ভাল নেপায় নেকি ?"

"মই আপোনাক ভাল পাওঁতো।"

"তেন্তে মই ধুনীয়া নহয় নেকি ?"

"নহয়। বৰং আপুনি সাংঘাতিক ধুনীয়া। এয়ে মোৰ মত।"

"ইমান···অজলা নহব। মই কি কৈছো, আপুনি খুব বুজিছে। আপুনি মোক পায়ো গ্ৰহণ কৰিব নোখোজে। মই সফলকাম ব্যৱসায়ী এজন নহৈ যদি সফল কাম নিৰ্মাণ শিল্পী হলোহেঁতেন, তেন্তে তাৰ দ্বাৰা বিশেষ কি পাৰ্থক্য হলহেঁতেন।" কেই বছৰমান আগতে এদিন ৰাতি মাকে তেওঁৰ শোৱা পাটিৰ ওচৰত ডাৰ্কক যি কথা কৈছিল, আজি সেই কথা তেওঁ স্মৰণ কৰিলে "আৰ্টিষ্ট হলে মানুহক আকৃষ্ট কৰিব পাৰি।"

"হে ঈশ্বৰ, কোনো এদিন মই হয়তো পৰিশ্ৰমী লোকৰ লৰাক বিয়া কৰাম। যদি সেয়ে হয় তেন্তে মোৰ পৰিশ্ৰম কৰা বাহুৰ গুণতে হব। হাত-ভৰিত পৰিশ্ৰমৰ দাগ থাকে বাবেই মই তেওঁলোকক পচন্দ কৰো। পৰিশ্ৰমী মানুহৰ চকুৰ দৃষ্টিত বা বাহুৰ পৰশত আকৰ্ষণী গুণ থাকে। তেওঁ কৃতকাৰ্য্য নহলেও কথা নাই। অৱশ্যে তেওঁ কৃতকাৰ্য্য হবই। বিশ্লেষণ কাৰ্য্যত মই ভাল নহওঁ। মই মাত্ৰ জানো, তোমাত চিহ্ন নাই। চিহ্ন নাই। তুমি নিৰ্ম্মাণ শিল্পী হবলৈ এৰি দিলা, কাৰণ সেই সময়ত এই শিল্পত লাভ নাই। তাতে লাগি থাকিব লাগিছিল বুলি মই নকওঁ। মই যি জানো, তুমি এই শিল্পত নতুন আছিলা। কিন্তু যদি কষ্ট কৰি তুমি তাতে লাগি থাকিলাহেঁতেন তেন্তে সেই শিল্পৰ প্ৰতিচ্ছবি তোমাৰ চলনে-ফিৰণে, কথাই-বতৰাই, আচাৰে-ব্যৱহাৰে, মুখে-হাতে ফুটি উঠিলহেতেন। শুনা, মই তোমাক সমালোচনা কৰা নাই। কিন্তু তুমি সহজ জীৱন বাঁচি ললা। মই সংগ্ৰাম, দুখ, কষ্ট এনেবোৰহে ভাল পাওঁ। শুনোঁতে অৱশ্যে শঙ্কা হয়। মই কব খোজা নাই যে······।"

শ্ৰান্ত ভাৱে ডাৰ্কে কলে, "সেই বিষয়ে মুখ নখমাবা। মই তোমাৰ অৰ্থ

বুজি পাইচোঁ। ভাৰ্কে বহি নিজৰ হাতৰ ফালে চাই থাকিল; সবল, ধুনীয়া সেই হাত, তাত শ্ৰমৰ দাগ নাই। হঠাতে তেওঁ অন্য দুখন হাতৰ কথা স্মৰণ কৰিলে। তেওঁৰ মাকৰ হাত দুখন। তেওঁৰ আঙুলিৰ গাঁঠিবোৰ স্পষ্টহৈ উঠিছে, চামৰা খহতা হৈছে। চেলিনাৰ জীৱনী সেই হাততে লিখা আছে। "ভালাছ, শুনা। মই যদি জানিলোঁহেঁতেন, তেন্তে এসপ্তাহত চল্লিছকৈ দৰ্মহা লৈয়ো "হোলিছ আৰু প্ৰেগ'ৰ শিল্পালয়লৈ উভতি গলোহেঁতেন। যদি তোমাক জানিলোহেতেনে ··।" "নাযাব।"

# কুৰি

জেনেৰেল গোগে আৰু ৰৌল্‌ফপুল চিকাগো চহৰলৈ আহিবৰ দেড় দিন হৈছে। ডাৰ্কে তেওঁলোকক লগ পোৱা নাই, কিন্তু সেই দিনা গধুলি পউলাই আয়োজন কৰা ডিনাৰ'ত লগ পাবৰ কথা আছে। তেওঁ পুলৰ বিষয়ে বেছি কথা জানিবলৈ ইচ্ছুক; কিন্তু সেনাপতিজনৰ বিষয়ে সিমান আগ্ৰহান্বিত নহয়। ডালাছক দেখা পাবৰ কাৰণে তেওঁ বৰ চঞ্চল হৈ পৰি দুপৰীয়াৰ আহাৰৰ পিছতে অসময়তে ডালাছৰ ষ্টুডিওলৈ গল। তাত গৈ তেওঁ আনন্দ আৰু হাঁহিৰ ৰোল শুনিলে। ডালাছে তেওঁৰ চাৰিওফালে এদল মানুহ নোহোৱাকৈ নিৰিবিলি ভাৱে অলপ সময়ৰ কাৰণেও কিয় কাম কৰিব নোৱাৰে!

হলো চোলা আৰু ছুটি জোতা পিন্ধি ডালাছে দুজনা অতিথিৰ অভ্যৰ্থনা কৰিছে। এই দুজনাই চিকাগোৰ সমাজৰ পৰা ফালৰি কাটি ইয়ালৈ আহিছে। তেওঁলোক হ'ল—জেনেৰেল এমিলি গোগে আৰু ৰৌলফ্‌পুল। তেওঁলোকে বৰ আনন্দ উপভোগ কৰি থকা যেন অনুমান হ'ল। ডালাছে ডাৰ্কক এওঁলোকৰ লগত সাধাৰণ ভাবে পৰিচয় কৰি দিলে। তেওঁৰ মনত কোনো বিশেষ আবেগ নাই—যেন এই অতিথি দুজনাৰ উপস্থিতি কোনো আচহুৱা বা নতুন কথা নহয়। ডালাছে আগতে কেতিয়াও ডাৰ্কৰ আগত তেওঁলোকৰ কথা উল্লেখ কৰা নাছিল। অথচ, এতিয়া তেওঁ কলে, "জেনেৰেল এমিলি গোগে! এওঁ ডাৰ্ক ডিজং। আমি দুয়ো ফ্ৰান্সত একে লগে চলা-ফুৰা কৰিছিলোঁ। ৰৌল্‌ফপুল! আপোনাৰ লগতো একে লগে চলা-ফুৰা কৰিছিলোঁ, নহয়নে?"

জেনেৰেল এমিলি গোগে সসম্ভ্ৰমে নমস্কাৰ জনালে। কিন্তু তেওঁৰ চকুত তিৰ্‌বিৰণি। তেওঁৰ মনত বৰ আনন্দ লগা যেন অনুমান হ'ল। ৰৌল্‌ফ পুলৰ কলা মুখ আশ্চৰ্য্য আৰু আনন্দতে ইমান উদ্ভাসিত হৈ উঠিছে যে মুখৰ আকৃতি ভিন্ন ধৰণৰ যেন হৈছে। তেওঁ বেগেৰে খোজকাঢ়ি আগবাঢ়িগৈ ডাৰ্কৰ হাতত সাবতি মাৰি ধৰিলে।

তেওঁ কলে, "ডাৰ্ক ডিজং মোক তুমি চিনা নাই জানো? মই ৰৌল্‌ফপুল।"

ডাৰ্কে কলে, "মই আপোনাক জনা উচিত।"

ৰৌল্‌ফে কলে, "তুমি নিচেই শিশু হৈ থকা অৱস্থাতে মই তোমাক জানিছিলো। তুমি চেলিনাৰ লৰা—ডাৰ্ক। নহয় জানো? মোৰ চেলিনাৰ লৰা। আজি

আবেলি তেওঁক দেখা কৰিবলৈ যাম। মই ইয়ালৈ অহাৰ অন্যতম কাৰণ তেওঁ।" তেওঁ আৰু হাঁহিছে আৰু সৰু উত্তেজিত লৰা এটাৰ দৰে হৈ পৰিছে। ডালাছে তেওঁৰ ব্যবহাৰ লক্ষ্য কৰি আমোদ পাইছে।

ডালাছে ডাৰ্কক বুজাই কলে, "আজি আবেলি এওঁলোকৰ অভ্যৰ্থনাৰ কাৰণে যি বিস্তৃত আয়োজন কৰা হৈছিল, সেই বিলাক পৰিত্যাগ কৰি তেওঁলোক গুচি গৈছে। ফৰাচীবিলাকে নম্ৰ ব্যৱহাৰৰ চাৰ্টিফিকেট কত পালে নাজানো। জেনেৰেল গোগে তো তেনেই অভদ্ৰ, নহয় নে? তেওঁ তিৰোতা দেখিলে ভয়তে মৰিব পাৰে। বন্দী হোৱা ফৰাচী সেনাপতি বিলাকৰ ভিতৰত অকল এওঁৱেই যত্ন কৰি ইংৰাজী ভাষা শিকিছে।"

জেনেৰেল গোগে জোৰেৰে মূৰ ছুপিয়ালে আৰু চিঞৰি ডাৰ্ক কলে "আৰু আপুনি, আপুনিও আৰ্টিষ্ট নেকি?"

ডাৰ্কে কলে, "নহয়, আৰ্টিষ্ট নহয়।"

"তেন্তে কি?"

"বণ্ডছ্‌—দলিল। দলিল বিক্ৰিৰ ব্যৱসায় কৰো। নম্ৰভাবে গোগে কলে, "এৰা, বৰ ভাল ব্যৱসায়। আমি ফৰাচী মানুহে ইয়াক বৰ ভাল পাওঁ। আমেৰিকাৰ বণ্ডবোৰৰ প্ৰতি আমাৰ বৰ শ্ৰদ্ধা।" মূৰ ছুপিয়াই উজ্জল চকুৰে তেওঁ ডালাছৰ পিনে মুখ কৰিলে।

ডালাছে জনালে, "আমি আটাইকেউজন এতিয়া যাম।" এই বুলি কৈ তেওঁ ষ্টুডিঅ'ৰ সিকাষে থকা তেওঁৰ শোৱা কোঠালিত সোমাল গৈ।

যোৱাৰ প্ৰস্তাৱটো হঠাতে কৰা হ'ল। ডাৰ্কে সুধিলে, "কলৈ যাম?" সেনাপতি গোগেও আচৰিত হল।

ৰোল্‌ফে বুজাই কলে, "ই এটা ষড়যন্ত্ৰ। আমি সকলোটি তোমাৰ মাৰাৰ ঘৰলৈ যাম। তুমিও যাবা, নহয় জানো? তুমি যাবই লাগিব।"

এইবাৰ জেনেৰেল গোগে মাত লগালে, "যাম? আমি কলৈ যাব লাগে? মই ভাবিছিলো আমি ইয়াতে নিৰিবিলি ভাৱে থাকিম। এই ঠাই খিনি ইমান শান্তিপূৰ্ণ।" তেওঁৰ মাতত তৃষ্ণা।

ৰোল্‌ফে কথাটো পৰিষ্কাৰ কৰি দিবলৈ চেষ্টা কৰিলে। "মিষ্টাৰ ভিজওৰ মাক খেতিয়ক। জাহাজত আহোঁতে বাটত মই তেওঁৰ বিষয়ে সবিশেষ কৈছোঁ। মই সৰুই থাকোতে তেওঁ মোক বৰ মৰম কৰিছিল। তেওঁৱেই পোন প্ৰথমতে সৌন্দৰ্য্য কি মোক বুজাই কৈছিল। তেওঁ মহান। তেওঁ শাক-পাচলি উৎপন্ন কৰে।

"ফাৰ্ম ! এবা, ময়ো এজন খেতিয়কেই।" তেওঁ আকৌ ডাৰ্কৰ লৈতে কৰমৰ্দ্দন কৰিলে। তেওঁ এতিয়া ডাৰ্কত অনুৰক্ত হৈ পৰিল।

"মই অৱশ্যেই যাম। আপুনি যে যাব, এই কথা মাই জানে নে ? তেওঁ আপোনাক দেখা পাবলৈ আশা পোষণ কৰি আছিছে। কিন্তু আপুনি ইতিমধ্যে ইমান প্ৰখ্যাত লোক হৈ পৰিল—

"মই তেওঁক লগ পালেই পোনতে কেনেকৈ মাত্ৰ পাচ ফ্ৰাঙ্ক ধন লৈ গৈ পেৰিচ চহৰত উপস্থিত হলো গৈ তাৰে কথা কম। আমি যে আজি তেওঁক দেখা কৰিবলৈ যাম, সেইটো তেওঁ নাজানে। কিন্তু তেওঁ ঘৰতে থাকিব নহয় জানো ? মোৰ ধাৰণা হৈছে যে তেওঁৰ চেহেৰা কি জানি একে আছে। এইটো হয়নে ?"

"তেওঁ ঘৰতে থাকিব। তেতিয়া বসন্তকালৰ প্ৰাৰম্ভ, ফাৰ্মৰ কাৰণে বৰ ব্যস্ততাৰ সময়।

এটা প্ৰকাণ্ড কোট আৰু বসন্তকালৰ হ্যাট পিন্ধি ডালাছ ওলাই আহিল। বিশ্বাসী গিল্ডা হানানৰ পিনে চাই তেওঁ এখন হাত জোকাৰি দিলে। "যদি কোনো মানুহে মোৰ খবৰ কৰেহি কবা, যে মই বসন্তকালৰ আহ্বান পাইছো। আৰু সেই লৰাটোৱে যদি ছবিটোৰ কথা কয়, কবা যে অহা কালিহে দিয়াৰ সময়।" খটখটিয়েদি নামি আহি অতিথিৰ ব্যৱহাৰৰ কাৰণে সাজু কৰি ৰখা ক্ষমতাশালী মটৰ গাড়ী এখনত তেওঁলোক উঠিলহি। গাড়ী ক্ৰমে আগবাঢ়ি গল। লুচা, মিছিগান এভিনিউ, ইত্যাদি অতিক্ৰম কৰি তেওঁলোকে দক্ষিণ ফালত প্ৰবেশ কৰিলে। এপ্ৰিল মাহত চিকাগো প্ৰায় কুৱঁলিৰে ঢকা থাকে। আজি কিন্তু বতৰ ফৰকাল। বতাহ ঠাণ্ডা যদিও কষ্ট দায়ক নহয়। ডালাছ আৰু পুচ, দুয়ো পেৰিচ চহৰৰ পৰিকল্পনা, চহৰৰ সৌন্দৰ্য ইত্যাদিৰ কথাত মজি পৰিছে। "আপোনাৰ মনত পৰেনে—আমি যে দুয়ো······আমাৰ আটাইকেইজনৰ মাজত মাত্ৰ সাত ফ্ৰাঙ্ক ধন আছিল, আৰু "ডিনাৰ"টোও······আপুনি নিশ্চয় জুনত আহিব···তেতিয়া···তৈলচিত্ৰ·· মই কৈছো, আপুনি আচল বস্তুটোকে পাইছে ···আপুনি নাম কৰিব পাৰিব,···ডালাছ···ভিত্ৰে যি কৈছিল মনত কৰক··· অধ্যয়ন কৰক,···কাম কৰক······"

ডাৰ্কৰ মনত বৰ দুখ উপজিল। তেওঁ জেনেৰেল গোগেক চাবলগীয়া বস্তবোৰ আঙুলিয়াই দিলে। বলিভাৰ্দৰ খাঠি মাইল। পাৰ্কৰ প্ৰণালী। দেশৰ ভিতৰতে শ্ৰেষ্ঠ। গ্ৰেণ্ড বলিভাৰ্দ ? ড্ৰেক্সেল বলিভাৰ্দ। জেকছন

পাৰ্ক। ইলিনয়ছৰ কেন্দ্ৰীয় ট্ৰেইনবোৰ। ভয়লগা, কিন্তু বিদ্যুৎ বেগৰ। বিদ্যুতেৰে অহাযোৱা সফল কৰিব। তাৰ পিছত ঠাইবোৰ আৰু অপৰিষ্কাৰ দেখা হৈ নাথাকিব। হলষ্টেদ ষ্ট্ৰীট। পৃথিবীৰ ভিতৰতে সবাতোকৈ দীঘল আলিবাট।

জেনেৰেল গোগে ভদ্ৰভাৱে কৈ গল, "এৰা, হয়; বৰ ভাল। চাব লগীয়া ঠাই।"

ইয়াৰ পিছতে দেখা গল হাইপ্ৰেইৰিৰ সাৰুৱা, কলা মাটি। মাটিৰ বুকু ফাটি ওলাব ধৰা, সেউজীয়া ঘাঁহ-পাতৰ সাধাৰণ আভাস দেখা গ'ল। তাৰ পিছত বীজ-পচোৱা ঠাই, পুলি ডাঙৰ কৰা ক্ষেত্ৰ ইত্যাদি চকুত পৰিল। শেষত ফাৰ্ম্মখন দেখা গল।

গাড়ীৰপৰা নামি ফাৰ্ম্মৰ সীমা-পৰিধি লক্ষ্য কৰি জেনেৰেল গোগে কলে, "কিন্তু ফাৰ্ম্মখন সৰু বুলি কোৱা যেন শুনিছিলো।"

ডাৰ্কে কলে, "সৰু হয়েই। মাত্ৰ চল্লিছ একৰ।"

"অ' আপোনালোক আমেৰিকাবাসী। ফ্ৰান্সত আমি কম মাটিৰ ফাৰ্ম্ম কৰো। আমাৰ মাটি নাই। কিন্তু ইয়াত এখন বিশাল দেশৰ মাটি পৰি আছে।" তেওঁ সোঁহাতখন জোকাৰিলে। চোলাৰ বাওঁখন হাত সুদা নোহোৱাহেতেন, দুয়োহাতেৰেই তেওঁ ভঙ্গী কৰিলে হেতেন।

চেলিনা সৰু, নিৰিবিলি ঘৰটোত নাছিল। তেওঁক বাৰাণ্ডা বা চোতালতো দেখা নগল। ৰান্ধনী ঘৰৰপৰা মীনা ব্ৰাছ ওলাই আহিল। মিচেছ ডিজং পথাৰত আছে। মীনাই তেওঁক মাতিব। বেৰাত ওলমি থকা শিঙা এটা লৈ চেলিনাক মাতিবৰ নিমিত্তে মীনাই সেই শিঙাটো তিনিবাৰ বজালে। পিছত আৰু তিনিবাৰ বজালে। ৰান্ধনী ঘৰৰ দুৱাৰ মুখত থিয়দি পথাৰলৈ মুখ কৰি তেওঁ শিঙাত ফু দিলে। ফলত মীনাৰ মুখ খুব ৰঙাহৈ উঠিল। "তেওঁ এতিয়াই আহিব" এই বুলি আশ্বাস দি মীনা পুনঃ কামলৈ গল। অতিথি কেইজনে বাৰান্দালৈ ওলাই আহি চেলিনাৰ প্ৰতীক্ষাত থাকিল। চেলিনা "ৰেট চিক্সটিন" বোলা পথাৰ খনলৈ গৈছে। এই মাটি ডৰাই এসময়ত বৰ জলাহ আৰু অকামিলা হৈ পৰি আছিল। ডাৰ্কৰ মনত অলপ লাজ লাগিল। এই কাৰণে তেওঁ মনত দুখো অনুভৱ কৰিলে।

অলপ পিছতে তেওঁলোকে' চেলিনাক অহা দেখিলে। ৰদ, পথাৰ,

আকাশ—তিনিৰো পটভূমিত এটা ক্ষীণকায়, ক'লা তিৰোতাই খোজ কাঢ়ি আহি আছে। জোৰেৰে আহিলেও তেওঁ বৰ আগ বাঢ়িব পৰা নাই। কাৰণ মাটিখিনি ভিজা। এওঁলোকৰ চাৰিওজনে তেওঁৰ ফালে মুখ কৰি বৈ থাকিল। চেলিনা ক্ৰমে ওচৰ চাপি আহিবলৈ ধৰিলে। তেওঁলোকে লক্ষ্য কৰিলে যে চেলিনাই পিন্ধা স্কাটখন ভৰিৰ গাঁঠিৰ কাষত পিন মাৰি থোৱা আছে, যাতে বসন্ত কালৰ তিতা মাটিৰপৰা ভৰি ৰক্ষা পৰে। তথাপি তেওঁৰ কাপোৰত বোকাৰ দাগ লাগিছে। গাত ধোৱা বৰণীয়া চুৱেটাৰ এটা টানকৈ বুটাম মাৰি পিন্ধা আছে।

তেওঁৰ মূৰত এটা ফটা-চিটা ক'লা হ্যাট। ভৰিত থকা বুট জোতা তেওঁ বোকাৰ মাজৰ পৰা ওপৰলৈ তুলি লাহে ধীৰে খোজ কাঢ়ি আহিছে। ঘৰৰ ওচৰ পালত তেওঁ মূৰৰ টুপীটো সোলোকাই তাৰ সহায়েৰে এফালে ৰদটো আৰাল কৰি ধৰিছে। বসন্ত কালৰ মৃদু মলয়াত তেওঁৰ চুলি অলপ নাচিছে। তেওঁৰ গালত ঈষৎ বেঙেনা বৰণ। এতিয়া তেওঁ ঘৰৰ সীমাৰ ভিতৰৰ বাটত উঠিছেহি। তেওঁ মানুহ কেইজনৰ মুখৰ পিনে চালে। ডাৰ্ক দেখি তেওঁ হাত জোকাৰি হাঁহিলে। তেওঁ চকুৰে আন মানুহ কেইজননো কোন অনুসন্ধান কৰিলে।—ইউনিফৰ্ম পিন্ধা দঢ়িয়া মানুহজন, ওখ ছোৱালী-জনী আৰু ক'লা, উজ্জল মুখৰ পুৰুষ জন। তাৰ পাচত তেওঁ ঘৰৰ খট-খটিত ভৰি দিলে আৰু ততালিকে হাতখন বুকুত দিলে যেন তেওঁ কিবা বেদনা পাইছে। তেওঁৰ ওঁঠ মেল খালে, আৰু চকু দুটা ডাঙৰহৈ পৰিল। বৌল্‌ফ তেওঁৰ পিনে আগবাঢ়ি আহিল আৰু চেলিনাই সৰু ছোৱালী এজনীৰ দৰে অলপ কেইখোজমান দৌৰি তেওঁৰ পিনে আগুৱাই গ'ল। বোকালগা স্কাৰ্ট, ধোৱা বৰণীয়া চুৱেটাৰ আৰু পুৰণা হ্যাট পিন্ধা এই অকনি তিৰোতাজনীক বৌল্‌ফে বাহুৰ ভিতৰত সুমুৱাই আকোৱালি ধৰিলে।

# এৰৈকেছ

ফাৰ্ম্মৰ বৈঠকখানাত তেওঁলোকে চাহ খালে। ডালাছে ডাচ বাচন-বৰ্ত্তনবোৰৰ সৌন্দৰ্য্য দেখি নিজৰ মনতে নীচাত্মিকাৰ ভাব অনুভৱ কৰিলে। ৰেচম আৰু উত্তম কাপোৰৰ জাক-জমকীয়া সাজ পাৰ পিন্ধা মহিলা এজনাৰ দৰে অতি আনন্দ-উলাহেৰে চেলিনাই তেওঁলোকৰ আদৰ-অভ্যৰ্থনা কৰিলে। তেওঁ আৰু জেনেৰেল গোগে প্ৰাৰম্ভৰেপৰা সৌহাৰ্দ্দ্য ভাবত আবদ্ধ হ'ল—দুয়োজনাই "এস্পাৰাগাছ"ৰ খেতি কৰে।

ব্ৰিটানীত থকা তেওঁৰ ফাৰ্ম্মত জেনেৰেল গোগে এস্পাৰাগাছৰ কাৰণে মাটি আছুতীয়াকৈ ৰাখি খেতিৰ নিমিত্তে ক্ষেত্ৰ তৈয়াৰ কৰি লৈছিল। তেওঁ সুধিলে, "পুলি বিলাকৰ গুৰি পৰস্পৰৰ পৰা কিমান আঁতৰত হব লাগে।"

চেলিনাই তৰ্জ্জনী আৰু বুঢ়া আঙুলিৰে এটা বৃত্ত কৰিলে। জেনেৰেল গোগে ঈৰ্ষা আৰু হতাশাতে অস্থিৰ হ'ল। আজি ইয়াত বহি তেওঁ বৰ সুখ পাইছে। তেওঁ চাহ আৰু পিঠাকে সৰহকৈ খাইছে। তেওঁ চেলিনাক তোষামোদ কৰিছে। চেলিনায়ো সৰু ছোৱালী এজনীৰ দৰে লাজ আৰু অনুৰাগত ৰঙা-চঙা পৰিছে। কিন্তু তেওঁ ৰোল্‌ফৰ পিনে দৃষ্টি ঘূৰালে। ৰোল্‌ফৰ ওপৰতে তেওঁৰ দৃষ্টিয়ে জিৰণি ল'লে। অন্য সকলো কথা কৈ থকা সময়ত তেওঁ নীৰৱে থাকি ৰোল্‌ফৰ লগতহে ফুৰিলে। ৰোল্‌ফ যেন তেওঁৰ অন্য এটি লৰা, ঘৰলৈ উভতি আহিছে। তেওঁৰ মুখ উদ্ভাসিত, ধুনীয়া হৈছে।

ডাৰ্কৰ কাষতে বহি ডালাছে লাহেকৈ কলে, "সোৱা, সোৱা; মই ছবি আকিলে তেনে মানুহৰ ছবিহে আঁকিবলৈ ইচ্ছা কৰো। মুকুতাৰ মালা পিন্ধা, আৰু ৰেচমৰ কাপোৰৰ জাপৰ ভিতৰত সুকোমল হাত এখন ইচ্ছা কৰি আংশিক ভাৱে লুকাই ৰখা মহিলাৰ ছবি মোক নালাগে। যিবিলাক নৰ নাৰী চৰিত্ৰবান আৰু যাৰ স্বাভাৱিক গাম্ভীৰ্য্য আৰু জাতীয় বিশেষত্ব ফুটাই তোলা লক্ষণ আছে তেনে নৰ-নাৰীৰ চৰিত্ৰ-সূচক ছবিহে মই আকোঁ।

"আপোনাৰ মা' এনে এজনী নাৰী।"

হাঁহি মাৰি ডাৰ্কে তেওঁৰ মাকৰ পিনে ততালিকে চালে। তেওঁ ভাবিছিল যে মাকেও হাঁহিব। কিন্তু চেলিনাৰ মুখত হাঁহি অহা নাই। ডাৰ্কে কলে, "মা' মোৰ।"

"এৰা, তেওঁ যদি ছবি আঁকিবলৈ দিয়ে। তেওঁৰ মুখৰ জ্যোতি ভিতৰৰ পৰা ওলোৱা। তেওঁৰ মুখৰ গঢ় "সেই ফ্লাৱাৰ" নাৱঁত প্ৰথমতে আমেৰিকালৈ অহা তিৰোতাৰ গঢ়। আৰু তেওঁৰ চকু। তেওঁৰ সেই পুৰণা হ্যাট আৰু সেই বগা চোলা। তেওঁৰ হাত! তেওঁ সুন্দৰী। তেওঁৰ ছবি অঙ্কিত কৰিলে মই একে জাপে বিখ্যাত হৈ পৰিম। আপুনি দেখিব।"

ডাৰ্কে তেওঁৰ পিনে চাই থাকিল। যেন তেওঁ একো বুজি পোৱা নাই। তাৰ পিছত তেওঁ চেয়াৰখন ঘূৰাই মাকৰ পিনে চালে। চেলিনাই ৰৌল্‌ফৰ লগত কথা হৈ আছে।

"ৰৌল্‌ফ, তুমি ইয়োৰোপৰ সকলোবোৰ বিখ্যাত পুৰুষৰে ছবি আঁকিছা, নহয় নে? ভাবিলে শৰীৰ ৰোমাঞ্চিত হয়। তুমি বহল পৃথিবী দেখিছা। ই তোমাৰ হাতৰ ভিতৰতে আছে। ৰৌল্‌ফ অকনি। সকলো বিপদ বিঘিনি নেওচি অকলসৰে এইবোৰ কৰিছা!"

ৰোল্‌ফ চেলিনাৰ ফালে হালি গল। তেওঁ নিজৰ হাত চেলিনাৰ থহতা হাতৰ ওপৰত থলে। ৰৌল্‌ফে কলে, "বন্ধা কৰিবোৰ ধুনীয়া।" তাৰ লগে লগে দুয়ো একে লগে হাঁহিলে, যেন কোনো উমৈহতীয়া ৰগৰ উপস্থিত হৈছে। তাৰ পিছত গম্ভীৰভাৱে তেওঁ কলে, "চেলিনা, আপোনাৰ জীৱনো ধুনীয়া, সফলকাম আৰু চহকী হৈছে।"

চেলিনাই উচপ্‌খাই উঠি কলে, "মোৰ জীৱনে? মইতো ইমান বছৰে এই ঠাইতে আছোঁ। তুমি সৰু লৰাহৈ থাকোঁতে যি ঠাইত আছিলো। আজিও তাতেই আছো। হয়তো মোৰ টুপী আৰু সাজ-পাৰো আগৰ জোৰাই আছে। মই একো নতুন কাম কৰা নাই, কলৈকো যোৱা নাই, একো দেখাও নাই। কিমান ঠাই চাবলৈ, কিমান নতুন কাম কৰিবলৈ যে কল্পনা কৰা নাছিলো।"

ৰৌল্‌ফে কলে, "আপুনি সকলো ঠাইলৈ গৈছে, আৰু সৌন্দৰ্য্য আৰু পোহৰৰ সকলো ঠাই দেখিছে। আপোনাৰ নিশ্চয় মনত আছে—আপুনি সৰুই থাকোতে আপোনাৰ দেউতাকে হেনো কৈছিল যে পৃথিবীত প্ৰধানতঃ দুই প্ৰকাৰৰ লোক আছে—এবিধ হল "গম ধানৰ" দৰে আৰু অন্য বিধ হ'ল - "মণিৰ" দৰে। আপুনি গম ধানৰ শ্ৰেণীৰ লোক।"

চেলিনাই ততালিকে উত্তৰ দিলে, "তুমি মণিৰ শ্ৰেণীৰ লোক।"

জেনেৰেল গোগে এইবোৰ শুনি আমোদ পাইছে; কিন্তু তেওঁ সকলোবোৰ

কথা ভালদৰে বুজা নাই। তেওঁ এতিয়া হাতৰ ঘড়ীটোলৈ চালে আৰু কলে, “কিন্তু “ডিনাৰ”ৰ আমাৰ অভ্যৰ্থনাকাৰিণী, মেডেম ইৰ্ম্ম। দৌৰি যোৱাটো ভাল। কিন্তু উভতিও আহিব লাগে। আমাৰ ইমান সুন্দৰী অভ্যৰ্থনা কাৰিনী।” তেওঁ থিয় হ'ল।

চেলিনাই কলে, “তেওঁ সুন্দৰী। নহয় জানো ?” ৰোল্‌ফে তপৰাই মাত লগালে, “নহয়। চকুৰ তুলনাত মুখখন সৰু।” ডালাছৰ পিনে চাই উদাহৰণ দেখুৱাবলৈ বুলি আঙুলিৰে ডালাছৰ চকু, ওঠ, ইত্যাদি চুই ৰোল্‌ফে কলে, “মিচেছ ইৰ্ম্মৰ ইয়াৰপৰা ইয়ালৈ যিমান দূৰত্ব তাৰ পৰা তালৈ তাতকৈ কম। যেতিয়া চকু অনুপাতে মুখখন সৰু হয়, তেতিয়া তাত প্ৰকৃত সৌন্দৰ্য্য থাকিব নোৱাৰে। এইয়া ডালাছ। এওঁৰ কিন্তু ··

দাঁত নিকতাই ডালাচে কলে, “এৰা মোৰ। আপোনাৰ মতে মোৰ মুখখন ধুনীয়া। যদি ডাঙৰ মুখেই সৌন্দৰ্য্যৰ মাপকাঠি তেন্তে মই ৰোল্‌ফৰ মতে ট্ৰয়ৰ হেলেনৰ দৰে ৰূপৱতী।”

ৰোল্‌ফে সৰলভাৱে কলে, “আপুনি তেনে ৰূপৱতী হয়। ডাৰ্কৰ মনৰ ভিতৰত কিবা এটাই অনবৰত কৈ থাকিল, “ডাৰ্ক ডিজং, তুমি মাত্ৰ এটা ৰবৰ ষ্ট্যাম্প। ৰবৰ ষ্ট্যাম্পতকৈ অধিক একো নোহোৱা।”

জেনেৰেল গোগে কৈ উঠিল, “এই “ডিনাৰ” বোৰ! মই অভদ্ৰ বা অকৃতজ্ঞ হব নোখোজোঁ। কিন্তু মই সেই ডিনাৰবোৰতকৈ এই ফাৰ্ম্মখনৰ শান্তিপূৰ্ণ ঘৰতে সৰল ভাৱে থাকিব খোজো।”

বাৰাণ্ডাৰ খটখটিৰ ওচৰত তেওঁ সৈনিকৰ দৰে ঘূৰিলে আৰু গোৰোহা দুটা লগ লগাই কোমৰৰ পৰা ওপৰৰ অংশ শৰীৰ হ'লাই চেলিনাৰ কাম কৰা হাতখন তুলি লৈ চুমা খালে। চেলিনাই অলপ হাঁহিলে, তেওঁৰ বাওঁ হাতখন নিজৰ বুকুৰ ওপৰত। গালত বেঙেনাৰ দৰে ৰং ফুটি উঠিছে। ৰোল্‌ফেও আলফুলকৈ চেলিনাৰ হাতখনত চুমা খালে।

কঁপা কঁপা মৃদু হাঁহি এটা মাৰি চেলিনাই কলে, “মোৰ হাততো আগতে কোনোৱে চুমা খোৱা নাই।”

চাৰিওজন অতিথি মটৰত উঠি যাবলৈ ধৰিলত চেলিনাই বাৰাণ্ডাৰ খটখটিত থিয়হৈ হাত জোকাৰি বিদায় দিলে। বাৰাণ্ডাত থিয় হোৱা এই তিৰোতাজনীৰ কৃশ শৰীৰ গাত বগা সাধাৰণ চোলা আৰু স্কাৰ্টত ফাৰ্ম্মৰ বোকা মাটিৰ দাগ।

চেলিনাই ডালাছক কলে, "আপুনি আকৌ আহিব।" ডালাছে কলে যে তেওঁ আহিব; কিন্তু অধ্যয়ন আৰু কামৰ কাৰণে তেওঁ কিছুদিনৰ ভিতৰতে পেৰিচলৈ যাব।

"মই উভতি আহিলে, আপোনাৰ ছবি আকিবলৈ মোক দিবতো?"

"মোৰ ছবি!" আচৰিত ভাৱে চেলিনাই কলে।

হলষ্টেদ ৰোদৰ ওপৰেদি মটৰ গাড়ীয়ে তেওঁলোকক উৰাই লৈ গল। তেওঁলোক অলপ শ্ৰান্ত হ'ল। বসন্ত কালৰ বতাহত থকা ৰাগীয়ে তেওঁলোকক স্পৰ্শ কৰিলে।

ৰৌল্‌ফ পুলে মূৰৰ হ্যাট খুলিলে। বসন্ত কালৰ সেই নিষ্ঠুৰ ৰংদত দেখা গল যে তেওঁৰ চুলি মাজে মাজে পকিছে। "এনে দিনত মোৰ বয়স পঞ্চল্লিছ হোৱা বুলি মই স্বীকাৰ নকৰো। ডালাছ, মোৰ বয়স পঞ্চল্লিছ হোৱা নাই বুলি কোৱা।"

সান্ত্বনাৰ সুৰত ডালাছে ধীৰে ধীৰে কলে "তোমাৰ বয়স পঞ্চল্লিছ হোৱা নাই"

ৰৌল্‌ফৰ কৃশ বাহুৰে খোলাখুলিভাৱে ডালাছৰ বগা হাতখন সাবতি ধৰিলে। তেওঁ কলে, "ডালাছ, যেতিয়া তুমি এনেকৈ কোৱা, কথাষাৰ সঁচা যেন লাগে।"

ডালাছে কলে, "কথা সঁচাই।"

মটৰৰ পৰা প্ৰথমতে ·ডালাছক নমাই থোৱা হ'ল—ওন্টাৰিও ষ্ট্ৰীটৰ সেই অপৰিষ্কাৰ ষ্টুডিওটোত। তাৰ পিচত ডাৰ্ক তেওঁৰ ধুনীয়া কোঠালিৰ ওচৰত নমাই দি গাড়ী গৈ থাকিল।

ডাৰ্কে তালাত চাবি ঘূৰালে। ছাকি নামৰ জাপানী ঘৰ ৰখীয়া জনে মনে মনে হলত সোমাই খিচ-খিচ শব্দ কৰি আদৰনি জনালে। ডাৰ্কৰ টেবিলত ঠিক ঠাইত ঠিকমতে নিমন্ত্ৰণী চিঠিপত্ৰবোৰ থোৱা আছে। তেওঁ ইতালীয় ধৰণৰ বৈঠকখানাটোৰ মাজেৰে শোৱা কোঠালিলৈ গল। জাপানী মানুহজন পিছে পিছে গল। পিল নামৰ ইংৰাজী দৰ্জ্জীজনে বনাই দিয়া গধুলিৰ সাজপাৰ বোৰ ঠিকমতে থৈ দিয়া আছে।

"ছাকি, কোনো খবৰ আছে নেকি?"

"মিচেছ্ ষ্টৰ্ম্মে টেলিফোন কৰিছিল।"

"কিবা লিখিত খবৰ থৈ গৈছে নেকি ?"

"নাই যোৱা। কৈছে তেওঁ হেনো আকৌ টেলিফোন কৰিব।"

"বাৰু ছাকি।" এই বুলি কৈ তেওঁ হাতৰ ভঙ্গীৰে ছাকিক কোঠালিৰ পৰা ওলাই যাবলৈ ইঙ্গিত দিলে। মানুহজনে অসম্ভ্ৰমে কোঠালিৰ পৰা ওলাই লাহেকৈ দুৱাৰখন জপাই দিলে। ডাৰ্ক কোট, ভিতৰৰ কাপোৰ, ইত্যাদি সোলোকাই বিচনাৰ ওচৰত থিয় হৈ তেওঁ পীলে চিলাই কৰি দিয়া গধূলিৰ সাজপাৰ আৰু অন্যান্য ধুনীয়া চোলা, ক'লাৰ ইত্যাদি নিৰীক্ষণ কৰিলে। স্নানৰ কথা আপোনা আপুনি মনত পৰিল। তাৰ পিছত হঠাতে তেওঁ ৰেচমেৰে আবৃত বিচনাখনৰ ওপৰত বাগৰি পৰিল। তেওঁৰ মুখখন তলৰ পিনে, বাহুৰ ওচৰত মূৰটো ৰাখি নীৰৱে তাত থাকিল। তেনেকৈ আধা ঘণ্টামান সময় পৰি থকাৰ পিছত তেওঁ টেলিফোনটো বাজি থকা শব্দ শুনিলে। তাৰ লগে লগে ছাকিয়ে আহি সন্মানপূৰ্ব্বক খত-খত শব্দ কৰি গৰাকীক ফোনৰ জাননী দিলে।

---